**Atitar Sowarani**—A biography written by Late Sailadhar Rajkhowa, and published by Sm. Renumala Duara, Sri Sashidhar Rajkhowa and Sm. Manjumala Das from Dibrugarh, Assam, with the financial assistance of the Publication Board, Assam. January, 1969. Price Rupees Four only.

প্ৰকাশক :

শ্ৰীমতী ৰেণুমালা দুৱৰা

শ্ৰীশশীধৰ ৰাজখোৱা

শ্ৰীমতী মঞ্জুমালা দাস

ডিব্ৰুগড়, অসম

প্ৰথম প্ৰকাশ :

জানুৱাৰী, ১৯৬৯

মূল্য : চাৰি টকা

মুদ্ৰক :

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকাতা-৬

আমাৰ দুৰ্ভাগ্য যে আমাৰ পৰম পূজনীয় দেউতাই 'অতীতৰ সোঁৱৰণী' ছপাশালৰ পৰা ওলাই অহা দেখিবলৈ নাপালে। যোৱা ১৭ ডিচেম্বৰ (১৯৬৮) তাৰিখে দেউতা হঠাৎ আমাক এৰি স্বৰ্গগামী হ'ল।

১৯-১২-৬৮ **প্ৰকাশক**

# লিখকৰ দুআষাৰ

জীৱনৰ সন্ধিয়া পৰত 'অতীতৰ সোঁৱৰণী' লিখাৰ লগে লগে জীৱনত যিসকলৰ মৰম-স্নেহ আৰু মোৰ অসময়ত যিসকলৰ পৰা সহায় পাইছিলো, সেইসকলৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ আৰু যিসকলক টান কথা কৈ নাইবা আন কিবা প্ৰকাৰে মনত আঘাত দিছিলো, সেই সকলৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা কৰিবলৈ সুবিধা পালো। তেনেকুৱা আৰু কোনো মানুহৰ নাম ভুলতে বাদ পৰি গল যদি, সেই সকলৰ ওচৰতো ক্ষমা-প্ৰাৰ্থনা কৰিছো।

অসমৰ খ্যাতনামা প্ৰবীণ সাহিত্যিক আৰু অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব প্ৰধান সম্পাদক আৰু সভাপতি অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাদেৱে আমাৰ অনুৰোধক্ৰমে 'অতীতৰ সোঁৱৰণী' হাতেলিখা অৱস্থাতে পঢ়ি চাই মাজে মাজে বৰ্ণবিন্যাস শুধৰাই দি তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি আগকথাখিনি লিখি দিয়াত তেখেতকো আন্তৰিক কৃতজ্ঞতাসহ ধন্যবাদ জনাইছো।

শ্ৰীশৈলধৰ ৰাজখোৱা

# আগকথা

"পৰিল ঘণ্টাত কোব নামিল নিচান
যাত্ৰী বাঞ্চা পূৰ্ণ হ'ল
সুদূৰত শুনা গ'ল ৰেলৰ
উকি আগে দিয়া জান।"

শৈলধৰ ৰাজখোৱাদেৱৰ লগত এখন পঢ়াশলীয়া পুথিত প্ৰকাশ হোৱা 'ৰেলগাড়ী' নামৰ কবিতাটোৰেই এই লিখকৰ প্ৰথম চিনাকি। ল'ৰাকালতে পঢ়া কবিতা এটাৰ ওপৰত তুলি দিয়া চাৰিশাৰী আজিও মোৰ মনত আছে। এতিয়াৰ ৰেলগাড়ী অৱশ্যে নহয়। তাহানি দুকুৰি-আঢ়ৈকুৰি বছৰ আগতে অসমত চলা ছুবহু ৰেলগাড়ী এখনেই আছিল ৰাজখোৱাৰ কবিতাৰ ৰেলগাড়ী। তাৰ পিচত এইজন কবিৰ আৰু বহুত কবিতাই পঢ়িলো—প্ৰথমতে 'আৱাহন'ত প্ৰকাশিত লেহি-দঙৰা, পাষাণ-প্ৰতিমা, বৰপেটা আদিৰ নিচিনা কেইটামান কবিতা পঢ়ি বিশেষ ভাৱে মুগ্ধ হৈছিলো। আত্মীয় বিয়োগত, বিশেষকৈ ভগৱতী প্ৰসাদ বৰুৱাৰ অকাল মৃত্যুৰ সোঁৱৰণত লিখা, ৰাজখোৱাদেৱৰ কবিতা কেইটাইতো অকল মোৰেই নহয়, বহুতৰে চকুলো উলিয়াইছিল। অসমীয়া কাব্য-সাহিত্যত 'নিজৰাৰ' কুলু-কুলু সুৰ পাহৰি পেলাব পৰা নহয়।

কবিতাৰ নিচিনাকৈ ৰাজখোৱাৰ নাটকো এই লিখকৰ পক্ষে আকৰ্ষণৰ বস্তু আছিল। আধুনিক অসমীয়া মৌলিক নাটৰ যেতিয়া এমাদিমা অৱস্থা আছিল তেতিয়াই এইজন নাট্যকাৰৰ নাট 'বিদ্যাৱতী' আৰু 'ৰণজিৎ সিংহ'ই অসমীয়া নাটকৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। ৰাজখোৱাৰ 'বিদ্যাৱতী' নাটৰ সাৰ্থক অভিনয় এবাৰ দেখা পাইছিলো আৰু কিতাপখন ছপা আকাৰত পঢ়িবলৈ পাইও ভাল লাগিছিল। ডঃ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই নাটখনৰ ভূমিকা লিখি দিছিল।

ৰাজখোৱাৰ আন এখন নাট 'ৰণজিৎ সিংহ' এসময়ত অসমৰ নাটশাল-বোৰত বৰ জনপ্ৰিয় হৈছিল। নাটখনৰ ভাব, ভাষা আৰু কাহিনীৰ

পৰিবেশন এনে মনত লগা হৈছে যে কৈ নিদিলে ভাবিব নোৱাৰি যে এইখন বিশ্ববিখ্যাত নাট্যকাৰ শ্বেকছপীয়েৰৰ অমৰ নাট 'ওথেলোৰ' অসমীয়া ৰূপান্তৰ। এই নাটৰ অভিনয় আমি বহুতবাৰ দেখিছো। এতিয়াও ইয়াৰ এফাকি বচন বৈ বৈ আমাৰ কাণত বাজি আছে—"অসমৰ নাৰবীয়া ভাৰত বিখ্যাত"। ৰূপান্তৰ হলেও 'ৰণজিৎ সিংহ' যে মৌলিক নাটৰ সমতুল্য হৈছে সেই বিষয়ে সন্দেহ নাই। এইবোৰ নাটৰ অভিনয়েই এদিন এই লিখকক নাট ৰচনা কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল। ইয়াৰ পিছতো ৰাজখোৱাই আৰু কেবাখনো নাট লিখিলে, অভিনয় কৰালে। কিন্তু দুখৰ বিষয় এতিয়া পাবলৈ নোহোৱা 'বিদ্যাৱতী' আৰু 'স্বৰ্গদেউ প্ৰতাপসিংহ"ৰ বাহিৰে তেওঁৰ বাকী কেইখন নাটে আজিলৈকে ছপাৰ পোহৰ দেখা নেপালে। এতিয়াও আটাইকেইখন নাট থুপাই 'ৰাজখোৱা নাটমালা' প্ৰকাশ কৰাৰ বতৰ উকলি যোৱা নাই। ই নিশ্চয় অসমীয়া নাট-সাহিত্যৰ জেউতি চৰাব।

কবি আৰু নাট্যকাৰ হিচাপে ৰাজখোৱাৰ নতুন চিনাকি নিষ্প্ৰয়োজন। সম্প্ৰতি তেওঁৰ এই আত্মকথাৰ পুথিখনে ছপাশাল পোৱাৰ আগন্তুক হোৱাত আমি ৰং পাইছো। হব পাৰে ই এজন সাহিত্যিকৰ ব্যক্তিগত জীৱন কথা। কিন্তু সেয়ে হলেও পাহৰিলে নচলিব যে ব্যক্তিৰ সমষ্টিয়েই সমাজ। ৰাজখোৱাই চৰকাৰী চাকৰীত অসমৰ বহু ঠাইত জীৱন কটাবলগীয়া হৈছিল। বহু মানুহৰ সংস্পৰ্শলৈ আহিছিল, বহু আহুকলীয়া পৰিস্থিতিৰ সন্মুখীন হৈছিল। সেইবোৰকে তেওঁ সহজ ভাষাৰে আমাৰ আগত কৈ গৈছে সাধুকথা কোৱাৰ নিচিনাকৈ। শুনি আমি ভাল পাইছো আৰু আনেও ভাল পাব বুলি আশা কৰিছো। আমাৰ এষাৰ কথা মনত আছে বোলে—"বহিব জানিলে মাটিয়ে পীৰা আৰু খাব জানিলে চাউলে চিৰা।" সেইদৰে গত লগাই লিখিব জানিলে আৰু তাত ৰস সঞ্চাৰ কৰিব পাৰিলে যি কোনো বিষয়বস্তুকে লৈ সাহিত্য সৃষ্টি কৰিব পাৰি। শৈলধৰে পাষাণৰ বুকু ভেদি 'নিজৰা' আমাৰ মাজলৈ বোৱাই আনিব জানে। তেওঁৰ এই আত্মজীৱনীও সোৱাদ লগা হৈছে।

হেমচন্দ্ৰ বৰুৱাই আত্মজীৱন চৰিত লিখিছিল। বেজবৰুৱাইও 'জীৱন সোঁৱৰণ' আমাক দি গৈছে। গোহাঞি বৰুৱাৰ 'সোঁৱৰণী', বেণুধৰ ৰাজখোৱাৰ 'জীৱন-দাপোণ', কমলাকান্ত ভট্টাচাৰ্য্যৰ 'মনত পৰা কথা',

অম্বিকাগিৰিৰ 'বলিয়া বতাহৰ এছাতি' আদিত পাৰ হৈ যোৱা দিনবোৰৰ মনোৰম ছবি আমি দেখা পাইছো। পাহৰি যোৱা কাহিনীবোৰ সুঁৱৰি চাবলৈ সুবিধা পাইছো। শৈলধৰৰ এই পুথিখনেও একে সুবিধাকে দিব। একালৰ অসমীয়া সামাজিক জীৱনৰ সমল এইবোৰত সিঁচৰিত হৈ আছে। সুনিপুণ মালাকৰে এইবোৰৰে বাছি বিচাৰি দেশৰ বুৰঞ্জীৰ গজমতি হাৰ গাঁথিলে সন্তোষৰ কথা হব।

তপোবন, গুৱাহাটী-১
১৫।১২।৬৭

বিনীত
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা



শ্ৰীশৈলধৰ ৰাজখোৱা

তেজপুৰত ই. এ. চি. হৈ থকা কালৰ ছবি ( ১৯৪৩ )

## সন্ধিয়াৰ অতিথি

দিবা অৱসান নামিছে সন্ধিয়া
পশ্চিম আকাশ বাঙলী হ'ল,
পথৰ কাষত এৰি অহা ফুল
কোনোবা কালতে মৰহি গ'ল।

এতিয়াও মোক মাতিছে সাদৰি
নতুন দিনৰ অতিথি আহি,
উঠা মনোৰমা মানস প্ৰতিমা
পিন্ধাচোঁ খোপাত মালতী পাহি।

খন্তেক পাহৰি পথৰ ভাগৰ,
আজিও তোমাতে পাতিছে হাত;
চিৰ-যৌৱনা জীৱন-সঙ্গিনী!
দিয়া অতিথিক এষাৰি মাত।

আজিও ফুলিছে মাধৈ-মালতী
সোণবৰণীয়া কেতেকী পাহি;
বিহুৰ তলীত বিৰিঙি উঠিছে,
ডেকা-গাভৰুৰ মিচিকি হাঁহি!

সুন্দৰ সুন্দৰ সকলো সুন্দৰ।
সুন্দৰৰ মেলা ইয়াতে ব'ল;
চাওঁতে চাওঁতে বেলি মাৰ যায়,
নাও মেলি মোৰ যাবৰ হ'ল।
অতিথিয়ে আজি দিলে সোঁৱৰাই
কোনোবা কালৰ পাহৰা সুৰ;
মন মোৰ আজি উগুল-থুগুল,
বহাচোঁ কাষত মানসী মোৰ।

মইতো নাথাকোঁ কোনোবা দেশত
ইয়াতেই মোৰ আপোন ঘৰ;
নতুন দিনৰ নতুন অতিথি,
কোনো এটি মোৰ নহয় পৰ।

আহিবানে সখী উলটি লগত
থাকিবানে মোৰ হৃদয় জুৰি
পাতিবানে তাত ইদৰে পুনৰ,
মোৰ সপোনৰ অলকাপুৰী?

---

# প্ৰস্তাৱনা

"বৃদ্ধস্তাবৎ চিন্তামগ্নঃ"।

ছাত্ৰবৃত্তি পৰীক্ষা আৰু প্ৰৱেশিকা (entrance) পৰীক্ষা পাছ কৰা চাৰ্টিফিকেট আৰু মোৰ চৰকাৰী ৰেকৰ্ড মতে এতিয়া ১৯৬৪ চনৰ ডিচেম্বৰ মাহত মোৰ বয়স ৭২ বছৰ হল। কিন্তু মোৰ জন্ম-পত্ৰিকা মতে অহা ১৯৬৫ চনৰ মাৰ্চ্চ মাহত মোৰ বয়স ৭৪ বছৰ হ'ব।

এতিয়া জীৱনৰ সন্ধিয়া পৰত চিন্তামগ্ন হৈ সিপাৰলৈ যাবলৈ অপেক্ষা কৰি বহি থকাৰ বাহিৰে মোৰ আন একো কাম নাই।

ল'ৰাকাল কটালো ক্ৰীড়াসক্ত হৈ; যৌৱনত জীৱনৰ লগৰীৰ লগ লাগি কুটা কঢ়িয়ালো, বাহ সাজিলো, পোৱালি জন্ম দিলো, পোৱালিবিলাকক টোপ খুৱাই ডাঙৰ-দীঘল কৰিলো; তাৰ পিছত পোৱালিবিলাক উৰণীয়া হৈ বাহটো উদং কৰি দিহাদিহি উৰি গুচি গ'ল। এতিয়া আমি বুঢ়া-বুঢ়ী ডিব্ৰুগড়ত উদং বাহটোৰ ৰখীয়া হৈ পৰি আছো। কিন্তু আমাৰ পোৱালিবিলাক মানুহৰ পোৱালি;—ইতৰ প্ৰাণীৰ পোৱালি নহয়। সেয়ে আমাক একেবাৰে পাহৰি পেলোৱা নাই। মানুহৰ পোৱালিৰ ভিতৰতো পশু-প্ৰকৃতিৰ পোৱালি আছে; কিন্তু ভগবানৰ কৃপাত সিহঁত তেনে প্ৰকৃতিৰ পোৱালি নহয়। মাজে মাজে আমাক চাই যায়হি; আৱশ্যক মতে আমাক সহায়ো কৰে। সিহঁত আহিলে আমি বৰ ৰং পাওঁ। মাকে নিজ হাতেৰে ৰান্ধি-বাঢ়ি তেওঁলোকক ছুসাজমান খুৱাবলৈ পালেই বৰ আনন্দ পায়। ল'ৰাৰ লগত বোৱাৰীক আৰু জোঁৱাইৰ লগত জীয়াৰীক একেলগে চকীত বহুৱাই ভাত বাঢ়ি দি ওচৰতে থিয় হৈ

তেওঁলোকৰ খোৱা চাই থাকে। আমাৰ জীৱন-নাটকৰ এই দৃশ্যটো চাবলৈ মোৰ বৰ ভাল লাগে।

মাকে ফুল বৰ ভাল পায়। সময় পালেই ফুল ৰোৱা আৰু ফুল-পুলিবোৰকে আপডাল কৰা কামত ব্যস্ত হৈ পৰে। যৌৱনত তেওঁ আছিল সুন্দৰ। সেইকাৰণেই হবলা সকলো সুন্দৰ বস্তু তেওঁ ভাল পায়। এতিয়া তেওঁৰ বয়স তিনিকুৰি পাৰ হল। এতিয়াও আমাৰ উদং পঁজাটো তেওঁক সজাই-পৰাই সুন্দৰকৈ থবলৈ লাগে —নতুন পৰ্দ্দা লাগে, নতুন চকী-মেজ লাগে। আগফালে এখন ধুনীয়া ফুলনি লাগে, পাছফালে এখন শাক-পাচলিৰ বাৰী লাগে। শাক-পাচলিৰ দিনত নিজ হাতে শাক-পাচলিৰ পুলি কই সেই-বোৰকে দিনটো খুচৰি থাকে।

তেওঁৰ কথা-কাণ্ড দেখি মোৰ হাঁহি উঠে। মই কওঁ—

"তুমি বিলাসিনী, এতিয়া বিদায় পৰত আমাকনো এইবোৰ কেলৈ লাগিছে?"

তেওঁ কয়,—"ঘৰ-বাৰী চাফ-চিকুণকৈ ৰখাক মানুহে বিলাসিতা নোবোলে। মানুহ জীয়াই থাকেমানে শক্তি অনুসৰি ভালকৈ থাকিব লাগে।"

বিলাসিনী বুলি মই তেওঁক জোকাওঁহে। তেওঁৰ এইবোৰ কাম মই বেয়া নাপাওঁ। ফুল ময়ো ভাল পাওঁ। বিশ্ববিদ্যালয়ৰ কামৰপৰা ওলাই অহাৰ পিছত যিমান দিনলৈকে মোৰ গাত শক্তি আছিল সিমান দিনলৈকে ময়ো মাজে মাজে ফুলপুলিবোৰ আৰু বাৰীত শাক-পাচলি কৰা কামত হাত লগাইছিলো। যোৱা বছৰো মই নিজ হাতে কিছুমান কবি-পুলি লগাইছিলো। এতিয়া মই শক্তিহীন। চকুৰে ভালকৈ নেদেখোঁ, কাণেৰে ভালকৈ নুশুনো। সেই কাৰণে খোজ কাঢ়ি ইফালে সিফালে ফুৰিবলৈকো যাব নোৱাৰোঁ। তথাপি মোৰ সময় কটাবলৈ আহিলা-পাতিৰ অভাৱ হোৱা নাই। এতিয়া এটা চকুৰ ছানি ডাক্তৰে কাটি দিয়াত লিখা-

পঢ়া কৰিব পৰা হ'লো। মোৰ ঘৰতে ডিব্ৰুগড়ৰ চৰকাৰী লাইব্ৰেৰী। মোৰ ঘৰৰ আগফালৰ কোঠা চাৰিটা লাইব্ৰেৰী কৰিবলৈ অসম গভৰ্ণমেণ্টে কেৰেয়ালৈ লৈছে। তাৰপৰা কিতাপ আনি পঢ়ি থাকো। কেতিয়াবা মোৰ সহপাঠী বন্ধু শ্ৰীগোবিন্দ শৰ্ম্মাৰ ঘৰলৈ গৈ তেওঁৰ লগত তাচ খেলো। তেওঁ কেতিয়াবা তাচ খেলিবলৈ মোৰ ঘৰলৈ আহে।

আমাৰ লগত আমাৰ ঘৰৰ ওচৰৰ শ্ৰীজগন্নাথ আচাৰ্য্য আৰু শ্ৰীসৰোজ বৰুৱা নামে দুজন ডেকা মানুহেও তাচখেলত যোগ দিয়ে। তেওঁলোকে মোৰ লগত তাচ খেলিবলৈ আহিলে আমাৰ বুঢ়ীয়ে বৰ ৰং পায়। লৰালৰিকৈ চাহ-জলপান কৰি তেওঁলোকক খুৱাই সোধপোচ কৰি কয়, "আপোনালোক মাজে মাজে এওঁৰ লগত তাচ খেলিবলৈ আহিবচোন। তাচ খেলিবলৈ পালে এওঁৰ মন ভালে থাকে। মন ভালে থাকিলে গাও ভালে থাকিব।"

মই তেওঁক পৃথিৱীত অকলশৰীয়া কৰি এৰি থৈ আগেয়ে সিফলীয়া হওঁ বুলি তেওঁৰ বৰ ভয়। মোৰ কেতিয়াবা জ্বৰ-নৰিয়া হলে তেওঁ শাকবাৰী, ফুলবাৰী খোচৰা কাম কাতি কৰি থৈ মোক প্ৰতিপাল কৰাতে ব্যস্ত হৈ পৰে। নিজে ডাক্তৰ মাতি আনে। বজাৰলৈ গৈ দৰব কিনি আনে। এজনী শিক্ষিতা নাৰ্চৰ নিচিনাকৈ মোক দিনে-ৰাতিয়ে শুশ্ৰূষা কৰে। এইবিলাক কাম তেওঁ নকৰিলে আৰু কোনে কৰিব? লগত ল'ৰা-ছোৱালী নাই। চাকৰ এটাৰ বাহিৰে সহায় কৰোঁতা আৰু কোনো নাই।

মই তেওঁক কওঁ,—"মোৰ অসুখ হলে তুমি ভয় নকৰিবা। আমাৰ ওচৰ-চুবুৰীয়া মানুহবিলাক বৰ মৰমিয়াল বুলি তুমি জানা নহয়? খবৰ দিলে তেওঁলোকেই তোমাক সহায় কৰিব।"

তেওঁক অকলশৰীয়া কৰি মই আগেয়ে সিফলীয়া হোৱা কথা ভাবিলে মোৰ বৰ বেয়া লাগে। মই গলে তেওঁ ক'ত থাকিব, কি কৰিব? কিন্তু তেওঁ যদি মোক এৰি আগেয়ে সিফলীয়া

হয়, তেন্তে মই একেবাৰে নিৰাশ্ৰয় হম। মই পো-বোৱাৰীৰ ঘৰলৈ গলে সিহঁতে মোক আদৰ-সাদৰকৈ সকলো প্ৰকাৰে সুবিধা দি ৰাখে। তথাপি মোৰ নিজৰ ঘৰবাৰী এৰি সিহঁতৰ লগত জীৱনৰ শেষ দিনলৈকে থকাৰ কথা ভাবিবলৈকে বেয়া লাগে। এতিয়া এইবোৰ কথাই মনলৈ আহি থাকে।

বিগত জীৱনকালত মই অসমৰ সৰহভাগ ঠাইৰ ৰাইজৰ আদৰ-সাদৰ আৰু সন্মান পাইছিলো। মই হাকিম আছিলো কাৰণে সমূহ ৰাইজৰপৰা এই সন্মান পোৱা নাছিলো বুলি মই জানো। কাৰণ মোৰ চাকৰি জীৱনৰ গোটেই কালছোৱাই আছিল অসহযোগ আন্দোলনৰ যুগ। সেই যুগত বিদেশী চৰকাৰৰ তলত কাম কৰা হাকিমক পোছে কোনে? ঠায়ে ঠায়ে ৰাইজে চৰকাৰী চাকৰিয়ালসকলক দেশদ্ৰোহী বুলি অপমানহে কৰিছিল। কিন্তু মোক হলে কোনেও ক'তো অপমান কৰা নাছিল; বৰং মোৰ কামত তেওঁলোকে সহায়হে কৰিছিল। তাৰপৰাই বুজিলো যে ৰাইজে মোক ব্যক্তিগতভাবে ভাল পাইছিল। কিন্তু কিয় ভাল পাইছিল, তাৰ কাৰণ বিচাৰি পিছলৈ উলটি মই এতিয়া বুজিব পাৰিছো যে, মোৰ গাত পৰস্পৰ-বিৰোধী কিছুমান দোষ আৰু গুণ থকাৰ কাৰণে সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ লগত মই মিলিব পাৰিছিলো। ল'ৰাকালৰ পৰা মোৰ মৰসাহস আৰু উৎপতীয়া স্বভাৱৰ কাৰণে ল'ৰাকালত সেই শ্ৰেণীৰ ল'ৰাবিলাকে আৰু ডেকা-কালত সেই শ্ৰেণীৰ ডেকাসকলে মোক ভাল পাইছিল। কচুগুটি, টাংগুটি, মাৰ্ব্বল, গেন, কবদি আদি গৰথীয়া খেলৰপৰা আৰম্ভ কৰি ফুটবল, ক্ৰিকেট, হকি, বেডমিণ্টন, টেনিচ, জাপমৰা, লৰমৰা আদি সকলো প্ৰকাৰৰ খেল-ধেমালিত পাকৈত আছিলো কাৰণে সৰ্ব্বসাধাৰণ ডেকা ল'ৰাবিলাকে, স্কুলৰ শিক্ষকসকলে আৰু কলেজৰ প্ৰফেচাৰসকলেও মোক ভাল পাইছিল। কবিতা লিখাত ৰাপ আছিল কাৰণে কলিকতা বিশ্ববিদ্যালয়ত উচ্চস্থান পোৱা ৺সূৰ্য্য-

কুমাৰ ভূঞা, ৺বাণীকান্ত কাকতি, শ্ৰীপদ্মধৰ চলিহাকে আদি কৰি পঢ়াশুনাত চোকা ছাত্ৰসকলেও মোক ভাল পাইছিল আৰু লগ দিছিল। নাটক লিখাত আৰু ৰঙ্গমঞ্চত অভিনয় কৰাত ৰাপ আছিল কাৰণে নাট্যামোদী ডেকাসকলে মোক ভাল পাইছিল। ঘোঁৰাত উঠা, বন্দুক মৰা, হাবিয়ে-বননিয়ে ঘূৰি ফুৰি চিকাৰ কৰাতো পাকৈত আছিলো কাৰণে সেই শ্ৰেণীৰ মানুহে আৰু মোৰ ওপৰৱালা অফিচাৰসকলেও মোক ভাল পাইছিল। ল'ৰা-কালৰেপৰা তাচ, পাশা খেলি মোৰ ছাত্ৰজীৱনৰ বহুমূলীয়া সময় অপব্যয় কৰাতো মই পাকৈত আছিলো কাৰণে এইবিলাক খেলত ৰাপ থকা মানুহেও মোৰ লগ লৈছিল। ৰাজহুৱা সভা-সমিতিত বক্তৃতা দিয়া অভ্যাস আছিল কাৰণে সৰ্ব্বসাধাৰণ ৰাইজেও মোক ভাল পাইছিল। ধুবুৰীৰপৰা ডিগবৈলৈকে অসমৰ সৰহভাগ ঠাইৰ ৰাইজে মোক কেতিয়াবা সভাপতিৰ আসনৰপৰা, কেতিয়াবা নিৰ্দ্দিষ্ট বক্তাৰ আৰু কেতিয়াবা প্ৰধান অতিথিৰ আসনৰপৰা বক্তৃতা দিবলৈ আদৰ-সাদৰকৈ মাতি নি ফুলৰ মালা পিন্ধাই সম্মানিত কৰিছিল।

মই ধুবুৰীত ই-এ-চি হৈ থকা কালত ধুবুৰীৰ বঙালী সমাজেও তেওঁলোকৰ কেবাখনো ৰাজহুৱা সভাত মোক সভাপতি পাতিছিল। তিনিচুকীয়াৰ বঙালী সমাজেও মোক এবাৰ তেওঁলোকৰ ৰাজহুৱা সভাত প্ৰধান অতিথিৰ আসনৰপৰা বক্তৃতা দিবলৈ আদৰ-সাদৰকৈ মাতি নিছিল। কিন্তু মইতো এজন বিদ্বান মানুহ নাছিলো। ছাত্ৰজীৱনত বছৰৰ সৰহভাগ সময় খেল-ধেমালিতে অপব্যয় কৰি পৰীক্ষাৰ সময়ত কিতাপবোৰ উধাই-মুধাই পঢ়ি মোৰ স্বাভাৱিক স্মৃতিশক্তিৰ বলত বছৰে বছৰে উত্তীৰ্ণ হৈ গৈ শেহত বি-এ পাছ কৰিছিলো, যদিও স্কুল-কলেজত মই একোকে শিকিব নোৱাৰিলো।

এতিয়া মই শক্তিহীন হলো যদিও পুৰণি পৃথিবীৰ নতুন অতিথি-সকলেও মোক সমাজৰ অলাগতিয়াল বুলি একেবাৰে দলিয়াই পেলোৱা নাই। তেওঁলোকৰ সৰহভাগকে মই চিনি নেপাওঁ, কিন্তু

তেওঁলোকৰ প্ৰায় সকলোৱেই মোক চিনি পায়। এতিয়াও তেওঁলোকৰ ৰাজহুৱা সভা-সমিতিত মোক সভাপতি পাতি আদৰ-সাদৰকৈ ঘৰৰপৰাই লৈ যায়হি।

পৰাপক্ষত বাইজে মাতিলে মই নোযোৱাকৈ নাথাকো। যোৱা এপ্ৰিল মাহত তেওঁলোকৰ বঙালী বিহু সম্মিলনৰ মুকলি সভাত মোকেই সভাপতি পাতি আদৰ-সাদৰকৈ ঘৰৰপৰাই লৈ গৈছিল। এই বিহু সম্মিলনৰ কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সভাপতি আছিল, এই অঞ্চলৰ কমিচনাৰ শ্ৰীধৰ্ম্মানন্দ দাস আই-এ-এছ ডাঙৰীয়া আৰু মুকলি সভাৰ প্ৰধান অতিথিৰ আসনত বহিছিল মোৰ সহপাঠী বন্ধু স্বৰ্গীয় ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেউ। ইংৰাজী ১৯০৯ চনত কটন ছাত্ৰাবাসত আমি দুয়ো একেটা কোঠাতে আছিলো। তেতিয়াৰপৰা তেওঁ মোক ভাল পাইছিল।

সেইদিনা সেই সভাত আমাৰ বিহু উৎসৱৰ বিষয়ে মই প্ৰায় ৪০ মিনিট বক্তৃতা দিলো। ভূঞাদেউ মোৰ ওচৰতে প্ৰধান অতিথিৰ আসনত বহি আছিল। তেওঁ মোক কলে,—"ৰাজখোৱা, আপুনি এতিয়াও সুন্দৰ বক্তৃতা দিব পাৰে। কিতাপ পঢ়ি আহিছিল হবলা?"

মই কলো,—"বিহু উৎসৱৰ বিষয়ে মই আগেয়ে বহুত ৰাজহুৱা সভাত বক্তৃতা দি আহিছোঁ। এতিয়া কিতাপ নপঢ়াকৈয়ে বক্তৃতা দিব পাৰোঁ। তথাপি আহিবৰ সময়ত কিতাপ চাই দুটামান নতুন কথা শিকি আহিছিলো।"

সভা ভঙ্গৰ পিছত শ্ৰীধৰ্ম্মানন্দ দাস ডাঙৰীয়াই মোক তেওঁৰ মটৰত তুলি নিজে লগতে আহি মোক ঘৰত থৈ গল। সেইদিনা সেই সভাত মই সভাপতিৰ আসনত বহি থকা সময়ত তেওঁ মোৰ ওচৰতে বহিছিল। মই চকুৰে ভালকৈ নেদেখো কাৰণে তেওঁ মোক কাম চলোৱাত সহায় কৰিছিল। তেওঁৰপৰাও এনেকুৱা সন্মান পাই মোৰ সেইদিনা মনত পৰিছিল যে, এওঁৰ নিচিনাই একোজন

কমিচনাৰ চাহাবে চাকৰি জীৱনত মোক কিমান লটিঘটি কৰিছিল। এতিয়া মোৰ 'অতীতৰ সোঁৱৰণী'ত সেইবোৰ কথাকে লিখিম।

যোৱা ১৯৬৩ চনৰ ডিচেম্বৰ মাহত ডিব্ৰুগড় শাখা সাহিত্য সভাৰ ডেকা-গাভৰুসকলে কেইজনমান প্ৰবীণ সাহিত্যিকক সম্বৰ্দ্ধনা জনাবলৈ এখন সম্বৰ্দ্ধনা সভা পাতি অসমৰ নামজ্বলা প্ৰবীণ সাহিত্যিক স্বৰ্গীয় যতীন দুৱৰা, শ্ৰীনীলমণি ফুকন, শ্ৰীপদ্মধৰ চলিহা, ৺মহানন্দ বৰুৱাৰ লগতে মোকো কবি আৰু নাট্যকাৰ বুলি আদৰ-সাদৰকৈ মাতি নি ফুলৰ মালা পিন্ধাই একোখন পিতলৰ শৰাই আৰু একোখন ফুলাম গামোচাৰে সৈতে অভিনন্দন-পত্ৰ দি সম্বৰ্দ্ধনা জনালে। সেই সভাৰ সভাপতি আছিল প্ৰবীণ সাহিত্যিক ৺ডিম্বেশ্বৰ নেওগদেউ।

সেইদিনা সেই সভাতে মই তেওঁলোকক কলো,—

"মই এই সন্মান পাবৰ অলপো যোগ্য নহওঁ। মোৰ ইচ্ছা আছিল যদিও নানা কাৰণত সাহিত্যক্ষেত্ৰত মই বিশেষ একো কৰিব নোৱাৰিলো বুলি সকলোৱেই জানে। তথাপি আপোনা-সকলে যে মোক এই সন্মান দিলে তাৰপৰাই মই বুজিব পাৰিছোঁ যে, আপোনাসকলে মোক ব্যক্তিগতভাৱে ভাল পায়।"

যোৱা বছৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডক্টৰ শ্ৰীমহেশ্বৰ নেওগদেৱে মোলৈ এখন চিঠি দি মোক জনালে,—

"অসম সাহিত্য সভাৰ ১৯৬৫ চনৰ বাৰ্ষিক সন্মিলনৰ সভাপতি পদৰ বাবে শাখা সভাসমূহে পাঁচজনৰ নাম প্ৰস্তাৱ কৰিছে। তাৰ ভিতৰত আপোনাৰো নাম আছে। শেষ বাছনিত যদি আপোনাকে সভাপতি পতা হয় তেন্তে আপোনাৰ সন্মতি আছেনে?"

মই তেওঁলৈ লিখিলো,—"এই বয়সত এই মহাভাৰ কান্ধত তুলি লবপৰা শক্তি মোৰ নাই। আপোনলোকে মোক ক্ষমা কৰিব।"

মোৰ আটাইকেউটি ল'ৰা-ছোৱালী উৰণীয়া হল বুলি আগতে উল্লেখ কৰি আহিছোঁ। তেওঁলোকে কেতিয়াবা ঘৰলৈ আহিলে মোক কয়,—

"দেউতা, তুমি এনেয়ে ভাবি-চিন্তি বহি নাথাকি তোমাৰ জীৱন সোঁৱৰণীকে লিখাচোন।"

মই কওঁ,—"মানুহৰ সমাজত যিসকল আদৰ্শ চৰিত্ৰৰ বিখ্যাত ধৰ্ম্মবীৰ বা কৰ্ম্মবীৰ, সেই সকলেহে উঠি-অহাসকলক প্ৰেৰণা দিবলৈ নিজৰ জীৱন-কাহিনী লিখি থৈ যায়। মই ধৰ্ম্মবীৰো নহওঁ, কৰ্ম্মবীৰো নহওঁ। ছাত্ৰজীৱনত তহঁতৰ নিচিনা ভাল ছাত্ৰও মই নাছিলো। মোৰ জীৱন-কাহিনী পঢ়ি তহঁতে লাজহে পাবি।"

সিহঁতে কয়,—"একেবাৰে নিষ্পাপ আৰু নিৰ্দ্দোষী মানুহনো ক'ত আছে? তোমাৰ জীৱন-সোঁৱৰণী আমাক লাগে। তুমি ভালে-বেয়াই সোপাকে লিখি যোৱা।"

কেইমাহমান আগতে আমাৰ দুখনমান মাহেকীয়া আলোচনীৰ সম্পাদক কেইজনেও মোক নিজৰ জীৱন-সোঁৱৰণী লিখিবলৈ অনুৰোধ কৰিছিল। তেওঁলোকেও কলে,—

"ভালে-বেয়াইহে মানুহ। আপুনি ভালে-বেয়াই সোপাকে লিখি যাওক।"

এতিয়া ভাবি-চিন্তি চাই ইয়াকে বুজিছোঁ যে, মোৰ জীৱন-কাহিনীয়ে কাকো ওপৰলৈ উধাবলৈ প্ৰেৰণা নিদিয়ে যদিও, সৰু-কালৰেপৰা ল'ৰাবিলাকক সাৱধানে চলিবলৈ বাট দেখুৱাব পাৰে। সেই কাৰণে এতিয়া ৭৪ বছৰ বয়সত মোৰ 'অতীতৰ সোঁৱৰণী' লিখিবলৈ আৰম্ভ কৰিলোঁ। কিন্তু মোৰ হাত এতিয়া খৰকৈ নচলে। মৃত্যুৰ পূৰ্ব্বে এইখন লিখি শেষ কৰি ছপাই উলিয়াব পাৰোঁনে নোৱাৰোঁ কব নোৱাৰোঁ।

# বংশ পৰিচয় আৰু ল'ৰাকাল

ইংৰাজী ১৯০৯ চনত আমাৰ ককাদেউতা চুচান্দৰাম ৰাজখোৱাই প্ৰকাশ কৰা 'আত্মবংশচৰিত' আৰু সৰু দদাইদেউ ৺বেণুধৰ ৰাজখোৱাৰ জোঁৱায়েক প্ৰবীণ সাহিত্যিক ৺ডিম্বেশ্বৰ নেওগদেৱে প্ৰকাশ কৰা 'ডাঙৰীয়া বেণুধৰ ৰাজখোৱাৰ চমু জীৱনী' আৰু ককাদেউতাই আমাক মুখেৰে কোৱা কাহিনীৰ ওপৰতে নিৰ্ভৰ কৰি আমাৰ পূৰ্ব্ব-পুৰুষসকলৰ বিষয়ে তলত লিখা চমু বিৱৰণ প্ৰকাশ কৰিলোঁ।

আমাৰ পূৰ্ব্ব-পুৰুষ জনাৰ্দ্দন ভূঞা আছিল গুৱাহাটীৰ বুৰঞ্জী-বিখ্যাত বাৰভূঞাসকলৰ বংশধৰ। তেওঁৰ পুতেক নিত্যানন্দ, নাতিয়েক গোৱিন্দৰাম। গোৱিন্দৰামে গুৱাহাটীৰ কামদত্ত চৌধুৰীৰ জীয়েক ৰতনীক বিয়া কৰিছিল। শলগুৰি সত্ৰৰ সত্ৰাধিকাৰ হৰিচৰণ আতাই ৰতনীৰ ভনীয়েকক বিয়া কৰে। গোৱিন্দৰাম এই শলগুৰি সত্ৰৰ শিষ্য আছিল।

পূৰ্ব্বে শিৱসাগৰৰ মহাপুৰুষীয়া শলগুৰি সত্ৰ আৰু কোৱামৰা সত্ৰ, শলগুৰি সত্ৰ নামে একেখন সত্ৰ আছিল। স্বৰ্গদেউ কমলেশ্বৰ-সিংহ আৰু চন্দ্ৰকান্তসিংহ এই মহাপুৰুষীয়া সত্ৰৰে শিষ্য আছিল।

ৰজাই গোৱিন্দৰামক হাজৰিকা আৰু নাওশলীয়া বৰুৱা উপাধি দি শিৱসাগৰত মাটি-ভেটি দি স্থাপন কৰিলে। গোৱিন্দৰামৰ দুজন পুতেক—ভকতচৰণ আৰু ৰতিৰাম। ভকতচৰণ হাজৰিকাৰ ১৭৫০ শকত হাইজা বেমাৰত মৃত্যু হল; সতি-সন্ততি একো নাথাকিল।

গোৱিন্দৰামৰ মৃত্যুৰ পিছত কামদত্ত চৌধুৰীয়ে জীয়েক ৰতনীক

নাতিয়েক ৰতিৰামেৰে সৈতে গুৱাহাটীলৈ লৈ গ'ল। কিন্তু গাৱঁৰ মানুহে 'পূৰ্ব্বৰ বিষয়াৰ ল'ৰা আমি এৰিব নোৱাৰোঁ' বুলি বৰফুকনক জনাই পুনৰ তেওঁলোকক শলগুৰি মৌজাৰ কালুগাৱঁলৈ আনি ঘৰবাৰী পাতি দি তাতে ৰাখিলে।

ৰতিৰামে বৰবৰা আৰু পানী শলগুৰীয়া ৰাজখোৱা বিষয় পাইছিল। ৰুচিনাথ বুঢ়াগোহাঁইৰ পুতেক মহীধৰ বয়সত সৰু হৈ থকাত আৰু চাৰিহেজাৰ টকা দস্তুৰি বুলি পুৰন্দৰসিংহ ৰজাক মাকে দিবলৈ মান্তি নোহোৱাত ৰজাই সেই পদ তেওঁক নিদি কাৰ্য্যভাৰ ৰতিৰামকে দিলে। ৰতিৰামে ৩।৪ বছৰ বুঢ়াগোহাঁই খেলৰ কাম চলালে। পিছে আহোমৰ বাহিৰে আনে পূৰ্ব্বৰেপৰা বুঢ়াগোহাঁই হোৱা নিয়ম নথকাত ৰতিৰামে বুঢ়াগোহাঁইৰ খিতাপ, কেকোৰা দোলা, আৰোৱান আৰু খুটা আদি মৰ্য্যাদা নাপালে। লগুৱা-লিকচৌ হলে বুঢ়াগোহাঁইৰ নিয়মমতেই পাইছিল।

ইংৰাজে দেশ অধিকাৰ কৰাৰ পিছতো ৰতিৰাম বৰবৰা সেই অঞ্চলৰ এজন প্ৰতাপী বিষয়া আছিল। তেওঁক ইংৰাজে শলগুৰি আৰু জকাইচুক মৌজাৰ মৌজাদাৰ নিযুক্ত কৰিছিল। ককা-দেউতাই আমাক কৈছিল, এসময়ত তেওঁৰ কিবা কাৰণত খং উঠি এজন মানুহক মাটিত বগৰাই লৈ গচকি গচকি মাৰি পেলালে। পুলিচৰ ৰি'পৰ্ট পাই জিলাৰ বৰচাহাবে পুলিচ লগত লৈ নিজে গৈ তেওঁক কলে,—

"আপুনি এইটো বৰ অন্যায় কাম কৰিলে। তাৰবাবে আপুনি শাস্তি পাব লাগে।"

তেওঁ কলে,—"মোক কোনে শাস্তি দিব পাবে? ৰজাই মোক তিনিটালৈকে মানুহ মাৰিব পৰা ক্ষমতা দিছে।"

বৰচাহাবে কলে,—"আপোনাৰ ৰজা এতিয়া নাই। আমাৰ আইনমতে আপুনি দোষী। সেই কাৰণে আপোনাৰ বৰজাপিটো ফাটেক দিয়া হব।"

এই বুলি বৰজাপিটোকে গ্রেপ্তাৰ কৰি লৈ যোৱাত তেওঁ বৰ অপমান পালে।

শিৱসাগৰৰ কালুগাৱঁত ৰতিৰাম বৰবৰাই খন্দোৱা বৰবৰা পুখুৰী আৰু তেওঁৰ বংশৰ এটি ডাল এতিয়াও আছে।

ৰতিৰাম বৰবৰাৰ চাৰিগৰাকী ভাৰ্য্যা আছিল। চতুৰ্থ গৰাকী আছিল জাঁজীৰ মধুৰাম ভূঞাৰ ঘৰৰ জীয়াৰী;—নাম পদ্মাৱতী (উপলুভীয়া নাম পিতিকা)। তেওঁৰে জীয়েকৰ পুতেক আছিল গুৱাহাটীৰ অৱসৰপ্ৰাপ্ত ডি-এচ-পি ৺হৰনাথ বৰুৱা। ইংৰাজী ১৯২১ চনৰ ডিচেম্বৰ মাহত মোৰ বিয়ালৈ দুদিন থাকোতে এই গৰাকী আজো-আইতাৰ মৃত্যু হোৱাত মোৰ বিয়া ভাগিল আৰু দুমাহ পিছলৈ হোহকাব লগা হল।

ৰতিৰামৰ ছজন পুতেকৰ ভিতৰত ৺চুচান্দৰাম ৰাজখোৱা আছিল তেওঁৰ দ্বিতীয় পুত্ৰ। এই ৺চুচান্দৰাম ৰাজখোৱাই আছিল মোৰ পিতৃদেউতা ৺চন্দ্ৰধৰ ৰাজখোৱাৰ আৰু দদাইদেউ ৺ইন্দ্ৰধৰ ৰাজখোৱা, ৺সূৰ্য্যধৰ ৰাজখোৱা আৰু ৺বেণুধৰ ৰাজখোৱাৰ দেউতাক। তেওঁলোকৰ দুগৰাকী বাই-ভনী—প্ৰভাৱতী (৺মুক্তালাল কাঠবৰুৱাৰ মাক) আৰু তাৰাৱতী (৺মণিৰাম দেৱানৰ বোৱাৰীয়েক, আৰু শ্ৰীগকুলচন্দ্ৰ বৰুৱাৰ মাক)।

ককাদেউতা ৺চুচান্দৰামৰ পত্নী ৺হীৰাৱতী আছিল শিৱসাগৰৰ নামতিয়াল বৰুৱা বংশৰ কৃষ্ণানন্দ বৰুৱাৰ দ্বিতীয়া কন্যা। কৃষ্ণানন্দ বৰুৱাৰ পাঁচজন পুতেক, যথাক্ৰমে ইন্দিবৰ (মণিৰাম দেৱানৰ বৰ জোঁৱায়েক), বংশীধৰ, শশীধৰ, দামোদৰ আৰু ৰত্নধৰ,—দেউতা আৰু দদাইদেউসকলৰ আপোন মোমায়েক।

পূৰ্ব্বে কামৰূপৰ চৌধাৰী আৰু কায়স্থ মহন্তসকলৰ লগতহে আমাৰ পূৰ্ব্ব-পুৰুষসকলৰ বৈবাহিক সম্বন্ধ আছিল। মানৰ দিনত দেশত হুলস্থূল হোৱাত আৰু তেওঁলোক গুৱাহাটী এৰি ৰংপুৰ অঞ্চললৈ অহাত কাকতী আদিৰে সম্বন্ধ কৰা হৈছে।

ককাদেউতা চুচান্দৰামে শিৱসাগৰৰ নানা ঠাইত কাম কৰি পিছত ডিব্রুগড় মহকুমাৰ খোৱাং মৌজাৰ মৌজাদাৰ হৈ তালৈ সপৰিবাৰে উঠি আহিল। তেওঁ ইংৰাজী নাজানিছিল যদিও, অসমীয়া লিখা-পঢ়া ভালকৈ জানিছিল। সেইকালত আমাৰ পুৰণি ধৰ্ম্ম-পুথিবোৰ ছপা হৈ ওলোৱা নাছিল। ককাদেউতাই সাঁচিপতীয়া পুথিবোৰ পঢ়িছিল। তেওঁৰ হাতৰ আখৰবোৰ আছিল দেৱনাগৰী আখৰৰ অলপ ওচৰ চপা পুৰণি অসমীয়া আখৰ।

শিৱসাগৰৰ কালুগাঁৱৰ ঘৰতে মোৰ পিতৃদেউতা ৺চন্দ্ৰধৰ ৰাজখোৱা আৰু দদাইদেউ ৺ইন্দ্ৰধৰ ৰাজখোৱা, ৺সূৰ্য্যধৰ ৰাজখোৱাৰ জন্ম। তেওঁলোকৰ দুগৰাকী বাই-ভনীৰো জন্ম কালুগাঁৱত। সৰু দদাইদেউ ৺বেণুধৰ ৰাজখোৱাৰ জন্ম খোৱাঙত। দেউতা আৰু দদাইদেউসকলে ল'ৰাকালত খোৱাঙৰ নিম্ন প্ৰাইমাৰী স্কুলতে পঢ়িছিল।

সেইকালত ককাদেউতাই ডিব্রুগড়ৰ চিৰিংচাপৰিত কুৰি বিঘা-মান বস্তি মাটি লৈ দেউতা আৰু দদাইদেউসকলক হাইস্কুলত পঢ়ুৱাবৰ উদ্দেশ্যেৰে সেই মাটিৰ একাষত ঘৰ সজালে। পিছৰ কালত দেউতা আৰু দদাইদেউসকল সেই ঘৰতে থাকি ডিব্রুগড়ৰ হাইস্কুলত পঢ়িছিল। দেউতাই হাইস্কুলৰ প্ৰথম শ্ৰেণীলৈকে পঢ়ি স্কুল এৰি সেই স্কুলৰে তলৰ শ্ৰেণীৰ শিক্ষক হৈ দদাইদেউসকলক পঢ়ুৱাইছিল।

সেইকালতে দেউতাই বিয়া কৰালে শিৱসাগৰৰ দুৱৰা বংশৰ জীয়াৰী, মোৰ মাতৃদেবী ৺কনকলতাক। আমাৰ ককাদেউতাৰ দিনলৈকে আমাৰ পূৰ্ব্বপুৰুষসকলে কায়স্থৰ উত্তৰী লৈছিল আৰু ৮।৯ বছৰীয়া সৰু ছোৱালী বিয়া কৰিছিল। দেউতা আৰু দদাইদেউসকলেহে কায়স্থৰ উত্তৰী এৰি ডাঙৰ ছোৱালী বিয়া কৰি কলিতাৰ লগত মিহলি হৈ গল। তথাপি এতিয়াও আমি নিজকে জাতত কায়স্থ বুলিহে চিনাকি দিওঁ। এতিয়া আমাৰ

উজনি অসমৰ মহাপুৰুষীয়া সত্ৰৰ গোসাঁই মহন্তসকলহে খাটি কায়স্থ মানুহ।

চিৰিংচাপৰিত কুন্তী ফুকন বাইদেউৰ বাৰীখনৰ পশ্চিম সীমান্ত লগালগিকৈ থকা বাৰীখনেই আছিল ককাদেউতাৰ বাৰী। বৰ-দদাইদেউ আৰু সৰু দদাইদেৱে প্ৰৱেশিকা ( Entrance ) পাছ কৰি কলিকতাত পঢ়া কালতে মাজু দদাইদেউ ৺সূৰ্য্যধৰ ৰাজখোৱা প্ৰথম শ্ৰেণীৰপৰা স্কুল এৰি ডিব্ৰুগড়ৰ বগডুম মৌজাৰ মৌজাদাৰ হৈ আছিল। সেইকালতে তেওঁ ককাদেউতাৰ চিৰিংচাপৰিত থকা এশ নল দীঘল আৰু প্ৰায় কুৰি নল বহল বাৰীখনৰ আধাতকৈও বেছি অংশ দখল কৰি তাত তেওঁৰ পকাঘৰ সাজিলে। বাকী অংশ থাকিল দেউতাৰ দখলত।

চিৰিংচাপৰিৰ সেই ঘৰতে মোৰ ওপৰৰ তিনিজনী বাইদেউৰ. জন্মৰ পিছত ১৮৯০ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত মোৰ জন্ম হল। সেই সময়ত মণিপুৰৰ মহাৰজাৰ লগত ইংৰাজৰ যুদ্ধ লাগিছিল। দেউতাই ইংৰাজৰ ৰচদ যোগনীয়া বিভাগত কেৰাণীৰ কাম কৰি ইংৰাজৰ শিবিৰতে আছিলগৈ। যুদ্ধৰ অন্তত দেউতাই কাছাৰীৰ কেৰাণীৰ কামত সোমাই পিছত কাছাৰীৰ নাজিৰৰ কামলৈ প্ৰমোচন পাইছিল।

কিছুকালৰ পিছত দেউতাই কাছাৰীৰ কাম এৰি ডিব্ৰুগড়ৰ ৺মালভোগ বৰুৱাৰ ৰজাভেটা চাহবাগিছাৰ মেনেজাৰ হলগৈ। এই কালছোৱাৰ ভিতৰতে ককাদেউতাই জয়পুৰ মৌজা পাই সপৰিয়ালে খোৱাঙৰপৰা উঠি গৈ জয়পুৰতে আছিলগৈ। দেউতাই চাহবাগিছাত কেইবছৰমান কাম কৰাৰ পিছত জয়পুৰত আইতাৰ মৃত্যুৰ বাতৰি পাই বাগিছাৰ কাম এৰি জয়পুৰলৈ গৈ ককাদেউতাৰ লগত মৌজাৰ কামকে কৰি আছিল। ককাদেউতাই দেউতাক কলে—

"মোৰ পিছত তয়ে জয়পুৰৰ মৌজাদাৰ হবি। তই আন ঠাইত কাম কৰিবলৈ যাব নালাগে। মোৰ লগতে থাক।"

সেই সময়ত কেইখনমান ইউৰোপীয়ান চাহবাগিছাৰ চুপাৰিণ্টেণ্ডেণ্ট চাহাব এজনে দেউতাক এখন চাহবাগিছাৰ মেনেজাৰৰ কাম যাচি চিঠি দি মাতিছিল। কিন্তু দেউতাই ককাদেউতাক অকলে এৰি যাবলৈ ইচ্ছা নকৰিলে।

তেতিয়াৰপৰা দেউতাই নিজৰ পৰিয়ালটো ডিব্ৰুগড়তে এৰি জয়পুৰত ককাদেউতাৰ লগতে মৌজাৰ কাম কৰি আছিল। দুমাহ তিনিমাহৰ মূৰে মূৰে ঘোঁৰাত উঠি ডিব্ৰুগড়লৈ আহি কিছুদিন থাকি পুনৰ উলটি গৈছিল। সেইকাৰণে ল'ৰাকালত মোৰ মাতৃদেৱীৰ বাহিৰে কোনো অভিভাৱক নাছিল। সেই কালছোৱাৰ ভিতৰতে মোৰ তলৰ দুজনী ভনীৰ জন্ম হ'ল। পাঁচজনী ছোৱালীৰ মাজত মই এটা ল'ৰা, সকলোৰে আলাসৰ লাডু হৈ পৰিলোঁ।

মোৰ মাতৃয়ে ইংৰাজী নাজানিছিল যদিও, তেওঁ একেবাৰে অশিক্ষিতা নাছিল। তেওঁৰ বিবাহৰ পূৰ্ব্বে শিৱসাগৰত দেউতাকৰ ঘৰত থকাকালত মিছনেৰী চাহাবসকলৰ মেমবিলাক শিৱসাগৰৰ মানুহৰ ঘৰে ঘৰে গৈ জীয়াৰী-বোৱাৰীসকলক উলৰ কাম আৰু চিলাইৰ কাম শিকাইছিল আৰু মিছনেৰী চাহাববিলাকে লিখা অসমীয়া কিতাপবোৰ তেওঁলোকক পঢ়িবলৈ দিছিল। মায়ে সৰু-কালত ঘৰতে বঙলা প্ৰথম ভাগ, দ্বিতীয় ভাগ কিতাপ পঢ়ি পিছত মেমসকলে দিয়া অসমীয়া কিতাপবোৰ পঢ়ি অসমীয়া ভালকৈ লিখিব-পঢ়িব পৰা হৈছিল। তদুপৰি ঘৰতে বঙলা ৰামায়ণ, মহাভাৰত আৰু অন্যান্য পুৰাণবিলাক পঢ়ি বঙ্গভাষাও ভালকৈ বুজিব পৰা হৈছিল। ল'ৰাকালত মায়ে মোক ৰামায়ণ, মহাভাৰত আৰু অন্যান্য পুৰাণবিলাকৰ গল্পবিলাক সাধুকথা কোৱাৰ ছলেৰে মুখে মুখে কৈছিল আৰু পাপ কাম আৰু অন্যায় কামৰ পৰিণাম কি সেইবোৰ কথাও বুজাবলৈ চেষ্টা কৰিছিল। মায়ে মোক কৈছিল, "যিবোৰ বেয়া কাম কৰিলে আন মানুহৰ নাইবা গোটেই মানুহৰ সমাজৰ অপকাৰ হয়, সেইবোৰেই অন্যায় কাম। তেনেকুৱা অন্যায়



পূজনীয় পিতৃদেবতা স্বৰ্গীয় চন্দ্ৰধৰ ৰাজখোৱা



পূ
কণ

কাম কৰিলে ৰজা নাইবা ৰাইজে শাস্তি দিয়ে; আৰু যিবিলাক বেয়া কাম কৰা মানুহে' নেদেখে, ঈশ্বৰেহে দেখে, সেইবোৰ পাপ কাম। তেনেকুৱা পাপ কাম কৰিলে ঈশ্বৰে শাস্তি দিয়ে।

ল'ৰাকালত এইবোৰ কথা মই ভালকৈ বুজিব নোৱাৰিছিলো যদিও মাৰ এই উপদেশে মোৰ অন্তৰত দ-কৈ ছাপ বহুৱালে। ল'ৰাকালৰেপৰা মোৰ জ্ঞান-বিশ্বাস মতে যিবোৰ কাম পাপকাম বা অন্যায় কাম বুলি মই বুজিব পাৰিছিলো, তেনেবোৰ কামত হাত দিবলৈ মই ভয় কৰিছিলো আৰু তেনেবোৰ কামৰ ওচৰ চাপিবলৈ মোৰ বিবেকেও বাধা দিছিল। তথাপি মই জীৱনত কোনো পাপ নাইবা অন্যায় কাম কৰা নাছিলো বুলি কলে কোনে বিশ্বাস কৰিব? ল'ৰাকালৰে পৰা পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত মই যিবোৰ উৎপতীয়া কাম কৰি নিজৰে অনিষ্ট কৰি মা আৰু দেউতাৰ মনত কষ্ট দিছিলো, আৰু নিৰীহ পশু-পক্ষীবিলাক নিষ্ঠুৰভাবে হত্যা কৰি আনন্দ পাইছিলো, সেইবোৰ অন্যায় কাম বা পাপ কাম বুলি মই ভবাই নাছিলো।

মোৰ ল'ৰাকালত চিৰিংচাপৰিৰ আমাৰ ঘৰ ৺কুন্তী বাইদেউৰ ঘৰৰ নিচেই ওচৰতে আছিল। তেতিয়া তেওঁলোকৰ আৰু আমাৰ' ঘৰবাৰী দুখনৰ পাছফালে আছিল আৰু ঘৰৰ সমুখৰ আগকালৰ মাটি মুকলি হৈ পৰি আছিল। আমাৰ আগফালৰ সেই মাটিতে জয়পুৰৰপৰা আৰু খোৱাঙৰপৰা অহা কিছুমান কছাৰী লৰাই ঘৰ সাজি তাতে থাকি হাইস্কুলত পঢ়িছিল। তেওঁবিলাকৰ সৰহভাগেই আছিল চাহবাগিছাৰ কেৰাণী-মহৰীৰ ল'ৰা। তেওঁবিলাক শান্ত-শিষ্ট আৰু সৎস্বভাৱৰ ল'ৰা আছিল। সেই সময়ত আমাৰ ঘৰত কানীয়া চাকৰ এটাৰ বাহিৰে আন কোনো মতা মানুহ নাছিল। এই স্কুলীয়া ল'ৰাবোৰেই মাক সময়ে সময়ে সহায় কৰিছিল। মই স্কুলত নাম লগোৱাৰ পিছত মায়ে মোক তেওঁলোকৰ লগতে স্কুললৈ পঠাইছিল। এই ল'ৰাবিলাকৰ ভিতৰৰে এজন আছিল ৺মিঠাৰাম

ৰবা। তেওঁ তাতে থাকি এণ্ট্ৰেন্স পাছ কৰি প্ৰথমে হাইস্কুলৰ শিক্ষক হৈ আছিল। পিছত পুলিচ বিভাগৰ কামত সোমাই পুলিচ ইন্সপেক্টৰ হৈ কামৰপৰা অৱসৰ ললে। তেওঁৰে বৰপুত্ৰ শ্ৰীহেৰম্ব ৱৰা অসমৰ এজন ডেপুটি কমিছনাৰ আছিল ( বৰ্তমানে অৱসৰ-প্ৰাপ্ত )।

৺কুন্তী বাইদেউৰ ঘৰৰ মানুহৰ লগত আমাৰ ঘৰৰ মানুহৰ তিনিপুৰুষৰ চিনা-পৰিচয়। তেওঁৰ দেউতাক লম্বোদৰ ফুকনক আমি ককাদেউতা আৰু মাকক আইতা বুলি মাতিছিলো। কুন্তী বাইদেৱে আৰু তেওঁৰ বাইদেৱেক, শ্ৰীবিপিনকুমাৰ বৰগোহাঁইৰ মাকে আমাৰ দেউতা আৰু দদাইদেউসকলক 'ককাইদেউ' বুলি মাতিছিল। আমি তেওঁলোকক 'বাইদেউ' বুলি মাতিছিলো। তেওঁলোকে আমাক বৰ মৰম কৰিছিল। এতিয়াও শ্ৰীবিপিন বৰগোহাঁয়ে, তেওঁৰ বায়েক শ্ৰীমতী স্বৰ্ণলতা গোহাঁয়ে আৰু তেওঁৰ ভনীয়েক শিৱসাগৰৰ শ্ৰীগিৰীন্দ্ৰনাথ গগৈদেউৰ ভাৰ্য্যা শ্ৰীমতী মাকণে মোক 'দাদা' বুলি মাতে।

৺কুন্তী বাইদেউক বিয়া দিয়াৰ ছমাহৰ পিছতে তেওঁ বিধবা হ'ল। তেওঁৰ ল'ৰা-ছোৱালী নাছিল। ইচ্ছা কৰা হলে তেওঁ পুনৰ বিয়া কৰাব পাৰিলেহেঁতেন। কিন্তু তেওঁ আৰু বিয়া নকৰালে। ডিব্ৰুগড়ৰ ছোৱালী স্কুলৰ শিক্ষয়িত্ৰীৰ কাম কৰি জীৱনৰ বাকীছোৱা কাল ব্ৰহ্মচাৰিণী হৈয়ে কটাই দিলে। যোৱা বছৰৰ আগৰ বছৰত তেওঁৰ ডিব্ৰুগড়ৰ বৰবাৰী হস্পিতালত মৃত্যু হ'ল। সৰু খুৰীদেউ শ্ৰীযুতা ৰত্নকুমাৰী ৰাজখোৱা আৰু বৰ-বাইদেউ শ্ৰীযুতা সৰোজবালা দত্তও তেওঁৰ ছাত্ৰী আছিল।

গাভৰুকালত কুন্তী বাইদেউৰ লগৰী আছিল মোৰ মা আৰু বাইদেউহঁত। তেওঁ সেইকালত সততে আমাৰ ঘৰলৈ আহি মা আৰু বাইদেউহঁতৰ লগত কড়ি খেলিছিল। কেতিয়াবা ময়ো সেই খেলত যোগ দিছিলো। কেতিয়াবা গধূলি সময়ত তেওঁ

আমাৰ ৰৰবাইদেউ শ্ৰীযুতা সৰোজবালাৰ লগত একেলগে সুৰ ধৰি বঙলা ৰামায়ণ আৰু মহাভাৰত পঢ়া শুনি থাকিবলৈ মোৰ বৰ ভাল লাগিছিল আৰু সেইবিলাক কিতাপ নিজে পঢ়িবলৈ মোৰ তেতিয়াৰ পৰাই ধাউতি হ'ল।

খৃষ্টাব্দ ১৮৯৩-৯৪ চনত মোৰ মাজুবাইদেউ আৰু সৰুবাইদেৱে মদনমোহন তৰ্কালঙ্কাৰৰ বঙলা শিশু-শিক্ষা প্ৰথম ভাগ, দ্বিতীয় ভাগ কিতাপ পঢ়িছিল। সেই দুখন কিতাপৰে এখনত তেওঁলোকে তলত লিখা বঙলা কবিতাটো পঢ়া শুনি থাকিয়েই সেইটো মোৰ মুখস্থ হৈছিল ;—

"পাখীসব করে রব রাত্রি পোহাইল,
কাননে কুসুমকলি সকলি ফুটিল,
রাখাল গরুর পাল লয়ে যায় মাঠে,
শিশুগণ দেয় মন নিজ নিজ পাঠে।"—ইত্যাদি

সেই সময়ত স্বৰ্গীয় পদ্মনাথ গোহাঁইবৰুৱাদেৱ প্ৰমুখ্যে দেশ-হিতৈষী লোকসকলৰ নেৰানেপেৰা যত্নত আমাৰ স্কুলবিলাকত বঙ্গভাষাৰ ঠাইত অসমীয়া ভাষা প্ৰচলন হ'ল। বৰুৱাদেৱৰ 'সাহিত্য-সংগ্ৰহ'কে আদি কৰি স্কুলৰ অসমীয়া পাঠ্যপুথি প্ৰায় আটাইবিলাকেই ছপা হৈ ওলাল।

'সাহিত্য-সংগ্ৰহ' পুথিখন সেইকালৰ ছাত্ৰবৃত্তি পৰীক্ষাৰো পাঠ্য-পুথি আছিল আৰু এণ্ট্ৰেন্স পৰীক্ষাৰো পাঠ্যপুথি আছিল। তাতকৈ ওখ খাপৰ অসমীয়া সাহিত্য পুথি তেতিয়া ছপা হৈ ওলোৱা নাছিল।

মই বঙলা পাঠ্যপুথি পঢ়া নাছিলো। খৃষ্টাব্দ ১৮৯৫ চনত পাঁচ বছৰ বয়সত বিদ্যাৰম্ভ কৰি মই আৰু মোৰ সেইকালৰ সহপাঠী সকলেই পোন প্ৰথমে আমাৰ ৺পানীন্দ্ৰনাথ গগৈৰ ল'ৰাশিক্ষা আগছোৱা পুথি পঢ়িবলৈ পালো।

সকবাইদেৱে এদিন মোক কলে,—"তোৰ অসমীয়া কিতাপত কবিতা নাই, আমাৰ বঙলা কিতাপত কবিতা আছে।"

এইবুলি ওপৰত লিখা বঙলা কবিতাটো মোক পঢ়ি শুনালে। মোৰ কিতাপত কবিতা নাই বুলি কোৱাত মই অসমীয়া কিতাপ নপঢ়ো বুলি ঠেঁহ পাতিলো।

মায়ে মোৰ ঠেঁহ ভাঙিবলৈ আন উপায় নাপাই মোক কলে,—"তোৰ কিতাপতো কবিতা আছে; দে, মই পঢ়ি শুনাওঁ।"

এইবুলি—

"গগৈদেউ অসহনি গামখাৰু ওলগনি
চনপৰা আহুতলি বাংকৰা বহুৱালি"

এইবোৰ পঢ়ি শুনাই কলে,—

"সেঁয়া তোৰ কিতাপতো কবিতা আছে। তোৰখন অসমীয়া কিতাপ। অসমীয়া তোৰ মাতৃভাষা। তোৰ মাতৃভাষাৰ কিতাপ নপঢ়ি সিইঁতে পঢ়া বাৰেবঙলুৱা কিতাপ পঢ়িবি কিয়?"

এনেকৈ মোক ফুচুলাই কিতাপত মন বহুৱাবলৈ চেষ্টা কৰা এতিয়াও মোৰ স্পষ্টকৈ মনত আছে।

কবিতাৰ ছন্দ আৰু সঙ্গীতৰ সুৰ মই তেতিয়াৰ পৰাই ভাল পাইছিলো। কিন্তু তেতিয়া ডিব্রুগড়ৰ চিৰিংচাপৰি গাঁৱত থাকি স্কুলত পঢ়া কালত সঙ্গীত চর্চ্চা কৰিবলৈ মই অলপো সুবিধা নাপালো।

খৃষ্টাব্দ ১৮৯৫ চনৰপৰা ১৮৯৭ চনলৈকে ঘৰতে ল'ৰাশিক্ষা আগছোৱা, মাজছোৱা, শেহছোৱা আৰু গণনাৰ আদি পুথি পঢ়ি অমিশ্র হৰণলৈকে অঙ্ক শিকি ১৮৯৭ খৃষ্টাব্দত ডিব্রুগড়ৰ ছাত্রবৃত্তি স্কুলৰ সপ্তম শ্রেণীত (আটাইতকৈ তল শ্রেণীত) নাম লগাই মোৰ পঢ়াশলীয়া জীৱন আৰম্ভ কৰিলো।

এতিয়া যি ঠাইত ডিব্রুগড়ৰ সঙ্গীত বিদ্যালয় আছে, সেই ঠাইতে আছিল ছোৱালীবিলাকৰ নিম্ন-প্রাইমাৰী স্কুল। আমাৰ

বাইদেউহঁতে আৰু তেওঁলোকৰ সমনীয়া অসমীয়া ছোৱালীসকলে এই স্কুলতে বঙলা পাঠ্যপুথিবিলাক পঢ়িছিল। এজন বঙালী ভদ্রলোক আছিল প্রধান শিক্ষক আৰু তেওঁৰে ভাৰ্য্যা গৰাকী আছিল শিক্ষয়িত্রী। পিছত যেতিয়া বঙলা পাঠ্যপুথিৰ ঠাইত অসমীয়া পাঠ্যপুথি প্রচলন হ'ল, তেতিয়া কুন্তী বাইদেৱো হ'ল ঐই স্কুলৰে শিক্ষয়িত্রী।

# পঢ়াশলীয়া জীৱন

মায়ে মোক সাত বছৰ বয়সৰ পুৰ্ব্বে স্কুললৈ পঠাবলৈ সাহ কৰিব নোৱাৰিলে, কাৰণ সেই কালত আমাৰ ঘৰৰ ওচৰত নিম্ন-প্ৰাইমাৰী স্কুল নাছিল। ৰিহাবাৰী ৰেল ষ্টেছনৰ ওচৰত এটা ৰেলৱে এম-ই স্কুল আছিল। সেই স্কুলত বঙালী লৰাবিলাকে পঢ়িছিল। পাঠ্য-পুথিবিলাক আছিল বঙলা ভাষাৰ। তাত যি কেইজন অসমীয়া লৰাই পঢ়িছিল তেওঁলোকে বঙলা কিতাপকে পঢ়িব লগা হৈছিল।

অসমীয়া লৰাবিলাকে পঢ়িছিল ছাত্ৰবৃত্তি স্কুলত। ছাত্ৰবৃত্তি স্কুল আৰু হাইস্কুল আমাৰ ঘৰৰপৰা প্ৰায় দুমাইলমান দূৰত ডিব্ৰু নৈৰ ওচৰত একে ঠাইতে আছিল। এতিয়া ব্ৰহ্মপুত্ৰ নৈ ডিব্ৰু নৈৰ লগ-লাগি দুয়োটা স্কুল খহাই লৈ গল।

তেতিয়া চৌকিডিঙি আলিটো আছিল কেঁচা—বাৰিষা একাঠুৰা বোকা হয়। সাত বছৰ বয়সত স্কুলত নাম লগোৱাৰ পিছতো কেতিয়াবা স্কুললৈ ওলাই যাওঁতে চৌকিডিঙি আলিত একাঠুৰা বোকাত লাগি ধৰি তাতে বাগৰি পৰি বোকাত লুতুৰি-পুতৰি হৈ ঘৰলৈ উলটি আহিব লগাত পৰিছিলো।

মোক ছাত্ৰবৃত্তি স্কুলৰ ৭ম শ্ৰেণীত নাম লগাওঁতেই বয়স দুবছৰ কমাই পাঁচবছৰ লিখাইছিল; কাৰণ ছাত্ৰবৃত্তি স্কুলৰ ৭ম শ্ৰেণীৰপৰা প্ৰথম শ্ৰেণীলৈ সাতবছৰ, তাৰ পিছত হাইস্কুলৰ ৬ষ্ঠ শ্ৰেণীৰপৰা প্ৰথম শ্ৰেণীলৈকে ছবছৰ, মুঠ তেৰ বছৰ স্কুলত পঢ়িলে বছৰে বছৰে প্ৰমোচন পাই গলেও এণ্ট্ৰেন্স পৰীক্ষা দিবৰ সময়ত মোৰ বয়স কুৰি বছৰ হয়গৈ।

কিন্তু মই স্কুলত তেৰ বছৰ পঢ়া নাছিলো,—বাৰ বছৰহে

পঢ়িলো। কাৰণ স্কুলত নাম লগোৱাৰ পিছত বছেৰেকীয়া পৰীক্ষাত শ্ৰেণীত প্ৰথম হৈ ৭ম শ্ৰেণীৰপৰা ৫ম শ্ৰেণীলৈ ডবল প্ৰমোচন পালো। এই ডবল প্ৰমোচনে মোৰ বৰ অনিষ্ট কৰিলে। আন-বিলাক বিষয় চম্ভালি লব পাৰিলো যদিও অঙ্কত মই একেবাৰে কেঁচা হৈ পৰিলো।

ছাত্ৰবৃত্তি স্কুলত ছবছৰ পঢ়ি ইংৰাজী ১৯০৩ চনত ছাত্ৰবৃত্তি পৰীক্ষাত পাছ হলো, কিন্তু অঙ্ক নজনাৰ কাৰণে বৃত্তি নাপালো। বাছনি পৰীক্ষাত আটাইতকৈ বেছি নম্বৰ পাই প্ৰথম হৈছিলো যদিও অঙ্কত ফেল হলো। সেই কাৰণে হেড পণ্ডিতে মুঠৰ ওপৰত মোতকৈ বহুত কম নম্বৰ পাই দ্বিতীয় হোৱা যদুনাথ দত্ত নামে ল'ৰাটিক প্ৰথম স্থান দিলে আৰু মোক দিলে দ্বিতীয় স্থান। তেওঁ সকলো বিষয়তে ভালকৈ পাছ কৰিছিল।

এতিয়া পাছলৈ উলটি চাই বুজিব পাৰিছোঁ যে তেতিয়ালৈকে মই দেখোন এটা ভাল ল'ৰাই আছিলো। ভগবানে ভাল ল'ৰা-বিলাকক যি মানসিক শক্তি দিছে মোকো তাৰপৰা বঞ্চিত কৰা নাছিল। মোৰ স্মৃতিশক্তি বৰ প্ৰখৰ আছিল। অলপ চেষ্টা কৰা হলে মই ভাল ল'ৰাৰ শাৰীতে থাকিব পাৰিলোহেঁতেন। কিন্তু মোৰ ভাগ্য-চক্ৰই মোক বেয়াৰ ফালে ঢাল খুৱালে কেনেকৈ, ইয়াৰ পিছৰ মোৰ জীৱন-কাহিনী পঢ়িলেই উঠি-অহাসকলে বুজিব পাৰিব।

পঞ্চম শ্ৰেণীত এবছৰ পঢ়ি খৃঃ ১৮৯৯ চনত চতুৰ্থ শ্ৰেণীলৈ প্ৰমোচন পাই ভোলানাথ দাসৰ চিন্তা-তৰঙ্গিণী, পদ্মনাথ গোহাঁই বৰুৱাৰ নীতি-শিক্ষা দ্বিতীয় ভাগ, চোলেমান খাঁৰ ভাৰত-বুৰঞ্জী আদি অলপ ওখ খাপৰ অসমীয়া পাঠ্যপুথিবিলাক পঢ়িবলৈ পালো। সেই সময়ৰপৰাই বঙলা ৰামায়ণ, মহাভাৰত আৰু অন্যান্য পুৰাণ-বিলাক পঢ়িবলৈ আৰম্ভ কৰিলো। পাঠ্য-পুথিতকৈ এইবিলাক বাহিৰা কিতাপ পঢ়াতহে মোৰ বেছি ৰাপ আছিল। চতুৰ্থ শ্ৰেণীৰ

পৰা প্ৰথম শ্ৰেণীলৈকে পঢ়া কালছোৱাৰ ভিতৰত এইবিলাক বঙলা পুথিৰ উপৰিও সেইকালত যিকেইখন অসমীয়া নাটক উপন্যাস আৰু কবিতা পুথি ছপা হৈ ওলাইছিল সেই আটাইবিলাক পঢ়ি শেষ কৰিলো। সেই কাৰণে অঙ্কৰ বাহিৰে আনবিলাক বিষয়ত মই শ্ৰেণীত সদায় প্ৰথম হৈ প্ৰমোচন পাইছিলো।

ছাত্ৰবৃত্তি স্কুলৰ প্ৰথম আৰু দ্বিতীয় শ্ৰেণীত পঢ়া কালত মাইকেল মধুসূদন দত্তৰ কাব্য আৰু হেমচন্দ্ৰ, নবীনচন্দ্ৰ, দ্বিজেন্দ্ৰলাল আদি বঙালী সাহিত্যিকসকলৰ কিছুমান নাটক আৰু কবিতাও মই পঢ়িছিলো। এইবিলাক বাহিৰা কিতাপ পঢ়াৰপৰাই মোৰো কবিতা লিখিবলৈ ধাউতি হল। ছাত্ৰবৃত্তি স্কুলৰ প্ৰথম শ্ৰেণীত পঢ়াকালতে কিছুমান ল'ৰালি ভাবৰ কবিতা লিখি মোৰ বাইদেউ-হঁতক পঢ়িবলৈ দিছিলো। তেওঁলোকে মোৰ এইবিলাক কবিতা পঢ়ি বৰ ভাল পাইছিল আৰু মোক কবিতা লিখিবলৈ উৎসাহ দিছিল।

সেইকালত ছাত্ৰবৃত্তি স্কুলৰ ছাত্ৰসকলৰ এখন শনিবৰীয়া আলোচনী সভা আছিল। প্ৰত্যেক শনিবাৰে স্কুল ছুটী হোৱাৰ পিছত এই আলোচনী সভা হৈছিল। এইবিলাক আলোচনী সভাত প্ৰথম চাৰি শ্ৰেণীৰ ছাত্ৰসকলৰ লগত কেইজনমান শিক্ষকেও যোগ দিছিল। সেই সভাত ছাত্ৰবিলাকে ঘৰৰপৰা লিখি অনা ৰচনা পাঠ কৰিছিল আৰু নিৰ্দ্দিষ্ট বক্তাসকলে বক্তৃতা দিছিল। সেইবিলাক আলোচনী সভাত বক্তৃতা দিয়াৰপৰাই মোৰ ৰাজহুৱা সভা-সমিতিত বক্তৃতা দিয়া অভ্যাস হল।

সেই কালতে স্কুলৰ ল'ৰাবিলাকৰ ফুটবল আৰু ক্ৰিকেট খেলত যোগ দি দুবছৰমানৰ ভিতৰতে এই দুটা খেলত পাকৈত হৈ পৰিলো। চতুৰ্থ শ্ৰেণীৰপৰা তৃতীয় শ্ৰেণীলৈ উঠাৰ পিছত বেলৰে স্কুলৰ বঙালী বিলাকৰ লগত আমাৰ স্কুলৰ ল'ৰাবিলাৰ এদিন ফুটবল প্ৰতি-যোগিতা হৈছিল। খেল চলি থাকোঁতেই দুই দলৰ ভিতৰত কিবা

কাৰণত কাজিয়া লাগি মৰামৰি আৰম্ভ হল। তেতিয়াৰপৰা দুইটা স্কুলৰ ল'ৰা বাটত মুখামুখি হলেই মৰামৰি লাগিছিল। বঙালী ল'ৰাবোৰ আছিল পঢ়াশুনাত চোকা। তেওঁলোকৰ মাৰপিট কৰা অভ্যাস নাছিল। কিন্তু অসমীয়া ল'ৰাবোৰ মাৰপিট কৰাতহে বেছি পাকৈত আছিল। স্কুল ছুটী হোৱাৰ পিছত আমাৰ স্কুলৰ ল'ৰাবিলাকে ঠায়ে ঠায়ে বঙালী ল'ৰাবিলাক আহিবলৈ বাট চাই বাটত লুকাই থাকে। তেওঁলোক আহি ওচৰ পালেই অকস্মাৎ আক্রমণ কৰি মৰামৰি কৰে।

কিছুদিন এনেকৈ মাৰপিট চলাৰ পিছত তেওঁলোকৰ অভিভাৱকসকলে আমাৰ স্কুলৰ হেডপণ্ডিতলৈ ৰিপৰ্ট কৰাত আমাৰ শিক্ষকসকলে আমাক ডাবি-ধমকি দি স্কুল ছুটী হোৱাৰ পিছত প্ৰথম চাৰি শ্ৰেণীৰ ল'ৰাবিলাকক আধাঘণ্টাৰপৰা এঘণ্টালৈ আটক কৰি ৰাখিছিল। আমি আৰু কাজিয়া নকৰো বুলি কোৱাতহে কেইদিনমানৰ পিছত আমাক ক্ষমা কৰিলে। তেতিয়াৰে পৰা তেওঁলোকৰ লগত আমাৰ আৰু মাৰপিট হোৱা নাছিল। পিছৰ কালত ৰেলৱে স্কুলৰ এই বঙালী ল'ৰাবিলাকে যেতিয়া হাইস্কুলত নাম লগাই আমাৰ লগত একেটা শ্ৰেণীতে একেলগে পঢ়িবলৈ আৰম্ভ কৰিলে তেতিয়া পূৰ্ব্বৰ শত্রুতা পাহৰি পেলাই আমি তেওঁলোকৰ লগত ভাই-ককাইৰ নিচিনাকৈয়ে মিলাপ্ৰীতিৰে আছিলো।

হাইস্কুলৰ প্ৰথম শ্ৰেণীত পঢ়া কাললৈকে আমি বঙালী ল'ৰাবিলাকৰ লগত মিলাপ্ৰীতিৰে একেটা শ্ৰেণীতে পঢ়িছিলো। তেতিয়া শ্ৰেণীবিলাক দুটা দুটা শাখাত ( ছেক্‌চন ) বিভক্ত হোৱা নাছিল। সেইকালৰ বঙালী লৰাবিলাকে সুন্দৰকৈ অসমীয়া কথা কব পাৰিছিল। আমাৰ লগত কথা পাতোতে তেওঁলোকে কোনো কালে বঙলা ভাষা ব্যৱহাৰ কৰা নাছিল। হাইস্কুলৰ দ্বিতীয় শ্ৰেণীত পঢ়া কালত মোৰ সহপাঠী বন্ধু শ্ৰীকুমাৰ ৰায় নামে এজন বঙালী ল'ৰাই এদিন মোক কৈছিল,—

"শৈল, তোমালোকে আলিয়ে আলিয়ে অকাই-পকাই স্কুললৈ আহা কিয় ? পথাৰে পথাৰে 'চুকে পঁচি ছিৰে চাবি' মাৰি দিলে তোমাক পায় কোন ?"

সেইকালৰ বঙালী ল'ৰাবোৰে এনেকুৱা নিভাজ অসমীয়া ফকৰাও যথাস্থানত খাপ খুৱাই ব্যৱহাৰ কৰিব জানিছিল।

মোৰ সহপাঠী বন্ধুসকলৰ ভিতৰৰ বৰ্ত্তমান হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক শ্ৰীভবেশ মুখাৰ্জ্জীয়ে এতিয়াও আমাৰ লগত কথা পাতোতে নিভাজ অসমীয়া ভাষা ব্যৱহাৰ কৰে। তেওঁ অসমীয়া ভাষাত সুন্দৰকৈ বক্তৃতাও দিব পাৰে। মোৰ নিজৰ বঙালী ছাত্ৰ-সকলৰ ভিতৰৰ বৰ্ত্তমান ডাক্তৰ শ্ৰীসত্যেন্দ্ৰনাথ দত্ত এম-বি, ডিব্ৰুগড়ৰ পোষ্টমাষ্টৰ শ্ৰীপৰেশ আৰু শ্ৰীঅমল বাগছী আদি বঙালী ভদ্ৰলোক-সকলে আমাৰ লগত অসমীয়া কথা কলে তেওঁলোক অসমীয়া নে বঙালী মানুহ ততকে ধৰিব নোৱাৰি। এওঁলোকে অসমীয়া ভাষা শিকি অসমীয়াৰ লগত মিলাপ্ৰীতিৰে থকাৰপৰা বঙলা ভাষাৰ, বঙালী সমাজৰ নাইবা তেওঁলোকৰ নিজৰে কিবা অনিষ্ট হল জ্ঞানো ?

পিছৰ কালত হাইস্কুলৰ শিক্ষকৰ কামত সোমাই মই দেখিলো, স্কুলৰ শ্ৰেণীবিলাক দুটা দুটা ছেক্‌চনত বিভক্ত হৈ গল। 'এ' ছেক্‌চনত পঢ়িছিল অসমীয়া ল'ৰাবোৰে, আৰু 'বি' ছেক্‌চনত পঢ়িছিল বঙালী ল'ৰাবোৰে। তেতিয়াৰপৰাই বঙালী ল'ৰাবোৰ অসমীয়া ল'ৰাৰপৰা আঁতৰি গল। মানুহ ওচৰ চাপি আহিলেই মানুহে তেওঁবিলাকক ভাই বুলি সাৱটি ধৰা আৰু আঁতৰি গলেই ভেদজ্ঞান উদ্ভৱ হোৱা সম্পূৰ্ণ স্বাভাৱিক। পিছৰ কালত অসমৰ ঠায়ে ঠায়ে বেলেগ বঙালী হাইস্কুলবিলাক পাতি বঙালী ল'ৰাবিলাকক অসমীয়া ল'ৰাৰপৰা একেবাৰে আঁতৰাই নি দুই দলৰ ভিতৰত অহি-নকুল সম্বন্ধ স্থাপন কৰিলে। তাৰেই শেষ ফল হল, কেইবছমানৰ আগতে হোৱা গোটেই অসমব্যাপী অসমীয়া আৰু বঙালীৰ কটাকটি মৰামৰি।

আদিতে অসমবাসী বঙালীসকলে অসমীয়া ভাষা শিকিবলৈ যত্ন নকৰাৰ এটা বিশেষ কাৰণ আছিল। তেতিয়া তেওঁলোকে অসমীয়া ভাষাটো বঙ্গভাষাৰ অপভ্ৰংশ এটা গ্ৰাম্য-ভাষা বুলি ভাবিছিল। সেই কাৰণে অসমীয়াক বঙলা ভাষা শিকাই গোটেই অসমীয়া জাতিটোক বঙালী কৰি তেওঁলোকৰ মাজলৈ টানি নিবলৈ চেষ্টা কৰিছিল। কিন্তু অসমীয়া এটা বেলেগ জাতি আৰু অসমীয়া ভাষা এটা স্বকীয়া আৰ্য্যভাষা বুলি তেওঁলোকে এতিয়া নিশ্চয় বুজিব পাৰিছে। সেই কাৰণে অসমৰ চিৰস্থায়ী বঙালী বাসিন্দাসকলে অসমীয়া ভাষা শিকি অসমীয়াৰ লগত মিলা-প্ৰীতিৰে থকাহে বাঞ্ছনীয়।

ছাত্ৰবৃত্তি স্কুলৰ প্ৰথম আৰু দ্বিতীয় শ্ৰেণীত আমাৰ পাঠ্য-পুথি আছিল গোহাঁইবৰুৱাৰ সাহিত্য-সংগ্ৰহ, হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ, ভাৰত বুৰঞ্জী, স্বাস্থ্যৰক্ষা, প্ৰাকৃত বিজ্ঞান, ভূগোল আদি ওখ খাপৰ অসমীয়া পুথিবোৰ আৰু ইউক্লিডৰ জ্যামিতিৰ প্ৰথম ৪৮টা প্ৰতিজ্ঞা ; গোটেই পাটীগণিত শেষ কৰি সুদ-কচা, কোম্পানীৰ কাকতলৈকে অঙ্ক। কিন্তু হাইস্কুলৰ শিক্ষাৰ মাধ্যম ইংৰাজী আছিল কাৰণে জ্ঞান-বিজ্ঞানৰ দুৱাৰ-দলিৰ পৰাই উলটি আহি বিদেশী ভাষা শিকিব লগাত পৰিলো।

ছাত্ৰবৃত্তি পৰীক্ষা দিয়াৰ পিছত পৰীক্ষাৰ ফলাফল বাহিৰ হোৱালৈকে তিনিমাহৰ ভিতৰত A B C Dৰ পৰা আৰম্ভ কৰি হাইস্কুলৰ ষষ্ঠ শ্ৰেণীৰ ইংৰাজী আৰু ইংৰাজী ব্যাকৰণ পঢ়িব লগা হোৱাত ষষ্ঠ শ্ৰেণীৰ ইংৰাজী টান পাইছিলো যদিও মোৰ স্বাভাৱিক স্মৃতিশক্তিৰ বলত কেইমাহমানৰ ভিতৰতে এই বিষয়টোও আয়ত্ব কৰি ললো।

সেই সময়ত নাৰায়ণ বিদ নামে এজন উচ্চশিক্ষিত বঙালী ভদ্ৰলোকে আপাৰ আসাম ইন্সটিটিউচন নাম দি ডিব্ৰুগড়ত নতুনকৈ এখন হাইস্কুল স্থাপন কৰিছিল। মই ছাত্ৰবৃত্তি পাছ

কৰি প্ৰথমে সেই স্কুলৰে ৬ষ্ঠ শ্ৰেণীত নাম লগাই দুমাহমান পঢ়াৰ পিছত স্কুলটোৰ অৱস্থা বেয়া যেন দেখি তাৰপৰা নাম কটাই চৰকাৰী হাইস্কুলৰ ৬ষ্ঠ শ্ৰেণীত নাম লগালো।

ল'ৰাকালৰে পৰা মোৰ সহপাঠী বন্ধু আৰু লগৰীয়া আছিল চিৰিংচাপৰিৰ ৺মুক্তালাল কাঠবৰুৱা আৰু ৺মাখনলাল চলিহাৰ ভায়েক ৺মোহনলাল বৰুৱা। তেওঁ আছিল মোৰ জেঠাইদেউৰ পুতেক ভাই। ইংৰাজী ১৯০৯ চনত আমি দুয়ো একেলগে প্ৰৱেশিকা পাছ কৰি মই গলো কটন কলেজলৈ আৰু তেওঁ গ'ল কোচবিহাৰ কলেজলৈ। মোহনলালে কোচবিহাৰত এবছৰমান পঢ়ি কলেজ এৰি আহি ডিব্ৰুগড়ৰ নাৰায়ণ বিদৰ হাইস্কুলতে কিছুকাল শিক্ষক হৈ আছিল। পিছত কিবা কাৰণত নাৰায়ণ বিদৰ লগত কাজিয়া কৰি কাম ইস্তফা দি ওলাই অহাত বিদৰ স্কুলৰ ল'ৰাবিলাকে তেওঁক কলে,—

"ছাৰ, আপুনি আন ঠাইত এখন হাইস্কুল পাতক। আমি আটাইবিলাক ল'ৰা আপোনাৰ স্কুললৈকে যাম।"

ল'ৰাবিলাকৰ কথামতে মোহনলালে নগৰৰ কেইজনমান ভদ্ৰলোকৰ সহায় লৈ একেদিনাই এটা ঘৰ বন্দোবস্ত কৰি চকী বেঞ্চ কেইখনমান গোটাই লৈ এটা হাইস্কুল স্থাপন কৰি নাৰায়ণ বিদৰ স্কুলৰ গোটেইজাক ল'ৰা উলিয়াই লৈ আহি তেওঁৰ স্কুলত ভৰ্ত্তি কৰিলে। তেতিয়াৰপৰা নাৰায়ণ বিদৰ স্কুল উঠি গল আৰু নগৰৰ ভদ্ৰলোক সকলৰ সহায় পাই মোহনলালৰ স্কুল ঠন ধৰি উঠিল। এয়ে ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলৰ পাতনি।

মোহনলালে দুবছৰমান এই স্কুলৰ শিক্ষক হৈ থাকি পিছত কাম ইস্তফা দিলে। নগৰৰ ভদ্ৰলোকসকলে শ্ৰীনীলমণি ফুকনদেৱক অনুৰোধ কৰি মাতি আনি সেই স্কুলৰ হেডমাষ্টৰ কৰিলে। ফুকনদেৱৰ যত্নত জৰ্জ্জ স্কুল ক্ৰমাগত উন্নত অৱস্থালৈ আহি বৰ্ত্তমান কালত এই স্কুলটোৱে ডিব্ৰুগড়ৰ চৰকাৰী হাইস্কুলৰ লগত ফেৰ

মাৰিব পৰা হল। কিছুমান বছৰ হেডমাষ্টৰৰ কাম কৰাৰ পিছত ফুকনদেৱে কাম এৰি যোৱাত শ্ৰীগোবিন্দ শৰ্ম্মা হল হেডমাষ্টৰ আৰু শ্ৰীবলোৰাম ছুৱৰা হল চেকেণ্ড মাষ্টৰ। এওঁলোক দুইজনেই আছিল কটন কলেজত মোৰ সহপাঠী বন্ধু। দুইজনে বি-এ পাছ কৰি আহি এই স্কুলতে কাম কৰি বৰ্ত্তমান কামৰপৰা অৱসৰ লৈ ডিব্ৰুগড়তে আছে। ডিব্ৰুগড়ৰ শ্ৰীলক্ষেশ্বৰ বৰুৱা আৰু শ্ৰীযতীন ছুৱৰাও এসময়ত জৰ্জ্জ স্কুলৰ শিক্ষক আছিল।

ছাত্ৰবৃত্তি পৰীক্ষা দিয়া সময়ৰপৰা মোৰ খেল-ধেমালিৰ লগৰীয়া হ'ল চিৰিং গাঁৱৰ আৰু চিৰিং চাপৰিৰ আহোম ল'ৰাবিলাক। এওঁলোকৰ ভিতৰৰ কেইজনমান উচ্চবংশৰ লৰা আছিল। তেওঁলোকে স্কুলত পঢ়িছিল; কিন্তু সৰহভাগেই আছিল নিৰক্ষৰ খেতিয়ক শ্ৰেণীৰ ল'ৰা। তেওঁলোকৰ লগতে সময়ে অসময়ে টাংগুটি, কচুগুটি, গেন, খুম, কবদি, মাৰ্ব্বল আদি খেল-ধেমালিত যোগ দি মোৰ সেইকালৰ ছাত্ৰজীৱনৰ বহুমূলীয়া সময় অপব্যয় কৰিছিলো।

মোৰ এই লগৰীয়াবিলাক আছিল বৰ সাহসী আৰু উৎপতীয়া স্বভাৱৰ ল'ৰা। তেওঁলোকৰ লগত পৰি মোৰ স্বভাৱটোও হ'ল প্ৰায় তেনেকুৱাই। তেওঁলোকৰ পৰাই কাঁড় মৰা, বাটলুগুটিয়া ধেনুৱে চৰাই মৰা, পথাৰত চৰি ফুৰা, ঘোঁৰা ধৰি তাৰ সুদা পিঠিত উঠি ঘোঁৰা চেকুৰোৱা, লাঠি ঘূৰাই আত্মৰক্ষা কৰা আৰু হাতত যাঠি-জোং, ধেনু-কাঁড় আদি লৈ ওচৰৰ হাবিবোৰত চিকাৰ কৰা আদি উৎপতীয়া কামবোৰতো পাকৈত হৈ পৰিলো।

ৰঙালী বিহুৰ সময়ত পথাৰত গাভৰু ছোৱালীৰ বিহু চাই ফুৰোঁতে ছোৱালীবিলাকে মুখে মুখে সাজি সাজি জোৰানাম গাই আমাক থেকেচি পেলাব পৰা স্বাভাৱিক কবিত্ব শক্তি দেখি মই আচৰিত হৈছিলো। তেওঁলোকৰ লগত ফেৰ মাৰিবলৈ ময়ো সেইকালত কিছুমান বিহুগীত ৰচনা কৰিছিলো। কিন্তু তেওঁলোকৰ নিচিনাকৈ ঠাইতে একোটা বিহুগীত সাজি মুখে মুখে উত্তৰ দিব

পৰা শক্তি আমাৰ নাছিল কাৰণে তেওঁলোকৰ ওচৰত আমি কোনোকালে মূৰ দাঙিব পৰা নাছিলো। এই নিৰক্ষৰ স্বভাৱ-সুন্দৰীহঁত আছিল আনন্দময়ী মূৰ্ত্তিমতী কবিতা। তেওঁলোকেও মোক প্ৰকাৰান্তৰে কবিতা ৰচনা কৰিবলৈ প্ৰেৰণা দিছিল।

সেইকালত মই এনেবিলাক উৎপতীয়া কাম কৰি ফুৰাৰ কাৰণে ওচৰ-চুবুৰীয়াসকলে মোক এটা বেয়া ল'ৰা বুলিয়েই ধৰি থৈছিল। আমাৰ ঘৰৰ ওচৰতে আছিল এখন বামুণগাওঁ। বামুণ-গাৱঁৰ লৰাবিলাকৰ এটা স্পৰ্টিং ক্লাব আছিল। তেওঁলোকে শ্ৰীকুন্তী বাইদেউৰ ঘৰৰ সমুখৰ মুকলি হৈ পৰি থকা ঠাইডোখৰতে ক্ৰিকেট আৰু ফুটবল খেলিছিল। কিন্তু তেওঁলোকে মোক লগ নিদিছিল। মই কেতিয়াবা নিলগতে বহি তেওঁলোকৰ খেলা চাই থাকো।

এদিন পথাৰত মোৰ লগৰীয়াবিলাকৰ লগত খেলিবলৈ যাওঁতে তেওঁবিলাকৰ ভিতৰৰ এজনে মোক সুধিলে,—

"তুমি কালি খেলিবলৈ নাহিলা কিয়? আমি কালি পথাৰৰ ঘোঁৰা ধৰি ঘোঁৰদৌৰ বাজি দিছিলো। তুমি আহিবা বুলি বাট চাই আছিলো।"

মই কলো,—"কালি বামুণগাৱঁৰ ল'ৰাবিলাকৰ ক্ৰিকেট খেল চাই থাকোতেই গধূলি হল।"

"তুমিও সিহঁতৰ লগত ক্ৰিকেট খেলিছিলানেকি?"

"ক্ৰিকেট আৰু ফুটবল খেলিবলৈ মোৰ বৰ মন যায়। কিন্তু বামুণগাৱঁৰ ল'ৰাবিলাকে মোক লগ নিদিয়ে।"

"কি, সিহঁতে তোমাৰ ঘৰৰ ওচৰতে খেলে, তথাপি তোমাক লগ নিদিয়েনে? বাৰু আমি দেখিম, লগ দিয়েনে নিদিয়ে।"

সিহঁতৰ কি মতলব মই তেতিয়া বুজিব পৰা নাছিলো। কেইদিনমানৰ পিছত দেখিলো, স্পৰ্টিং ক্লাবৰ ল'ৰাবিলাকে খেলা ঠাইডোখৰ ৰাতিটোৰ ভিতৰতে কোনোবাই একেবাৰে নষ্ট কৰি থৈ গল। ঠায়ে ঠায়ে একোপাচি কেঁচা গোবৰ পেলালে আৰু ক্ৰিকেট

খেলা ঠাইডোখৰ কোৰেৰে চবিয়াই তাত ক্রিকেট আৰু ফুটবল খেলিব নোৱাৰা কৰিলে। সেইদিনা বামুণগাৱঁৰ ল'ৰাবিলাকে খেলিবলৈ আহি ঠাইডোখৰৰ অৱস্থা দেখি তাত খেলিব নোৱাৰি উলটি গুচি গল। তেতিয়াৰপৰা তেওঁলোকে সেই ঠাই এৰি বামুণগাৱঁৰ পিছফালে থকা ধাননি পথাৰত খেলিবলৈ ললে।

তেওঁলোকৰ অভিভাৱকসকলৰ ভিতৰত কৃপাল শৰ্ম্মা নামে আমাৰ হাইস্কুলৰ এজন শিক্ষকো আছিল। তেওঁ আমাক পঞ্চম শ্রেণীত ইংৰাজী পঢ়ুৱাইছিল। তেৱেঁ আছিল বামুণগাৱঁৰ স্পর্টিং ক্লাবৰ চেক্রেটাৰী। এদিন ল'ৰা এটা পঠাই তেওঁ মোক তেওঁৰ ঘৰলৈ মতাই নিলে। তালৈ গৈ স্পর্টিং ক্লাবৰ আটাইবোৰ ল'ৰা তাতে বহি থকা দেখিলো।

শিক্ষকজনে মোক তেওঁলোকৰ লগতে বহিবলৈ দি কলে,—"তুমি স্কুলত নপঢ়া ল'ৰাবোৰৰ লগত গৰখীয়া খেল খেলি কি সুখ পোৱা? এওঁবিলাকৰ লগতে ফুটবল আৰু ক্রিকেট নেখেলা কিয়?"

মই কলো,—"ছাৰ, এওঁলোকে মোক খেলিবলৈ লগ দিলেহে খেলিব পাৰো।"

ল'ৰাবিলাকৰ ভিতৰৰে এজনে কলে,—"তেওঁকতো আমি খেলিবলৈ নিদিওঁ বুলি কোৱা নাছিলো। তেওঁ আমাৰ লগ লোৱা হলেই খেলিব পাৰিলেহেঁতেন।"

শিক্ষকজনে মোক কলে,—"তুমি ক্রিকেট, ফুটবল আৰু হকি খেলতো পাকৈত বুলি মই জানো। আজিৰপৰা তুমি ইহঁতৰ লগতে খেলিবা।"

তেতিয়াৰপৰা মোৰ লগৰীয়া হল বামুণগাঁৱৰ বামুণৰ ল'ৰাবিলাক। তেওঁলোকৰ লগতে স্কুললৈ যাওঁ; আবেলি পথাৰত ফুটবল আৰু ক্রিকেট খেলো। স্কুল বন্ধ থাকিলে তেওঁলোকৰ লগতে এঘৰত বহি তাচ-পাশা খেলো। তেওঁলোকৰ লগত ছমাহমান খেলাৰ পিছত মোকেই তেওঁলোকৰ স্পর্টিং ক্লাবৰ কেপ্তেন পাতিলে।

তেতিয়াও মোৰ আগৰ লগৰীয়াবিলাকৰ লগ এৰা নাছিলো। মাজে মাজে তেওঁলোকৰ লগতো খেলত যোগ দিছিলো।

তেতিয়ালৈকে পঢ়াশুনাৰ ফালে একেবাৰে পিঠি দিয়া নাছিলো। বছৰেকীয়া পৰীক্ষাত ষষ্ঠ শ্ৰেণীৰপৰা পঞ্চম শ্ৰেণীলৈ আৰু পঞ্চম শ্ৰেণীৰপৰা চতুৰ্থ শ্ৰেণীলৈ প্ৰথম দহজন ল'ৰাৰ ভিতৰতে ঠাই পাই প্ৰমোচন পালো।

এই কালছোৱাৰ ভিতৰতে মোৰ বৰ বাইদেউ শ্ৰীযুতা সৰোজ-বালাক বিয়া দিলে ডিব্ৰুগড়ৰ ৺নীলাম্বৰ দত্তলৈ আৰু মাজু বাইদেউ ৺সৰলাবালাক বিয়া দিলে গুৱাহাটীৰ ৺মোক্ষদাকান্ত ভূঞালৈ।

এই সময়ত মই মাজে মাজে একোটা কবিতা লিখি বাই-ভনীহঁতক দিছিলো। মই সেইকালত লিখা কবিতাবিলাকৰ কিছুমান বাইদেউহঁতৰ বহুত দিনলৈকে মুখস্থ আছিল।

মই হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত পঢ়া কালতে ককাদেউতাৰ স্বাস্থ্যভঙ্গ হোৱাত তেওঁ জয়পুৰ মৌজা দেউতাক গতাই দি ডিব্ৰুগড়লৈ আহি চিৰিংচাপৰিত আমাৰ লগতে আছিল। দেউতাই মৌজা পোৱাৰ কিছুকালৰ পিছত বাই-ভনীহঁতৰে সৈতে মাক লৈ গল জয়পুৰৰ ঘৰলৈ আৰু মোক এৰি গল ডিব্ৰুগড়ৰ আমোলাপটিত ৰৰবাইদেউৰ ঘৰত। ককাদেউতাৰ লগত থাকিল শিৱসাগৰৰপৰা অহা আমাৰ সম্বন্ধীয়া এজন ডেকা ল'ৰা আৰু ভাতৰন্ধা ঠাকুৰ, চাকৰ। এই ডেকা ল'ৰাজনে চতুৰ্থ শ্ৰেণীৰপৰা প্ৰমোচন নাপাই স্কুল এৰি ককাদেউতাৰ লগতে থাকি ইফালে সিফালে কাম বিচাৰি ফুৰিছিল।

খেল-ধেমালিৰ লগৰীয়াসকলক চিৰিংচাপৰিত এৰি আমোলা-পটিত মোৰ থাকিবৰ মন নোযোৱা হল। কেইমাহমানৰ পিছত মই পুনৰ চিৰিংচাপৰিলৈ আহি ককাদেউতাৰ লগতে থাকিলো। তেতিয়াৰপৰা ককাদেউতাৰ বাহিৰে মোৰ আন কোনো অভিভাৱক নাছিল। ককাদেউতা আছিল বুঢ়া আৰু বেমাৰী মানুহ। মই

ক'ত ফুৰো, কি কৰোঁ, তেওঁ একো খবৰেই নাপাইছিল। ককাদেউতাৰ লগত থকা এই ডেকা ল'ৰাজন মোতকৈ বয়সত সাত বছৰমানৰ ডাঙৰ আছিল যদিও তেওঁ মোৰ লগত সমনীয়াৰ নিচিনাই ব্যৱহাৰ কৰিছিল। ঘৰত সময়ে অসময়ে সেই ডেকা ল'ৰাজনৰ লগত তাচ বা কড়ি খেলো। এনেকৈ খেল-ধেমালি লৈয়ে ব্যস্ত হৈ থাকি পঢ়াশুনাৰ ফালে একেবাৰে পিঠি দিছিলো যদিও তেতিয়ালৈকে মাজে মাজে স্কুললৈ অহা-যোৱা কৰিয়ে আছিলো।

এদিন স্কুললৈ যাবৰ সময়ত সেই ডেকা লৰাজনে মোক কলে,—"হেৰা, নতুন তাচ এযোৰ আনিছো, এয়া চোৱা। আজি তুমি স্কুললৈ যাব নালাগে। খেলো আহা।"

নতুন তাচযোৰ দেখি মোৰো খেলিবৰ মন গ'ল। স্কুল ক্ষতি কৰি তেওঁৰ লগতে তাচখেলত বহি গলো। তেতিয়াৰ পৰা প্ৰত্যেক দিনে স্কুললৈ যাবৰ সময়ত তেওঁ মোক মাতি নি তাচ খেলত বহুৱাইছিল। মোৰ চিৰিং-চাপৰিৰ লগৰীয়াবিলাকে স্কুলত নপঢ়িছিল কাৰণে ময়ো বৰ অনিচ্ছাৰে স্কুললৈ অহা-যোৱা কৰি আছিলো। এতিয়া এওঁৰ লগত ছুপৰীয়া তাচ খেলিবলৈ পাই স্কুললৈ যাবলৈ একেবাৰে এৰিয়ে পেলালো।

এনেকৈ ছমাহ আঠৈমাহমান স্কুল ক্ষতি কৰাৰ পিছত এদিন সেই ডেকা ল'ৰাজনে বাহিৰত ক'ৰবাত ফুৰি-চাকি আহি মোৰ আগত থিয় হৈ হেঃ হেঃ কৈ হাঁহিবলৈ ধৰিলে।

মই সুধিলো,—"কি হল? হাঁহিছা কিয়?"

তেওঁ কলে,—"আজি ভাল খবৰ এটা পাইছো। তোমাৰ বছেৰেকীয়া পৰীক্ষালৈ আৰু এমাহমানহে আছে। এইবাৰ তুমি প্ৰমোচন পোৱা যদি মোৰ চুৰিয়াখন সোলোকাই সৌ বাঁহগছৰ আগত আঁৰি থৈ আহিমগৈ।"

এইবুলি তেওঁ পুনৰ হাঁহিবলৈ ধৰিলে।

সেইদিনা তেওঁৰ কথাই মোৰ অন্তৰত বৰ আঘাত দিলে। তেওঁ কি উদ্দেশ্যেৰে স্কুল ক্ষতি কৰাই মোক তাচখেলত বহুৱাইছিল সেইদিনাহে মই বুজিব পাৰিলো। তেওঁক মই একো নকলো। মনতে সঙ্কল্প কৰিলো যে মই পৰীক্ষা দি যেনে তেনে পাছ কৰিম। সেইদিনা পথাৰত খেলিবলৈ নগলো। পাঠ্যপুথিবিলাক বিচাৰি উলিয়াই মেজৰ ওপৰত সজাই-পৰাই ললো।

গধূলি লেমটো জ্বলাই পঢ়িবলৈ আৰম্ভ কৰোঁতেই তেওঁ মোৰ ওচৰলৈ আহি হাঁহি হাঁহি কলে,—"হেৰা, তুমি গোটেই বছৰটো কিতাপ হাতেৰে ছোৱা নাই। এতিয়া এমাহ পঢ়ি কি ফলাবা? তোমাৰ পঢ়াশুনা হ'ল আৰু—থৈ দিয়া। চতুৰ্থ শ্ৰেণীলৈকে পঢ়ি আন একো হব নোৱাৰিলেও দেউতাৰৰ মৌজাত মৌজাদাৰ হব পাৰিবা। এতিয়া আহাঁ, তাচ খেলো।"

মোৰ উঠি অহা খংটো মনতে দমাই তেওঁক কলো, "তুমি এটা কথা মনত ৰাখিবা, মোৰ অভিভাৱক ইয়াত কোনো নাই যদিও মই একেবাৰে নিৰাশ্ৰয় নহওঁ। মোৰ চিৰিং চাপৰিৰ লগৰীয়া দলটোক চিনি পোৱা নহয়? তুমি মোক স্কুললৈ যাবৰ সময়ত তাচ খেলত বহুৱাই মোৰ যি অনিষ্ট কৰিলা, সেইবোৰ কথা যদি মোৰ লগৰীয়াহঁতক কৈ দিওঁ, তেন্তে তোমাৰ শৰীৰৰ হাড় এডালো ভালে নাথাকে। তাকে বুজি তুমি সাৱধান হবা। পঢ়াৰ সময়ত মোৰ ওচৰলৈ নাহিবা, আৰু মোক তাচ খেলিবলৈ নামাতিবা।"

মোৰ কথা বুজি তেওঁ ভয় খালে। সেইদিনাৰ পৰা আৰু মোক আমনি নকৰা হল।

পিছদিনা যথা সময়ত স্কুললৈ গৈ ল'ৰাবিলাকৰ পঢ়াশুনা কিমানদূৰ আগবাঢ়ি গল সেইবোৰ সোধপোচ কৰি থাকোতেই চতুৰ্থ শ্ৰেণীৰ শিক্ষকজন আহি শ্ৰেণীত বহি মোক দেখা পাই কলে—"তুমি তিনিমাহৰ স্কুলৰ মাচুল দিয়া নাই; সেইকাৰণে

তোমাৰ নাম কটা গল। এতিয়া মাছুল আদায় কৰি পুনৰ নাম লগালেহে স্কুলত পঢ়িব পাৰিবা।"

তেওঁ হেডমাষ্টৰলৈ এখন চিঠি লিখি মোৰ হাতত দি পুনৰ কলে—"তুমি এইখন চিঠি হেডমাষ্টৰক দিয়াগৈ। তেওঁৰ আদেশ পালেহে স্কুলত পঢ়িব পাৰিবা।"

মই হেডমাষ্টৰ ৰামমোহন মিত্ৰৰ অফিচলৈ গৈ চিঠিখন দিয়াত তেওঁ সেইখন পঢ়ি চাই মোক কলে—"তুমি পকিলা আৰু! চতুৰ্থ শ্ৰেণী পালে অসমীয়া ল'ৰাবোৰ পকে নহয়! স্কুলৰ মাছুল দিয়া নাই কিয়? ইমান দিন স্কুললৈ অহা নাছিলা কিয়?"

মই কলো,—"ছাৰ, মোৰ জ্বৰ হৈছিল।"

তেওঁ মোৰ মুখৰ ফালে অলপপৰ চাই থাকি কলে—"তোমাৰ চেহেৰা আগতকৈ বহুত বেয়া হল। জ্বৰ হৈছিল যদি ডাক্তৰৰ চাৰ্টিফিকেট সহ ছুটীৰ নিমিত্তে এখন দৰ্খাস্ত দিবা, আৰু তিনি মাহৰ মাছুল আদায় কৰি দিবা। এতিয়া স্কুলৰ পৰা তোমাৰ নাম কটা গল। তুমি ঘৰলৈ যোৱাগৈ।"

হেডমাষ্টৰৰ কথা শুনি মোৰ মূৰত সৰগ ভাগি পৰিল। মাছুলৰ টকা কোনোমতে যোগাৰ কৰিব পাৰিলেও ডাক্তৰৰ চাৰ্টিফিকেটখন পাওঁ ক'ৰপৰা? মোৰ পঢ়াশুনা সিমানতে শেষ হল বুলিয়েই ধৰি ললো।

ঘৰলৈ উলটি আহি আবেলি চিৰিং গাৰঁৰ মোৰ লগৰীয়াবিলাকক বিচাৰি ওলাই আহি বাটতে তেওঁলোকৰ কেইজনমানক লগ পালো।

মোক দেখি এজনে কলে,—"তোমাৰ মনটো আজি বৰ বেয়া যেন দেখিছো—কি হল? কিবা বেয়া খবৰ পালানেকি?"

"এৰা, খবৰ বেয়াই। তাকে কওঁ বুলিয়েই তোমালোকক বিচাৰি ওলাই আহিছো।"

এইবুলি মোৰ গোটেই ঘটনাটো তেওঁলোকক কলো।

মোৰ কাহিনী শুনি তেওঁ পুনৰ কলে,—"তুমি এই ক্ষুদ্ৰ

কথাটোৰ বাবেই ইমান চিন্তা কৰিছা? ডাক্তৰৰ চাৰ্টিফিকেটৰনো কি আকাল হৈছে? আমাক এদিন সময় দিয়া। পৰহিলৈ পুৱা ৮ বজাত মাছুলৰ টকা, ডাক্তৰৰ চাৰ্টিফিকেট আৰু ছুটীৰ নিমিত্তে এখন দৰ্খাস্ত লিখি নি তোমাৰ ঘৰতে দি থৈ আহিমগৈ। এতিয়া আহাঁ, মাৰ্ব্বল খেলো।"

তেওঁলোকে সেইবোৰ কথা কৈ ধেমালি কৰিছে বুলি ভাবি মই কলো,—"মোৰ আজি খেলিবৰ মন যোৱা নাই। তোমালোকে খেলা, মই অলপ ফুৰি আহোঁগৈ।"

সেইদিনা গধূলি ঘৰলৈ আহি মোৰ পাঠ্যপুথিবোৰ লুটিয়াই বগৰাই চাই বুজিব পাৰিলো যে ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি অহাৰ কাৰণে ইংৰাজী সাহিত্য আৰু ইংৰাজী ব্যাকৰণৰ বাহিৰে বাকী-বিলাক বিষয় চম্ভালি লব পৰা একো টান কাম নহব। ইংৰাজী সাহিত্য আৰু ব্যাকৰণ এমাহ পঢ়িলেই ভালকৈ পৰীক্ষা দিব পাৰিম। কিন্তু ডাক্তৰৰ চাৰ্টিফিকেট দিব নোৱাৰিলে স্কুলত নাম লগাই পৰীক্ষা দিবলৈ অনুমতি দিব জানো? এইবিলাক কথাকে ভাবি-চিন্তি থাকি সেইদিনা পঢ়াশুনা একো নহল।

পিছদিনা স্কুললৈ যাবলৈ নাপাই মোৰ জীৱনৰ সৰ্ব্বস্ব হেৰুৱালো যেন অনুভৱ কৰি শোকে-বেজাৰে লালকাল হৈ গোটেই দিনটো শুই থাকিলো। তাৰ পিছদিনা আঠমান বজাত শুই উঠি মুখ ধুই বাহিৰলৈ ওলাই গৈ মোৰ সেই চিৰিং গাৰ্ৰৰ লগৰীয়া কেইজন আমাৰ ঘৰৰ ফাললৈকে অহা দেখা পালো।

তেওঁলোকে আহি মোৰ পঢ়া কোঠাতে বহিলহি। এজনে কলে—"আমি তোমাৰ বিপদৰ সময়ত ধেমালি কৰিছিলো বুলি ভাবিছিলা নহয় জানো? এয়া লোৱা, মাছুলৰ টকা, ডাক্তৰৰ চাৰ্টিফিকেট আৰু ছুটীৰ নিমিত্তে দৰ্খাস্ত। এই দৰ্খাস্তখনত চহী কৰি চাৰ্টিফিকেটখনৰে সৈতে হেডমাষ্টৰক দিবাগৈ। চাৰ্টিফিকেটখন কোন ডাক্তৰে দিলে বুলি সুধিলে কবা, এইখন ডাক্তৰী পাছ

কৰা ডাক্তৰৰ চাৰ্টিফিকেট নহয়; এইখন চাৰ্টিফিকেট দিছে এজন গাৱঁলীয়া বেজে। এই বেজজনেই তোমাক চিকিৎসা কৰিছিল বুলি কবা আৰু লাগিলে বেজজনকে আনি স্কুলত হাজিৰ কৰি দিব পাৰিম বুলি কবা।"

মিছা চাৰ্টিফিকেট ধৰা পৰিলে স্কুলৰপৰা খেদা খাম, কিন্তু চাৰ্টিফিকেট দিব নোৱাৰিলেওতো খেদা খালোৱেই। সেইকাৰণে পানীত পৰা মানুহে কুটা এডালকে সাৱটি ধৰাৰ নিচিনাকৈ সেইদিনা স্কুললৈ গৈ সেই চাৰ্টিফিকেটখনেৰে সৈতে দৰ্খাস্তখন নি হেডমাষ্টৰক দিলোগৈ।

হেডমাষ্টৰে দৰ্খাস্তখন পঢ়ি চাৰ্টিফিকেটখন লুটিয়াই বগৰাই চাই সুধিলে—"এইখন কোন ডাক্তৰৰ চাৰ্টিফিকেট?"

মই কলো,—"ছাৰ, এইখন ডাক্তৰী পাছ কৰা ডাক্তৰৰ চাৰ্টিফিকেট নহয়। এইখন দিছে এজন অসমীয়া বেজে। তেৱেঁই মোক চিকিৎসা কৰিছিল।"

তেওঁ অলপপৰ মোৰ মুখৰ ফালে চাই থাকি কলে—"বাৰু, তোমাক মই ছুটী দিছো। এতিয়া মাছুলৰ টকা অফিচত জমা দি তুমি ক্লাছত বহাগৈ।"

কাৰণটো মই বুজিলো, মোৰ উৎপতীয়া স্বভাৱেই মোক সহায় কৰিলে। সময়ে অসময়ে ৰ'দ-বৰষুণলৈ আওকাণ কৰি পথাৰত খেলি ফুৰাৰ কাৰণে মোৰ চেহেৰা হৈছিলগৈ বহুত দিন বেমাৰত পৰি উঠা এটা ল'ৰাৰ চেহেৰাৰ নিচিনা। সেইকাৰণে হেডমাষ্টৰে সন্দেহ নকৰিলে।

সেইদিনা স্কুলৰপৰা ঘৰলৈ উলটি আহোঁতে বাটতে মোৰ বন্ধু-কেইজনক লগ পাই ছুটী পালো বুলি কোৱাত তেওঁলোকে বৰ আনন্দ পালে। তেওঁলোকক ঘৰলৈ মাতি চাহ-পানী খুৱাই মই কলো—"এতিয়া মোৰ হাতত টকা নাই। ঘৰৰপৰা টকা পালেই তোমালোকে দিয়া টকা ঘূৰাই দিম।"

"বাৰু, টকাৰ নিমিত্তে ভাবিব নালাগে। এতিয়াৰপৰা তুমি পঢ়াশুনাত মন দিয়া। পৰীক্ষাত পাছ কৰিব পাৰিলে আমি বৰ সন্তোষ পাম।"

অসময়ৰ বন্ধু! জীৱনৰ শেষ দিনলৈকে মই তেওঁলোকক পাহৰিব নোৱাৰো। কিন্তু আচৰিত কথা এয়ে যে তিনিকুৰি বছৰৰ পূৰ্ব্বে যিজন ল'ৰাই মোক এই টকা আৰু ডাক্তৰৰ চাৰ্টিফিকেটখন দি সহায় কৰিলে, দুবছৰমানৰ পূৰ্ব্বে তেওঁ মোক বাটত লগ পাই চিনি নাপালে। মোৰ নামটো কৈ চিনাকি দিয়াতহে চিনিব পাৰিলে।

সেইদিনাৰপৰা মোৰ নতুন জীৱন আৰম্ভ হ'ল। খেল-ধেমালি এৰি পুৱা-গধূলি মন দি লিখা-পঢ়াত লাগি গলো।

সেই সময়তে জয়পুৰৰপৰা দেউতাৰ এখন চিঠি পালো। দেউতাই লিখিছিল,—

"তুমি আমালৈ চিঠি দিয়া নাই যদিও তোমাৰ বিষয়ে সকলো খবৰ আনৰপৰাই পাই আছো। তুমি এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলেজত পঢ়িবলৈ যাব পাৰিবা বুলি মই আশা কৰা নাই। তোমাৰ হাতৰ আখৰখিনিকে ভাল কৰিবলৈ চেষ্টা কৰিবা। আখৰ ভাল হলে চাহ-বাগিছাৰ মহৰী নাইবা কেৰাণী হব পৰা আশা আছে।"

দেউতাৰ এই চিঠিখনেও মোৰ অন্তৰত বৰ আঘাত দিলে। মই কলেজত পঢ়ি বি-এ পাছ নকৰালৈকে পঢ়া নেৰো বুলি সেইদিনাই মনতে সঙ্কল্প কৰিলো।

গোটেই বছৰটো কিতাপ হাতেৰে ছোৱা নাছিলো যদিও সেই এমাহ পুৱা-গধূলি নিয়মমতে পঢ়ি গোটেইবিলাক পাঠ্যপুথি মুখস্থ কৰি পৰীক্ষা দি সকলো বিষয়তে প্ৰথম বিভাগত পাছ হলো।

প্ৰমোচন দিবৰ দিনা হেডমাষ্টৰ ৰামমোহন মিত্ৰই মোক অফিচলৈ মাতি নি কলে,—"তোমাৰ ৰিজাল্ট দেখি মই বৰ সন্তোষ

পাইছোঁ। তুমি এণ্ট্ৰেন্স পাছ কৰিব পাৰিবা। অলপ মন দি পঢ়িলে বি-এ পৰীক্ষাতো পাছ হবা। এতিয়াৰপৰা মন দি পঢ়া-শুনাত লাগি যোৱা।”

হেডমাষ্টৰৰ এই কথাষাৰে মোক বৰ উৎসাহ দিলে। তেতিয়াৰ পৰা মোৰ জীৱনৰ গতি ভালৰ ফালে ঢাল খালে। মোৰ জীৱনৰ এই অভিজ্ঞতাৰ পৰাই সেই সময়তে ‘গতি’ নামেৰে অলপ ওখ খাপৰ কবিতা এটা লিখিলো—

নালাগে উলটি চাব বলা আগুৱাই,
খলা-বমা এঢলীয়া বাট ;
চাই-চিতি খোজ দিবা আচহুৱা ঠাই,
ভৰি যেন নিপিচলে তাত।
বহুদূৰ আছে গতি দূৰণীয়া বাট,
যাওঁ আহা নহওঁ কাতৰ ;
থমকি থমকি আমি নৰওঁ বাটত
নাই দুখ নালাগে ভাগৰ।
সহিব নোৱাৰা হলে বিভুগীত গাম,
কৰ্ত্তব্যত থাকিম অটল ;
আঁতৰিব দুখ শোক গুচিব ভাগৰ,
পাম পুনু পৰাণত বল।
নিবিচাৰো সুখ-দুখ নালাগে চেনেহ,
মায়া-মোহ বিঘিনি পথৰ ;
হুলে-জোঙে ফুটে যদি নহওঁ কাতৰ,
অখণ্ডন ৰীতি জগতৰ।
বইছে অনন্ত কাল একেটি সোঁতেৰে
সমুখত পৰ্ব্বতীয়া জুৰি ;
সোঁতৰ লগতে আমি যাওঁ ভটিয়াই
পাম গই বিতোপন পুৰী।

শান্তিৰ শীতল ছাঁয়া বিৰাজিছে তাত,
নাই তাত শোকৰ বিননি ;
জিলিকে অনন্তকাল ৰবিৰ কিৰণ,
নাই তাত পাপৰ ঢাকনি।
সংসাৰৰ শোক-তাপ নানান যাতনা
সি ৰাজ্যত নোৱাৰে পশিব ;
নিৰাশাৰ চকুলোৱে নোৱাৰে পৰাণ
কদাচিত কাতৰ কৰিব।
শান্তি পাম অন্ত হলে জীৱনৰ গতি,
নিয়তিৰ অনন্ত কোলাত ;
নাথাকিব চিনচাব নশ্বৰ দেহাৰ
খোজ মাথোঁ ৰব জগতত।

এই কবিতাটোৱেই মোক এতিয়া সোঁৱৰাই দিয়ে যে সেই কালতো মই একেবাৰে অজ্ঞান বা অবুজন নাছিলো। পাৰিপাৰ্শিকতাৰ প্ৰভাৱে মোক সততে ধ্বংসৰ পথলৈ টানি নিছিল যদিও যথা সময়ত মোৰ বিবেকে বাধা দি সেই পথৰপৰা ওলোটাই আনিছিল।

স্কুলৰ তল শ্ৰেণীত পঢ়াকালত মই যিবিলাক ল'ৰালি ভাবৰ কবিতা লিখিছিলো সেইবিলাক সাঁচি থোৱা নাছিলো। হাইস্কুলৰ তৃতীয় শ্ৰেণীত পঢ়াকালৰে পৰা এই 'গতি' নামৰ কবিতাটোকে আৰম্ভ কৰি যিবিলাক অলপ ওখ খাপৰ কবিতা লিখিছিলো, সেইবিলাক এখন বহীত নকল কৰি থৈছিলো।

সেই সময়তে মোৰ সৰু বাইদেউ শ্ৰীযুতা অবলাবালাক বিয়া দিলে ছিলঙৰ শ্ৰীগৌৰীশ্বৰ বৰকাকতীলৈ। তেতিয়া তেওঁ শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ এজন শিক্ষক আছিল। ছোৱালী বিয়া দিয়াৰ পিছত দেউতাই তেওঁক ছিলঙলৈ পঠালে। তাতে গোটেই জীৱন কাৰ্য কৰি কামৰপৰা অৱসৰ লৈ ছিলঙত ঘৰ আৰু মাটি কিনি এতিয়া তেওঁ সপৰিবাৰে তাতে আছে।

হাইস্কুলৰ তৃতীয় শ্ৰেণীলৈ প্ৰমোচন পোৱা কালৰেপৰা মই ভাল ল'ৰাৰ শাৰীলৈ উঠিছিলো যদিও খেল-ধেমালিয়ে মোক জীৱনত কোনো কালেই লগ এৰা নাছিল। তৃতীয় শ্ৰেণীত এবছৰ পঢ়ি দ্বিতীয় শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ পিছত মই হলো স্কুলৰ ফুটবল দলৰ কেপ্তেন। স্কুলৰ ক্ৰিকেট আৰু হকি দলৰো মই এজন ভাল খেলুৱৈ আছিলো।

স্কুল ·সমূহৰ ইন্সপেক্টৰ স্বৰ্গীয় দুৰ্গাধৰ বৰকটকীদেৱে প্ৰথম দুবছৰ উজনি অসম টুৰ্ণামেণ্ট ডিব্ৰুগড়তে পাতিছিল। ডিব্ৰুগড় হাইস্কুল, শিৱসাগৰ হাইস্কুল, বেজবৰুৱা স্কুল, যোৰহাট হাইস্কুল, গোলাঘাট হাইস্কুল আৰু নাজিৰা হাইস্কুলে এই দুবছৰৰ খেল-ধেমালিত যোগ দিছিল। মোৰ ফুটবল দলটোৱে দুয়োবাৰ ফুটবল কাপ অনাৰ উপৰিও লৰমৰা, জাপমৰা আদি খেল-ধেমালিত মই কেইবাটাও পুৰস্কাৰ পাইছিলো। সেইকালত মই আৰু ডিব্ৰুগড়ৰ ৺নিত্যানন্দ গগৈয়ে আঠফুট ওখ প'ল জাম্প মাৰি প্ৰথম আৰু দ্বিতীয় পুৰস্কাৰ পাইছিলো। তেতিয়া অসমৰ আন কোনো ঠাইৰ ল'ৰাই প'ল জাম্প মাৰিবলৈ শিকা নাছিল। ইন্সপেক্টৰ বৰকটকী-দেৱে তেতিয়াৰপৰাই মোক ভালকৈ চিনি পাইছিল।

স্কুলৰ দ্বিতীয় শ্ৰেণীত পঢ়া কালত আমি এবাৰ ৺পদ্মনাথ গোহাঁই বৰুৱাদেৱৰ 'টেটোন তামূলী' নাটকখনৰ অভিনয় কৰিছিলো। সেই অভিনয়ত মই লৈছিলো টেটোন তামূলীৰ ভাও। প্ৰথম শ্ৰেণীত পঢ়া কালত এবাৰ 'মহৰী' নাটকখনৰ অভিনয় কৰি মই লৈছিলো ভেকোলাৰ ভাও। খুহুতীয়া অভিনয় কৰি মানুহক হঁহুৱাব পৰা স্বাভাৱিক শক্তি থকাৰ কাৰণে নাট্যামোদীসকলে মোক ভাল পাইছিল। ৰঙ্গমঞ্চ সজাই-পৰাই দৃশ্য-পটবিলাক যথাস্থানত স্থাপন কৰা কামৰ ভাৰ মোৰ ওপৰত পৰাৰ কাৰণে তেতিয়াৰ পৰাই নাটকীয় কলা-কৌশলৰ বিষয়ে মোৰ অলপ অভিজ্ঞতা হৈছিল।

কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়া কালতো কলেজৰ ল'ৰাবিলাকে এবাৰ পদ্মনাথ গোহাঁই বৰুৱাদেৱৰ 'জয়মতী' নাটক-খনৰ অভিনয় কৰিছিল। সেই নাটকত মই লৈছিলো জিমু নাগিনীৰ ভাও। বৰপেটাৰ শ্ৰীধনীৰাম তালুকদাৰদেৱে লৈছিল গদাধৰ ৰজাৰ ভাও। মই সেইকালত আছিলো এটা লিচপিচীয়া পাতল ডেকা ল'ৰা। শিল্পী ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱে সজাই-পৰাই মোক কৰিলে এজনী ধুনীয়া নাগিনী ছোৱালী। ৰঙ্গমঞ্চত নাগিনীৰ ৰেহৰূপ আৰু আধাফুটা মাত-কথাই দৰ্শকসকলৰ মন বিশেষভাবে আকৰ্ষণ কৰিছিল। অভিনয় হৈ যোৱাৰ পিছত লগৰীয়া বন্ধু-সকলে বহুত দিনলৈকে মোক নাগিনী বুলি মাতিছিল।

স্কুলৰ দ্বিতীয় শ্ৰেণীত আৰু প্ৰথম শ্ৰেণীত পঢ়া কালতো মই কিছুমান খণ্ড-কবিতা লিখি মোৰ কবিতা লিখা বহীখনত তুলি থৈছিলো ; কিন্তু সেইবিলাক কবিতা কোনো আলোচনীত প্ৰকাশ কৰিবলৈ পঠাবলৈ সাহ কৰা নাছিলো।

১৯০৯ খৃষ্টাব্দত দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগাই খেল-ধেমালি লৈয়ে ব্যস্ত হৈ পৰিলো। সেই সময়ত ডিব্ৰুগড়ীয়া ল'ৰাৰ বাহিৰে অসমৰ আন ঠাইৰ ল'ৰাই হকি খেলিবলৈ শিকা নাছিল। ময়ে কলেজলৈ গৈ পোন প্ৰথমে হকি-খেল আৰম্ভ কৰিলো। কলেজৰ খেলুৱৈ সমাজে মোক পাতিলে হকি-খেলৰ কেপ্তেন। মোৰ হকি-দলৰ খেলুৱৈ আছিল বৰপেটাৰ গোপীনাথ দাস, তেজপুৰৰ অমিয়কুমাৰ দাস, যোৰহাটৰ কনক শইকীয়া, শিৱসাগৰৰ ভৰত চলিহা, ভুবন গগৈ, ভবধৰ ঠাকুৰ আৰু ডিব্ৰুগড়ৰ কমলেশ্বৰ বৰুৱা, লক্ষেশ্বৰ বৰুৱা আদি শাৰীৰিক শক্তিশালী ডেকাসকল। মোৰ এই হকি দলটোৱে এবছৰৰ পিছত আসাম ৰাইফলচ্ আৰু অন্যান্য ঠাইৰ হকিদলৰ বিৰুদ্ধে প্ৰতিযোগিতাত নামিব পৰা হ'ল।

ইংৰাজী ১৯১১ চনত আই-এ পৰীক্ষা দিবলৈ প্ৰায় ডেৰ-

মাহমান থকা সময়তে আসাম ৰাইফল্‌চৰ হকিদলৰ লগত হকি খেলোতে বিপক্ষৰ গোলৰ ওচৰত মোৰ সোঁহাতখন পিছলি অলপ তললৈ নামি যোৱাত বিপক্ষৰ গোল-ৰখীয়াৰ হকি ষ্টিকৰ পূৰ্ণহতীয়া মাৰ এটা মোৰ সোঁহাতৰ বুঢ়া আঙুলিৰ হাড়ডালৰ ওপৰত পৰি হাড়ডাল মাজতে ভাঙি ছুডোখৰ কৰিলে। কুৰি-দিনমানৰ পিছত ডাক্তৰৰ চিকিৎসাত হাড়ডাল জোৰা লাগিল যদিও খৰকৈ লিখিব নোৱাৰা কাৰণে সেইবাৰ আই-এ পৰীক্ষাত ফেল হলো।

কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়াকালত প্ৰথম বছৰ মই আছিলো হকিৰ কেপ্তেন আৰু ফুটবলৰ ভাইচ-কেপ্তেন। দ্বিতীয় বছৰ মই আছিলো হকি আৰু ফুটবলৰ কেপ্তেন; শিৱসাগৰৰ ভুবন গগৈ আছিল ফুটবলৰ ভাইচ-কেপ্তেন। কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়া কালতো মই আছিলো হকি আৰু ফুটবলৰ কেপ্তেন; গুৱাহাটীৰ প্ৰবোধ লাহিড়ী আছিল ক্ৰিকেটৰ কেপ্তেন। চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়া কালত মই আছিলো হকি, ফুটবল, ক্ৰিকেট, টেনিচ, বেডমিণ্টন আদি সকলোবিলাক খেল-ধেমালিৰ কেপ্তেন।

এনে অৱস্থাত কলেজত পঢ়া কালত মই লিখা-পঢ়া কাম কৰিবলৈ কিমান সময় পাইছিলো সেইটো সকলোৱে সহজে অনুমান কৰিব পাৰিব। কিন্তু মোৰ সৌভাগ্যবশতঃ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়া কালত হোষ্টেলত মোৰ ৰুমমেট আছিল সহপাঠী বন্ধু স্বৰ্গীয় ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেউ আৰু যোৰহাটৰ স্বৰ্গীয় দেৱেশ্বৰ বৰুৱাদেউ। তেওঁলোক দুয়োজনে এণ্ট্ৰেন্স পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত উচ্চস্থান পাই ভূঞাই কুৰিটকীয়া আৰু বৰুৱাই পোন্ধৰটকীয়া বৃত্তি পাইছিল। ভূঞাদেউৱে মোৰে পাঠ্য-পুথিৰ 'গ্ৰুপ' একে আছিল। তেওঁলোক দুয়োজনে পুৱা-গধূলি মন দি পঢ়িছিল। তেওঁলোকৰ লগত পৰি ময়ো পুৱা-গধূলি লিখা-

পঢ়া কাম কৰিবলৈ বাধ্য হৈছিলো। কেতিয়াবা পঢ়াৰ সময়ত মই নপঢ়ি শুই থকা দেখিলে ভূঞাদেৱে নানাপ্ৰকাৰে বুজনি দি পঢ়াত মোৰ মন বহুৱাবলৈ চেষ্টা কৰিছিল আৰু মই ইংৰাজী বা লজিকৰ বুজিব নোৱাৰাখিনি তেওঁ মোক ভালকৈ বুজাই দিছিল। কিন্তু যিদিনা হকি, ফুটবল নাইবা ক্ৰিকেট খেলৰ প্ৰতিযোগিতাত যোগ দি গধূলি হোষ্টেললৈ উলটি আহোঁ, সেইদিনা ভাগৰত লালকাল দি শুই পৰো।

ভূঞাই কয়—"ৰাজখোৱা, শুলে দেখোন? পঢ়ক আকৌ; নপঢ়িলে পৰীক্ষা দিব কেনেকৈ? আপোনাৰ লেমটো জ্বলাই দিমনে?"

মই কওঁ—"লেম জ্বলাব নেলাগে। মই এতিয়া পঢ়িব নোৱাৰো, বৰ ভাগৰ লাগিছে। আপুনি পঢ়ি মোক বুজাই দিয়ক, মই শুনি থাকিম।"

"বাৰু, মই পঢ়ো। আপুনি শুনি থাকিব দেই। টোপনি নাযাব।"

তেওঁ ইংৰাজী, লজিক নাইবা সংস্কৃত পঢ়ি খৰচি মাৰি বুজাই দিয়ে। মই বিছনাত পৰি শুনি থাকি কেতিয়া টোপনি যাওঁ কবই নোৱাৰো। ভাত খাবৰ সময়ত ভূঞাদেৱে মোক জগাই নি ভাতৰ পাতত বহুৱায়। কিন্তু যিখিনি শুনো সেইখিনি মোৰ ভালকৈ মনত থাকে। সেইকালতে ভূঞাদেৱে এজন ভাল প্ৰফেছাৰৰ নিচিনাকৈ বুজাব পাৰিছিল।

এদিন গধূলি ফুটবল খেলি হোষ্টেললৈ উলটি আহি লেমটো জ্বলাই পঢ়িবলৈ কিতাপ এখন মেলি লৈছো, এনেতে ভূঞাদেউ আহি কমত সোমাই মোক কলে—"ৰাজখোৱা, আপোনাৰ কবিতা এটা ডিব্ৰুগড়ৰ 'আলোচনী'ত ছপা হৈ ওলাইছে, আপুনি দেখিছেনে?"

মই কলো—"মোৰ কবিতা ছপা হৈ ওলাব কেনেকৈ? মইতো কোনো আলোচনীলৈ কবিতা পঠোৱা নাছিলো!"

"এয়া চাওক, আপোনাৰ কবিতা।" এইবুলি মোৰ 'গতি' নামৰ কৱিতাটো ছপা হৈ ওলোৱা দেখুৱাই দিলে।

মই দেখি আচৰিত হৈ কলো,—"আপুনিয়ে এই কবিতাটো ছপাবলৈ পঠালে হবলা! আপুনি মোৰ কবিতা ক'ত পালে?"

"এৰা, ময়ে পঠালো। এদিন আপোনাৰ কবিতা লিখা বহীখন মেজৰ ওপৰতে পেলাই থৈ খেলিবলৈ গলগৈ। মই পাই আপোনাৰ গোটেইবোৰ কবিতা পঢ়িলো। তাৰে এটা নকল কৰি 'আলোচনী'লৈ পঠালো। আপুনি সুন্দৰ কবিতা লিখিব পাৰে। এইবোৰ লিখি লুকুৱাই থৈছে কিয়? এতিয়া আপুনি বেজবৰুৱাৰ 'বাঁহী'লৈ এটা আৰু গোহাঁই বৰুৱাৰ 'উষা'লৈ এটা নতুন কবিতা লিখি মোক দিব। মই পঠাই দিম।"

এনেতে সিদ্ধেশ্বৰ গোহাঁইদেউ আৰু ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আমাৰ কমলৈ আহি মোক অভিনন্দন জনালে। গোহাঁইদেৱে মোক কলে,—"নাগিনী, (তেওঁ মোক নাগিনী বুলিয়েই মাতিছিল) আপুনি খেল-ধেমালিত আৰু অভিনয় কৰাতহে পাকৈত বুলি ভাবিছিলো, আপুনি দেখোন সুন্দৰ কবিতাও লিখিব পাৰে। আপোনাৰ কবিতাটো পঢ়ি বৰ ভাল পালো।"

তেতিয়া সিদ্ধেশ্বৰ গোহাঁইদেউ মোতকৈ দুইশ্ৰেণীৰ ওপৰত, তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ আছিল। তেওঁ পঢ়াশুনাত চোকা আছিল আৰু সুন্দৰ কবিতা লিখিব পাৰিছিল। মোৰ চাকৰী জীৱনৰ এসময়ত সিদ্ধেশ্বৰ গোহাঁইদেউ আছিল যোৰহাটত ডি-চি আৰু মই আছিলো তেওঁৰ তলত এচ-ডি-চি। তেতিয়াও তেওঁ মোক এজন তলতীয়া অফিচাৰ বুলি নাভাবি মোৰ লগত সমনীয়াৰ নিচিনাই ব্যৱহাৰ কৰিছিল। অকলে লগ পালে তেতিয়াও তেওঁ মোক 'নাগিনী' বুলি মাতিছিল। যোৰহাটত থকা কালতে তেওঁৰ অকাল-মৃত্যুৱে মোৰ অন্তৰত বৰ আঘাত দিলে।

স্কুলৰ তৃতীয় শ্ৰেণীত পঢ়া কালতে লিখা মোৰ কবিতাটো

'আলোচনী'ত ছপা হৈ ওলোৱাত উৎসাহ পাই সেইদিনাৰপৰা সময় পালেই ভূঞাদেৱৰ লগত সাহিত্য চৰ্চ্চা কৰিছিলো। কলেজ বন্ধ থাকিলে পাঠ্যপুথিবিলাক একলীয়াকৈ থৈ কবিতা লিখাত মন দিছিলো। কিছুদিনৰ পিছত বেজবৰুৱাৰ 'বাঁহী'লৈ পঠাবলৈ 'বাঁহী' নামেৰে আৰু গোহাঁই বৰুৱাৰ 'উষা'লৈ পঠাবলৈ 'উষা' নামেৰে দুটা কবিতা লিখি ভূঞাদেউক দিলো।

## উষা

ৰঙা বেলি মাৰ গ'ল অসম ভাগ্যত
দেখা দিলে গহীন নিশাই ;
কণামুনা সকলোৱে ফুৰে খপিয়াই
আন্ধাৰত বাট হেৰুৱাই।
নেদেখি তৰাৰ মুখ ঢাকিলে ডাৱৰে
নাই ক'তো জোনাকৰ কণ ;
নীৰব প্ৰকৃতি ধৰে ভীষণ মূৰতি,
পিন্ধি লই কলীয়া কাচোন।
এনেতে বিজুলি এটি চাঁত কৰে আহি
ছঁয়াময়া পোহৰ বিলাই।
খন্তেকতে ডুব দিলে মেঘৰ আঁৰত
আন্ধাৰত মুখ লুকুৱাই।
মাজে মাজে দুটি এটি জোনাকী পৰুৱা
জিলিকিল টিমিকি টিমিকি ;
ধুমুহা বতাহে তাকো নিলে উৰুৱাই
থলে পুনু তিমিৰেৰে ঢাকি।
অতিকে নিৰাশ দেখি অসম প্ৰজাক
আন্ধাৰৰ ঢাকনি গুচাই,—

কপালত সেন্দুৰৰ বঙা ফোঁট লই
উষাদেৱী আহিল ওলাই।
উষাৰ ৰাঙলী ফোঁট চেতনা গুণত
জিলিকক দুগুণ তেজেৰে;
উন্নতিৰ ওৰে বাট প্ৰতিভাত হ'ক
হেঙুলীয়া উষা জেউতিৰে।

## বাঁহী

বিণিকি বিণিকি আহি পৰিছে কাণত
আধাফুটা সুমধুৰ সুৰ;
সোঁৱৰণী সোঁতে যেন নিয়ে ওপঙাই
আশাভৰা হিয়াখনি মোৰ।

কল্পনা লগৰী হই চাই আহোঁগই
সেই শোভা যমুনা পাৰত;
ব্ৰজবালা সকলক কই দিওঁ গই
বাজে বাঁহী কদম তলত।

বাজিছে দুনাই বাঁহী নিকুঞ্জ বনত,
যমুনাৰ ৰূপালী বালিত;
নাচিছে আকউ আহি শ্ৰীদাম সুদাম,
বেণু বাই মথুৰা পুৰীত।

নাচিছে যমুনা জল, হাঁহিছে তৰাই,
বাজে বাঁহী ৰাধা ৰাধা কই;
যোৰা যোৰা ব্ৰজবালা চাই আহাঁ গই
সেই শোভা নয়ন জুৰাই।

সখী সনে যোৱা বাধা ফুল-পাত লই
পূজা দিয়া ইষ্ট দেৱতাক ;
পূজা গই মহামায়া যুগল চৰণ,
পতিৰূপে পাবা কলীয়াক।

পাৰা যদি কাঢ়ি আনা মোহন বাঁহীটি
গোপালক কথাৰে ভুলাই,
মুহি থোৱা কলীয়াক অমিয়া সুৰেৰে
নিজে তুমি বাঁহীটি বজাই।

শুশুনিলে ব্ৰজবালা করুণ মিনতি,
নটলিল ৰাধিকাৰ মন ;
নিৰাশাৰে আঁতৰিল কল্পনা সুন্দৰী,
ভাঙি মোৰ সুখৰ সপোন।

তুমাহমানৰ পিছত দেখিলো, মোৰ এই দুটা কবিতাও প্ৰায় একে সময়তে 'বাঁহী' আৰু 'উষা'ত ছপা হৈ ওলাল। সাহিত্যৰথী দুজনেও মোৰ কবিতা ছপাই প্ৰকাশ কৰাত, আৰু পদ্মধৰ চলিহা, সূৰ্য্যকুমাৰ ভূঞা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সৰ্ব্বেশ্বৰ বৰুৱা, লক্ষ্মীকান্ত বৰুৱা, সিদ্ধেশ্বৰ গোহাঁই আদি সেইকালৰ উঠি অহা সাহিত্যিকসকলে মোক অভিনন্দন জনোৱাত মোৰো কবিত্ব শক্তি আছে বুলি বিশ্বাস জন্মিল। তেতিয়াৰ পৰাই সময় পালে একোটা খণ্ড-কবিতা লিখি মই নিজেই আলোচনী কেইখনলৈ পঠাইছিলো আৰু সেই আটাই-বিলাক ছপা হৈ ওলাইছিল।

মোৰ ক্ৰিকেট আৰু ফুটবল দলৰ ভিতৰত আছিল প্ৰফেছাৰ পি-চি ৰায়, প্ৰফেছাৰ হৰ্ষবাবু আৰু প্ৰফেছাৰ আনন্দকিশোৰ। তেওঁলোকেও এই দুটা খেলৰ প্ৰতিযোগিতাত যোগ দিছিল। খৃষ্টাব্দ ১৯০৯ চনৰপৰা কটন কলেজৰ টেনিছ চেম্পিয়ন আছিল ডিব্ৰুগড়ৰ কমলেশ্বৰ বৰুৱা, লক্ষেশ্বৰ বৰুৱা আৰু যোৰহাটৰ কনক

শইকীয়া, গোবিন্দ শৰ্ম্মা। তেওঁলোকৰ প্ৰতিদ্বন্দ্বী আছিল প্ৰফেছাৰ পি-চি ৰায়, প্ৰফেছাৰ আনন্দকিশোৰ, ভৱত চলিহা আৰু চিত্ৰমল্ল বৰুৱা। টেনিছ আৰু বেডমিণ্টন খেলিবলৈ মই সময় পোৱা নাছিলো যদিও মাজে মাজে তেওঁলোকৰ লগতে খেলি এই দুটা খেলৰ প্ৰতিযোগিতাতো যোগ দিছিলো।

খেল-ধেমালিত পাকৈত আছিলো কাৰণে কলেজৰ সকলো প্ৰফেছাৰে মোক ভাল পাইছিল। কিন্তু মই কবিতা লিখিব পাৰোঁ বুলি তেওঁলোকে নাজানিছিল। চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়াকালত আমাৰ কলেজৰ ল'ৰাবিলাকে এদিন আনন্দৰাম বৰুৱাৰ সোঁৱৰণী সভা পাতিছিল। সেই সভাত কেবাজনো প্ৰফেছাৰ উপস্থিত আছিল। সেই উপলক্ষে 'আনন্দৰাম বৰুৱা' শিতানৰ কবিতা এটা লিখি মোৰ সহপাঠী বন্ধু গুৱাহাটীৰ শ্ৰীকালীপ্ৰসাদ বৰুৱাক সেই সভাত পাঠ কৰিবলৈ দিলো। বৰুৱাই কবিতাটো পঢ়ি শুনাই সেইটো কবিতা তেওঁ লিখা নাই, মইহে লিখিছিলো বুলি সকলোকে জনাই দিলে। মই কবিতা লিখিব পাৰোঁ বুলি প্ৰফেছাৰসকলে সেইদিনাহে জানিব পাৰিলে। সেইদিনা তেওঁলোকেও মোক অভিনন্দন জনালে।

খৃষ্টাব্দ ১৯১২ চনত দ্বিতীয় বিভাগত আই-এ পাছ কৰি দুবছৰ বি-এ পঢ়ি ১৯১৪ চনত বি-এ পৰীক্ষা দি ঘৰলৈ আহিবৰ সময়ত প্ৰফেছাৰ পি-চি ৰায়ৰ ওচৰত বিদায় লবলৈ যাওঁতে তেওঁ মোক কলে,—

"তুমি কবিতা লিখিব পাৰা। তোমাৰ কবিতাটো শুনি মই বৰ ভাল পালো। কিন্তু তোমাৰ হকি, ফুটবল আৰু ক্ৰিকেট আদি খেলৰ লগত কবিতা কেনেকৈ খাপ খালে মই বুজিব নোৱাৰিলো। তদুপৰি তুমি ৰঙ্গমঞ্চত অভিনয় কৰাতো পাকৈত। তুমি ইচ্ছা কৰিলে অমিত্ৰাক্ষৰ ছন্দত নাটকো লিখিব পাৰিবা। এতিয়া ঘৰলৈ গৈ এনেয়ে বহি নাথাকি ছেক্সপীয়েৰৰ 'ওথেলো' নাটকখনকে অসমীয়ালৈ অনুবাদ কৰিবলৈ চেষ্টা কৰিবা।"

বিদায় পৰত প্ৰফেছাৰৰ এই কথাষাৰ মোৰ মনত থাকিল।

ভালেমান বছৰৰ পিছত গুৱাহাটীৰ ল' কলেজৰ ছাত্ৰসকলে মোৰ 'অসম গৌৰৱ' নাটকখনৰ অভিনয় কৰিছিল। প্ৰফেছাৰ পি-চি ৰায়ে সেই অভিনয় চাই নাটকখনৰ উচ্চ প্ৰশংসা কৰি মোলৈ এখন চিঠি দিছিল। সেই অভিনয়ত ল' কলেজৰ এজন বঙালী ছাত্ৰই আখেক গোহাঁইৰ ভাও লৈ সুন্দৰ অভিনয় কৰি দৰ্শকসকলক মুগ্ধ কৰিলে বুলি প্ৰফেছাৰ পি-চি ৰায়ে আৰু মোৰ সৰু ভাই শ্ৰীপ্ৰেম মইনাই মোলৈ লিখিছিল।

মই কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়াকালত মোৰ ভনী সুশীলাবালাক বিয়া দিলে যোৰহাটৰ মোক্ষেশ্বৰ বৰুৱালৈ আৰু পিছৰ বছৰ তাইৰ পিছৰজনী ভনী কিৰণবালাক বিয়া দিলে ডিব্ৰুগড়ৰ স্বৰ্গীয় ৰায়বাহাদুৰ নীলাম্বৰ দত্ত ভিনিদেউৰ ভায়েক দণ্ডিৰাম দত্তলৈ।

# কৰ্ম্ম-জীৱন

## ( জয়পুৰত )

বি-এ পৰীক্ষা দি জয়পুৰৰ নিজ ঘৰলৈ গৈ সময় কটাবলৈ দেউতাৰ ডি-বি-বি-এল বন্দুকটো আৰু চিকাৰী হাতীজনী পালো আৰু তাত মোৰ লগৰীয়া পালো থানাৰ দাৰোগা, হস্পিতালৰ ডাক্তৰ, ডাকঘৰৰ পোষ্টমাষ্টৰ, এজন বঙালী ফৰেষ্টাৰ আৰু দুজন স্কুলৰ পণ্ডিত। তেওঁলোকৰ লগতে তাছ-পাশা খেলি, মাজে মাজে হাতীত উঠি জয়পুৰৰ হাবিত চিকাৰ কৰি ফুৰি ফুটবল, ক্রিকেট আদি খেল-ধেমালিৰ অভাৱ অনুভৱ কৰা নাছিলো।

তিনিমাহমানৰ পিছত বি-এ পৰীক্ষা পাছ কৰাৰ খবৰ পাই ইংৰাজীত এম-এ পঢ়িবলৈ যাম বুলি ভাবি প্রফেছাৰ পি-চি ৰায়ৰ লগত লিখালিখি কৰিলো। তেৰোঁ মোক এম-এ পঢ়িবলৈ যাবলৈ উৎসাহ দি কিতাপ আৰু নোট দি সহায় কৰিব বুলি লিখিলে।

সেইবাৰ জয়পুৰৰ ৰাইজৰপৰা আৰু চাহ-বাগিছাবিলাকৰ পৰা টকা তুলি আমি বৰ ধুম-ধামেৰে জয়পুৰত দুৰ্গাপূজা পাতিলো। জয়পুৰত দুৰ্গাপূজা সেয়ে প্রথম। পূজা চাবলৈ আৰু সেই উপলক্ষে বঙ্গদেশৰপৰা অনা কেইজনীমান নাচনীৰ নাচ চাবলৈ পূজাৰ তিনিদিন জয়পুৰত বহুহেজাৰ মানুহৰ সমাগম হৈছিল।

এদিন লগৰীয়া কেইজনমানৰ লগত হাতীত উঠি দিহিং নৈৰ সিপাৰৰ হাবিলৈ গৈ তাতে ছাউনি কৰি থাকি ৰাতি পহু মাৰি পিছদিনা তাতে ভোজ-ভাত খাই ঘৰলৈ উলটিছিলো।

এনেকুৱা নতুন নতুন ৰং-ধেমালিৰ সোৱাদ পাই মোৰ আৰু পঢ়িবলৈ যাবলৈ মন নোযোৱা হ'ল। এনেবিলাক আনন্দ উৎসৱৰ

মাজেদি ১৯১৪ চন পাৰ হৈ যোৱাৰ পিছত বিদায় পৰ্য্যন্ত প্ৰফেছাৰ পি-চি ৰায়ে কোৱা কথাষাৰ মনত পৰি ছেক্সপীয়েৰৰ ‘ওথেলো’ নামে নাটকখনৰ ছাঁ লৈ ‘ৰণজিৎ সিংহ’ নামে নাটক এখন লিখিবলৈ আৰম্ভ কৰিলো।

মই বি-এ পাছ কৰা খবৰ পাই বৰ ভিনিদেউ নীলাম্বৰ দত্তই মোক এখন বাইচিকেল উপহাৰ দিলে আৰু মাজু ভিনিদেউ মোক্ষদাকান্ত ভূঞাই উপহাৰ দিলে এটা মণিপুৰী ঘোঁৰা। তেতিয়াৰপৰা এই ঘোঁৰা, বাইচিকেল আৰু দেউতাৰ বন্দুকটো লৈয়েই ব্যস্ত হৈ পৰিলো। মাজে মাজে ৰাতিপুৱা ঘোঁৰাত উঠি লগত চাকৰ এটা লৈ ওচৰৰ হাবিবোৰত চৰাই চিকাৰ কৰোঁ আৰু আবেলি ছয়-সাত মাইল ঘোঁৰা চেকুৰাওঁ। বন্দুকৰ শব্দ সততে শুনি থাকি কিছুদিনৰ পিছত বন্দুকৰ শব্দ শুনিলে মোৰ ঘোঁৰাটোৱে আৰু ভয় নকৰা হলত ঘোঁৰাৰ পিঠিত বহিয়েই বন্দুক চলাবলৈ অভ্যাস কৰিলোঁ। পিছলৈ ঘোঁৰাৰ লেকামডাল তাৰ ডিঙিতে পেলাই থৈ ওপৰলৈ বন্দুকটো দগা গম পালেই ঘোঁৰাটোৱে থিৰ হৈ থিয় হৈ থাকিবলৈ শিকিলে। জয়পুৰৰ হাবিবোৰত জোক বৰ বেছি। সেইকাৰণে মই সততে ঘোঁৰাৰ পিঠিত বহিয়েই চৰাই চিকাৰ কৰিছিলো। কিছুদিন অভ্যাস কৰাৰ পিছত ঘোঁৰাৰ পিঠিত বহি ওপৰেদি উৰি যোৱা চৰাইবোৰো গুলিয়াই বগৰাব পৰা হলো।

এনেবিলাক কামত ব্যস্ত হৈ সময় নষ্ট কৰা দেখি দেউতাই এদিন মোক কলে—“তই যদি আৰু পঢ়িবলৈ নাযাব তেন্তে ছব-ডেপুটী কামলৈকে দৰ্খাস্ত এখন দি থ।”

মই কলো—“দৰ্খাস্ত দিলে কি হব? মোক ‘বেক’ কৰোঁতা কোনো নাই। দৰ্খাস্ত গৈ ফটা কাগজৰ পাচিত পৰি থাকিবগৈ। তদুপৰি মোৰ চাকৰি কৰিবৰ ইচ্ছা নাই। সুবিধা পালে কিবা স্বাধীন ব্যৱসায়তহে ধৰিবৰ মন আছে।”

দেউতাই কলে—“তই চাকৰি কৰিবলৈ নগৈ ঘৰতে থাক যদি

মই ভালেই পাওঁ। স্বাধীন ব্যৱসায়ত ধৰিবলৈকো মই তোক সুবিধা কৰি দিব পাৰিম। ইয়াৰপৰা ছমাইলমান দূৰত মোৰ পঞ্চাছ বিঘা বাম মাটি পতিত হৈ আছে। তই সেই মাটিতে সৰিয়হ খেতি আৰম্ভ কৰি দে। ইয়াত মোৰ চাৰি বিঘামান মাটিত এখন সৰু চাহগুটিৰ বাগিছা আছে। তাৰেপৰাই এমোনমান চাহগুটি নি মোৰ সেই পতিত মাটিত এটা পালেং দি থবি। এবছৰৰ পিছত সেই মাটিতে চাহগুটিৰ বাগিছা এখন কৰিব পাৰিবি। তাত মোৰ পট্টাৰ মাটিৰ লগালগিকৈ আৰু দুশ একৰমান চৰকাৰী পতিত মাটি আছে। সেইখিনি মাটিৰ পট্টা কৰাই লৈ আগলৈ তাতে এখন সৰু চাহবাগিছা কৰিব পৰাও আশা আছে।”

এনেতে মায়ে মাত লগালে—“ল’ৰাটো বি-এ পাছ কৰি হাকিম হব বুলিহে ভাবিছিলো। আপুনি তাক খেতিয়ক হবলৈ পঠাইছে। তাৰ খেল-ধেমালিৰ লগ-সঙ্গ এৰি হাবিত অকলে থাকি সেইবোৰ কাম কৰাব পাৰিব জানো?”

মই কলো—“মা, যিসকলে চাহখেতি কৰি ডাঙৰ মানুহ হৈছে, সেই সকলো খেতিয়ক শ্ৰেণীৰ মানুহ। কিন্তু এজন ছব-ডেপুটীয়ে যিমান দৰ্ম্মহা পায় তাতকৈ দহগুণ দৰ্ম্মহা দি তেওঁলোকৰ বাগিছাত মেনেজাৰ ৰাখিছে। আনৰ গোলামী নকৰি মই যদি স্বাধীন ব্যৱসায়ত ধৰি মানুহ হব পাৰোঁ তেন্তে বেয়া হব জানো?”

মায়ে কলে,—“তোৰ যদি এই কামত ধৰিবৰ মন আছে তেন্তে যা। মই বাধা নিদিওঁ। তাতে যদি লাগি থাকিব পাৰ, তেন্তে আগলৈ মানুহ হব পাৰিবি। কিন্তু তোৰ মনটো চঞ্চল। সেইকাৰণে চৰকাৰী কামত সোমাই আবদ্ধ হৈ থাকিবলৈ কৈছিলো।”

দুদিনমানৰ পিছত দেউতাৰ লগত হাতীত উঠি সেই মাটিলৈ গৈ দেখিলো, তাত বাম খেতি কৰাবলৈ সকলো প্ৰকাৰৰ সুবিধা

আছে। অলপ নিলগতে চাহ-বাগিছাৰ পৰা ওলোৱা বনুৱা কিছুমানৰ ঘৰ আছে। তেওঁবিলাকে তাত ধানখেতি কৰে। ওচৰৰ চৰকাৰী মাটিত আগৰদিনীয়া বহুত বাঁহ আছে। সেইবোৰ কটাই চাহ-বাগিছাবোৰত বেচিব পৰা হব। ওচৰতে এখন ডাঙৰ চৰকাৰী বিল আছে। তাত বৰশী পেলালেই মাছ উঠিব। হাবিত চিকাৰ কৰিবলৈকো সুবিধা আছে। মাটিডোখৰ দিহিং নৈৰ পাৰত টিংখাঙলৈ যোৱা আলিটোৰ সমুখত। বহুবছৰৰ পূৰ্ব্বে ককাদেউতা মৌজাদাৰ হৈ থকা কালত মাজু দদাইদেউ সূৰ্য্যধৰ ৰাজখোৱাই তাত এবাৰ সৰিয়হ খেতি কৰাইছিল; কিন্তু বনৰীয়া হাতীৰ উৎপাতত তিষ্ঠিব নোৱাৰি এৰি গুছি গ'ল। তেতিয়াৰপৰা সেই মাটি পতিত হৈ আছিল।

মই তাতে থাকি কাম কৰাব পাৰিম বুলি কলো। দেউতাই দহজন বনুৱাক সেইদিনাই মতাই আনি কুৰি বিঘামান মাটিৰ হাবি কাটিবলৈ আৰু আমাৰ নিমিত্তে তিনিটা কেম্পঘৰ সাজিবলৈ লগাই দিলে। বাঁহ, বেত, টকৌপাত আদি ঘৰসজা সকলো সঁজুলি তাতেই আছে। বনুৱাবিলাকক কাম কৰিবলৈ দহদিন সময় দি আমি ঘৰলৈ উলটি আহিলো।

দহদিনমানৰ পিছত মোৰ আধালিখা নাটকখন বাকছত ভৰাই পেলাই থৈ দেউতাৰ হাতী, বন্দুক, মোৰ ঘোঁৰাটো আৰু খেতিয়ক শ্ৰেণীৰ মানুহ এজন লগত লৈ সেই মাটিলৈ গৈ দেখিলো, বনুৱাবিলাকে কুৰি বিঘামান মাটিৰ হাবি কাটিলে আৰু আমাৰ নিমিত্তে তিনিটা কেম্পঘৰো সাজিলে। সেইদিনাৰপৰা হাতীৰ মাউত আৰু দেউতাই লগত পঠোৱা মহৰীজনৰ সৈতে সেই কেম্পঘৰতে থাকি খেতিৰ কামত উৎসাহেৰে লাগি গলো। হাতীত উঠি হাবিখন ঘূৰিপকি চাই দেখিলো, তাত দুশ একৰমান বাম মাটিৰ উপৰি কুৰি একৰমান ৰূপিত মাটিও আছে। টকা খৰচ কৰিব পাৰিলে এখন সৰু চাহবাগিছাও খুলিব পৰা হব। প্ৰথমে

চাহগুটিৰ বাগিছা এখনকে খুলিম বুলি ভাবি কেইদিনমানৰ পিছত মহৰীজনক পঠাই এমোনমান চাহগুটি অনাই সেই ঠাইতে এটা পালেং দিলো। কেম্পঘৰৰ ওচৰৰ এডোখৰ মাটিত কোৰ মৰাই শাক-পাচলিৰ বাৰী এখনো কৰিলোঁ।

এমাহমানৰ পিছত কাটি থোৱা গছবোৰৰ ডাল-পাতবিলাক শুকালত তাত জুই লগাই দি কেইদিমমানৰ পিছত মহৰীজনে ছাইবোৰৰ ওপৰতে সৰিয়হ গুটি সিচি দিলে।

এইখিনি কাম কৰাওঁতেই দেউতাই দিয়া তিনিশ টকা শেষ হোৱাত মোৰ মনৰ উৎসাহ কমি আহিবলৈ ধৰিলে। দেউতাৰ অৱস্থাও ভাল নাছিল। দুখীয়া ৰাইজৰপৰা খাজানা তুলিব নোৱাৰি প্ৰত্যেক বছৰে ধাৰ কৰি চৰকাৰী খাজানা শোধাব লগাত পৰিছিল। তেওঁ আৰু ক'ৰপৰা টকা দিব? প্ৰত্যেক সপ্তাহে হাতীজনী ঘৰলৈ পঠাই চাউল দাইল আদি খোৱা বস্তুবোৰ ঘৰৰপৰাই অনাইছিলো। এনেকৈ ঘৰৰ ভাত খাই হাবিৰ ৰখীয়া হৈ বহি থাকিলে কি হব? এনে অৱস্থাত মোৰ খেল-ধেমালিৰ লগৰীয়া সমনীয়া আৰু ৰঙ্গমঞ্চত অভিনয় আদি বাদ দি সেই হাবিত অকলে সোমাই থাকিবৰ আৰু মোৰ মন নোযোৱা হ'ল।

সেই সময়ত বৰ ভিনিদেউ স্বৰ্গীয় নীলাম্বৰ দত্ত আছিল এজন স্বাধীন ব্যৱসায়ী। তেওঁ তেতিয়া ঠিকা কাম কৰি বহুত টকা উপাৰ্জ্জন কৰিছিল। পিছৰ কালত তেওঁ দুখন চাহবাগিছাৰ গৰাকী হৈ ৰায়বাহাদুৰ খিতাপ পাইছিল আৰু কাউন্সিলৰ মেম্বাৰ হৈছিল। তেওঁৰ লগতে পৰামৰ্শ কৰোঁগৈ বুলি ভাবি মোৰ মহৰীজনক হাবিতে থৈ ৰাহিৰে বাহিৰে ডিব্ৰুগড়লৈ গৈ ভিনিদেউৰ ঘৰতে আলহী হলোগৈ।

মোৰ খেতি-বাতিৰ বিষয়ে সকলো কথা শুনি ভিনিদেৱে কলে, —"সেই মাটিত সৰু চাহবাগিছা এখন খুলিবলৈ হাতত কুৰি হেজাৰমান টকা লাগে। ইমান টকা তই ক'ত পাবি? তাত

বন্নুৱা লগাই সাধাৰণ মাহ-সৰিয়হৰ খেতি কৰাই তই মাহে কুৰি পঁচিশ টকাও উপাৰ্জ্জন কৰিব পৰা আশা নাই। চাহগুটিৰ সক বাগিছা এখন কৰিব পাৰিলেও সাত বছৰমান তাকে ৰখি বহি থাকিব পাৰিলেহে চাহগুটি বেচিব পাৰিবি। তোৰ যদি চাকৰি কৰিবৰ ইচ্ছা নাই তেন্তে মোৰ লগতে ঠিকা কামত ধৰিব পাৰ। এতিয়া নগাৱঁত শিলঘাট-চাপৰমুখ ৰেল লাইন বহুৱাবৰ কাৰণে মাটি কটাই আলি বন্ধাবলৈ মই এটা ডাঙৰ ঠিকা লৈছো। তোৰ দদাইদেউৰ সূৰ্য্যধৰ ৰাজখোৱাক চাৰি অনাৰ অংশীদাৰ কৰি লগত লৈছো তয়ো যদি এই কামতে ধৰিবৰ ইচ্ছা কৰ, তেন্তে তোকো চাৰি অনা অংশ দিম। তহঁত দুটাই ভাটীৰপৰা বন্নুৱা আনি নগাৱঁৰ ফুলগুৰিত থাকি কাম কৰাবি। টকা মই দিম। অহা বিজয়া দশমীৰ পিছদিনা দদাইদেউৰ সূৰ্য্যধৰ ৰাজখোৱা বন্নুৱা আনিবলৈ বিহাৰলৈ যাব। সেইদিনা নাহৰকটীয়া ষ্টেছনত তেওঁক লগ ধৰি তয়ো তেওঁৰ লগত বন্নুৱা আনিবলৈ যাবি। তোৰ সন্মতি আছে যদি তোৰ ৰেলৰ টিকেট তেওঁ কিনি দিব।”

ঠিকা কাম কৰি ততালিকে চহকী হব পাৰিম বুলি ভাবি ভিনিহিদেউৰ এই প্ৰস্তাৱত মই আনন্দেৰে সন্মতি দিলো। পিছ-দিনা জয়পুৰলৈ উলটি গৈ দেউতাক সকলো কথা কলো।

দেউতাই কলে,—“তই যাম বুলি কৈ আহিলি যেতিয়া যা,—মই বাধা নিদিওঁ। কিন্তু তোৰ বি-এ ডিগ্ৰীয়ে এইবোৰ কামত সহায় নকৰে। বন্নুৱাৰ লগত সাৱধানে চলিবি আৰু টকা-পইছাৰ হিচাপ ভালকৈ ৰাখিবি।”

সেইবাৰো আমি বৰ ধুমধামেৰে জয়পুৰত দুৰ্গাপূজা পাতিলো। বিজয়া দশমীৰ পিছদিনা নাহৰকটীয়া ষ্টেচনত সূৰ্য্য দদাইদেউক লগ ধৰি বিহাৰৰ চাপ্‌ৰা জিলাৰ অন্তৰ্গত আলিগঞ্জ নামেৰে নগৰত সৰু ঘৰ এটা কেৰেয়া লৈ তাতে থাকি চাৰিওফালে গাওঁবিলাকত মাটি কটা বন্নুৱা বিচৰা কামত লাগি গলো।

সেইবিলাক ঠাইৰ বনুৱা শ্ৰেণীৰ মানুহৰ অৱস্থা বৰ বেয়া। পাৰ-চৰাইৰ খোৰোঙৰ নিচিনা কেঁচা মাটিৰে সৰু সৰু ঘৰ সাজি তাতে থাকে আৰু গোটেই দিনটো জমিদাৰৰ মাটিত কাম কৰি হু'অনানে চাৰিঅনা হাজিৰা পায়। তাৰ মানুহবোৰ অসমীয়া গাঁৱলীয়া মানুহৰ নিচিনা সৰল প্ৰকৃতিৰ নহয়।

বিহাৰী হিন্দুৱে মাছ-মাংস নাখায়। সেইকাৰণে মাছ-মাংস তাত বৰ সস্তা। সৰু বনৰীয়া পানীহাঁহ একোটাৰ দাম তিনি অনা। পানীৰ গুণত খোৱাবস্তু ততালিকে হজম হৈ যায়। মই প্ৰত্যেক দিনে তেনেকুৱা পানীহাঁহ একোটা খাই হজম কৰিছিলো। ওচৰৰ বিলবিলাকত অসংখ্য বনৰীয়া হাঁহ চৰি ফুৰা দেখি বন্দুক এটা যোগাৰ কৰি লৈ তাতো দুদিনমান হাঁহ চিকাৰ কৰিলো।

কিছুদিনৰ পিছত ছজনমান বনুৱা চৰ্দ্দাৰে চাৰিশ বনুৱা আনি এটা নিৰ্দ্দিষ্ট দিনত ৰেল ষ্টেচনত হাজিৰ কৰি দিম বুলি দলিল লিখি দি আমাৰপৰা দুহেজাৰ টকা আগধন ললে। কিন্তু নিৰ্দ্দিষ্ট দিনত তিনিজন বনুৱা চৰ্দ্দাৰে মুঠে ১৫০ জন বনুৱা লৈ ষ্টেচনলৈ আহিল। বাকীকেইজন নাহিল। সূৰ্য্য দদাইদেৱে বাকী কেইজন চৰ্দ্দাৰক বিচাৰি উলিয়াবলৈ মোক তাতে এৰি থৈ সেই ডেৰশ বনুৱাকে লগত লৈ নগাৱঁৰ ফুলগুৰিলৈ আহি তাতে কেম্প কৰি থাকি মাটি কটাই আলি বন্ধোৱা কাম আৰম্ভ কৰি দিলে। মই আলিগঞ্জত আৰু দহদিনমান থাকি সেই কেইজন পলৰীয়া চৰ্দ্দাৰক বিচাৰি নাপাই দ্বাৰভাঙ্গালৈ গৈ আৰু এজন চৰ্দ্দাৰক আগধন দি ২৫ জন বনুৱা সংগ্ৰহ কৰি তেওঁবিলাককে লগত লৈ ফুলগুৰিলৈ আহিলো।

সেই ১৭৫ জন বনুৱাই ডেৰমাহমান ভালকৈয়ে কাম কৰিলে। তেওঁলোকৰ প্ৰত্যেকজনক খোৱা খৰছ সপ্তাহত দুটকাকৈ দিছিলো। সেইদিনত সেয়ে যথেষ্ট। আমি কলেজত পঢ়া কালত হোষ্টেলত খোৱা খৰছ মাহে ৮৷৯ টকাতকৈ বেছি দিয়া নাছিলো।

আমাৰ দুৰ্ভাগ্যবশতঃ সেই সময়তে ওচৰৰ গাওঁবিলাকত কলেৰা বেমাৰত বহুত মানুহ মৰা খবৰ পাই আমাৰ বনুৱাবিলাকে কাম বন্ধ কৰি ঠায়ে ঠায়ে জুম পাতি বহি নিজৰ ভিতৰতে পৰামৰ্শ কৰিবলৈ ধৰিলে। তেতিয়াৰপৰা প্ৰত্যেক ৰাতি বনুৱাবোৰ দলে দলে পলাবলৈ ধৰিলে। শেষত মই দ্বাৰভাঙ্গাৰপৰা অনা ২৫ জন বনুৱাহে থাকিল।

সেই সময়ত বৰপেটাত বহুত বনুৱা আছে বুলি খবৰ পাই তাৰপৰাই বনুৱা কিছুমান আনোগৈ বুলি বৰপেটা ষ্টেচনৰ ওচৰৰ সৰহভোগ ডাকবঙলাতে কেইদিনমান থাকি বনুৱা বিচাৰিলো। তাত বনুৱা বহুত আছিল, কিন্তু নগাওঁত কলেৰা বেমাৰ হোৱা খবৰ পাই কোনো আহিবলৈ মান্তি নহল।

এদিন মই ডাকবঙলাত শিক্ষাবিভাগৰ ইন্সপেক্টৰ স্বৰ্গীয় দুৰ্গাধৰ বৰকটকীদেৱক লগ পালো। তেওঁৰ লগত কথা-প্ৰসঙ্গত ঠিকা কামত মোৰ দুৰ্গতিৰ বিষয়ে সকলো কথা কলোত তেওঁ মোক কলে,—

"ঠিকা কামত লাভ কৰিব পৰা গুণ আৰু দক্ষতা তোমাৰ নাই। সেইকাৰণে ঠিকা কাম কৰি তুমি লাভ কৰিব নোৱাৰিবা। এতিয়া ডিব্রুগড় হাইস্কুলতে শিক্ষকৰ কাম এটা খালি হৈ আছে। তুমি ইচ্ছা কৰিলে সেই কামলৈকে দৰ্খাস্ত এখন দিব পাৰা। তোমাক যেই কামত নিযুক্ত কৰি হিন্দু হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টৰ কামটোও তোমাকে দিম। তাৰপৰাও মাহে ২৫৲ টকা এলাৱেন্স পাবা।"

চৰকাৰী কামত সোমোৱা বয়স পাৰ হৈ গলে সেইফালেও মুদা মৰিব বুলি ভাবি মই তেওঁৰ প্ৰস্তাৱত সন্মতি দি তেতিয়াই এখন দৰ্খাস্ত লিখি তেওঁৰ হাতত দিলো। পিছদিনা ফুলগুৰিলৈ উলটি গৈ দেখিলো, আমাৰ বনুৱা আটাইবিলাক পলাল। সূৰ্য্য দদাইদেউ মহৰী কেইজনেৰে সৈতে কেম্পটো ৰখীয়া হৈ বহি আছে।

নীলাম্বৰ ভিনিহিদেউ তেতিয়া তাতে আছিল। তেওঁ 'ৱাৰেণ্ট' দিয়াই পলৰীয়া ছৰ্দ্দাৰ কেইজনমানক ধৰাই আনিছিল।

মই তেওঁক কলো—"ফৌজদাৰী মোকৰ্দ্দমা চলাই এই টোকোনা মানুহকেইটাক ফাটেকত দিয়াব পৰা হব, কিন্তু সিহঁতৰ পৰা টকা আদায় কৰিব পৰা আশা নাই। ইয়াতে বহি থাকি মামলা মোকৰ্দ্দমা চলাবলৈ গলে আমাৰ আৰু কিছুমান টকা লোকচানহে হব।"

তেওঁ কলে—"মোকৰ্দ্দমা চলোৱা মোৰো উদ্দেশ্য নহয়। সিহঁতক বিহাৰৰপৰা ধৰাই আনি অলপ শাস্তিহে দিলো। তোৰ এতিয়া ইয়াত একো কাম নাই; তই ঘৰলৈকে যাগৈ। আমি এইবোৰ জোখ-মাপ কৰাই টকা-পইচা যি পাওঁ তাকে লৈ পিছত যাম।"

বনুৱাবিলাকে যিখিনি কাম কৰি পলাই গ'ল, তাৰপৰা কিছু টকা লোকচান হ'ল, আৰু আমাৰ লোকচান চাৰিমাহৰ পৰিশ্ৰম। এই দুৰ্ঘটনাই মোৰ একেবাৰে কঁকাল ভাঙিলে। নিজৰ কৰ্ম্মশক্তিৰ ওপৰতো বিশ্বাস হেৰুৱালো।

ঘৰলৈ উলটি আহি দেউতাক সকলো কথা কলত দেউতাই কলে,—

"তই মোৰ লগত পৰামৰ্শ নকৰাকৈয়ে বাহিৰে বাহিৰে গৈ সৰিয়হ খেতি এৰি ঠিকা কামত ধৰিলিগৈ। মোক কোৱা হলে সেই মাটিত কাম কৰাবলৈ টকাৰ অভাৱ নহলহেঁতেন। মই আৰু দুশমান টকা দিব পাৰিলোহেঁতেন। তদুপৰি তোৰ নতুন মাটিত লহপহকৈ গজি উঠা সৰিয়হডৰাৰে সৈতে সেই মাটি বন্ধক দি মহাজনৰপৰা ধাৰ কৰি আৰু কিছুমান টকা পালিহেঁতেন। সেই টকাৰে ওচৰৰ চৰকাৰী মাটিৰ বাঁহবোৰ কটাই বিক্ৰি কৰি দুহেজাৰমান টকা তাতে উপাৰ্জ্জন কৰিব পাৰিলিহেঁতেন। লগে লগে মাটিডোখৰো মুকলি হলহেঁতেন। তাৰে কুৰি বিঘামান মাটিত

চাহগুটিৰ বাগিছা এখন কৰা হলে মাটিডোখৰ মূল্যবান হলহেঁতেন। আগলৈ সেই মাটি পুনৰ বন্ধক দি টকা ধাৰ কৰি কাম চলাই থাকিব পাৰিলিহেঁতেন। ওচৰৰ দ মাটিত ধানখেতিও হলহেঁতেন। তই গুছি যোৱাৰ পিছত তোৰ মহৰীটো তাত বহি থাকিলে কি হব? সিও গুছি আহিল। পিছত তোৰ সৰিয়হডৰা আৰু গজি উঠা চাহপুলিবোৰ বনৰীয়া হাতীয়ে গচকি ফেনেকি ধ্বংস কৰি পেলালে। তহতৰ ঘৰকেইটাও ভাঙিলে। এতিয়া সেই মাটি পুনৰ হাবি হ'ল। স্কুলৰ কামটোলৈ দৰ্খাস্ত দি ভালেই কৰিলি। এতিয়া মাহে ৫০৲ টকীয়া স্কুল-মাষ্টৰ হোৱাৰ বাহিৰে তোৰ আৰু আন গতি নাই।"

দেউতাই কোৱা কথাবোৰ ভাবি চাই সেইদিনাহে বুজিলো যে মোৰ কৰ্ম্ম-জীৱনৰ আৰম্ভণতে এইটো ডাঙৰ ভুল কৰিলো। তেতিয়া যাচি দিয়া চৰকাৰী কাম এৰি বাৰিষা বতৰত পুনৰ সেই মাটিলৈ আৰু যাবলৈ সাহ কৰিব নোৱাৰিলো। ভালেমান বছৰৰ পিছত বিদেশী চৰকাৰৰ তলত গোলামী কৰি সিহঁতৰ তিতা মাত-কথা সহ্য কৰি কঠোৰ পৰিশ্ৰম কৰিব লগা হোৱাত জীৱনৰ এই ভুলটোকে সুঁৱৰি 'অতিথি' নামে এটা কৱিতা লিখি প্ৰথমে 'আৱাহন'ত আৰু তাৰ পিছত মোৰ কৱিতা-পুথি 'নিজৰা'ত প্ৰকাশ কৰিলোঁ।

## অতিথি

অতিথি নাহিলা ফিৰি,
পাৰি থোৱা মোৰ শূন্য আসন তাতেই থাকিলে পৰি।
তুমি আহিছিলা বাসন্তী পুৱাতে মঙ্গল আৰতি লই,
কাৰ ভাবনাত আছিলো বিভোল নাচালো উলটি মই।
তুমি আহিছিলা ভাগ্য-লখিমী অযাচিতে কাষলই,
নিচিনি তোমাক মনো-আন্ধাৰত অতিথি ফিৰালো হায়!

শুনিলো পাহৰা সুৰ,
অভিমানী দুটি ৰাঙলী আঁখিয়ে ভাঙিলে সপোন মোৰ।
তুমি উলটিলা চৰণ-ভঙ্গী নীৰৱে আছিলো চাই,
তালে তালে মোৰ হিয়াৰ মাজত বিজুলী চমকি যায়।
তুমি উলটিলা কৌতুকময়ী। বতাহে খেলালে চুলি।
মোৰ যে প্ৰাণত ঢউ খেলি গ'ল বিষাদ ৰাগিণী তুলি।
মানিনী অতিথি মোৰ,
তুমি আঁতৰিলা নিজে গঁথা মালা মোহাৰি কৰিলা চূৰ।
তুমি আঁতৰিলা চপলা লক্ষ্মী! আৰুতো নাপালো দেখা,
মোৰ যে পঁজাত আৰু নজ্বলিলে মুমুৰা দীপৰ শিখা।
সমীৰণে গালে করুণ সঙ্গীত শুনিলে সোণালী তৰা,
সিদিনাৰে পৰা সান্ধ্য গগন বিষাদ-ৰাগিণী ভৰা।
প্ৰাণতে থাকিলে আশা,
কতনো আহিলে নৱ বসন্ত, আহিল শাৰদী নিশা।
কত কিশোৰীৰ চকুৰ বিজুলী চকুতে মলঙি গ'ল,
কত প্ৰেমিকৰ আকুল বাসনা হিয়াতে বিলীন হ'ল;
কতনো ফুলিলে মাধৈ-মালতী কতনো পৰিল সৰি,
মোৰ যে অতিথি আজিও নতুন আৰুতো নাহিলে ফিৰি।

( ডিব্ৰুগড়ত )

কেইদিনমানৰ পিছত ইন্সপেক্টৰৰ অফিচৰপৰা নিয়োগ-পত্ৰ পাই ডিব্ৰুগড়লৈ আহি শিক্ষকৰ কামৰ চাৰ্জ্জ ললো আৰু বৰ্ডিঙৰ চুপাৰিণ্টেণ্ডেণ্ট হৈ মোৰ ভাই শ্ৰীধৈৰ্য্যধৰ ৰাজখোৱাক মোৰ লগতে বৰ্ডিঙত ৰাখি হাইস্কুলত নাম লগাই দিলো। এবছৰৰ পিছত সৰু ভাই শ্ৰীপ্ৰেমধৰ ৰাজখোৱাকো আনি বৰ্ডিঙত মোৰ লগতে ৰাখি হাইস্কুলৰ তৃতীয়মান শ্ৰেণীত নাম লগাই দিলো। তেতিয়াৰপৰা

সিহঁত দুটাই কলেজত পঢ়া কাললৈকে সিহঁতৰ পঢ়া খৰছ ময়ে দি আছিলো।

হেডমাষ্টৰে মোক ওপৰৰ চাৰি শ্ৰেণীৰ ছাত্ৰসকলক পঢ়ুৱাবলৈ দিয়াত ল'ৰাবিলাকৰ লগে লগে ময়ো পুৱা-গধূলি ঘৰত পাঠ্যপুথি-বিলাক পঢ়িবলৈ বাধ্য হলো। পূৰ্ব্বে স্কুল-কলেজত কিতাপবিলাক মুখস্থ কৰি প্ৰমোচন পাই যোৱাৰ কাৰণে মই একো শিকিব পৰা নাছিলো। প্ৰায় তিনি বছৰ স্কুলৰ শিক্ষক হৈ থকা কালত ওপৰ শ্ৰেণীৰ পাঠ্যপুথিবিলাক খৰচি মাৰি পঢ়ি আৰু স্কুলৰ লাইব্ৰেৰীৰ বাহিৰা কিতাপবিলাক পঢ়ি মই যি অলপ শিকিব পাৰিলো, সেই শিক্ষাইহে পিছৰ জীৱনত মোক সকলো কামতে সহায় কৰিলে।

খেল-ধেমালিত পাকৈত আছিলো কাৰণে হেডমাষ্টৰে আৰু ল'ৰাবিলাকে মোক ভাল পাইছিল। ল'ৰাৰ লগত ফুটবল, ক্ৰিকেট আদি খেলত যোগ দিবলৈ পাই পিছলৈ শিক্ষকৰ কামতে মোৰ মন বহিল। কিন্তু তেতিয়াও স্বাধীন ব্যৱসায়ৰ সপোন মই পাহৰিব পৰা নাছিলো। মনতে ভাবিলো, শিক্ষকৰ কাম কৰাৰ লগে লগে প্ৰত্যেক বছৰে একোখন নাটক, উপন্যাস, কবিতা-পুথি নাইবা স্কুলৰ পাঠ্যপুথি লিখি ছপাই উলিয়াই পিছত ৺শিৱনাথ ভট্টাচাৰ্য্যৰ নিচিনাকৈ এখন কিতাপৰ দোকান দিম। এই উদ্দেশ্যেৰে খৃষ্টাব্দ ১৯১৭ চনৰপৰা হাতে-কলমে লাগি গলো।

সেই বছৰ 'বিদ্যাৱতী' নামে মৌলিক নাটক এখন লিখি ডিব্ৰুগড়ৰ মোৰ সমনীয়া বন্ধুসকলক অভিনয় কৰিবলৈ দিলো। তেওঁলোকে দুবাৰ সুখ্যাতিৰে অভিনয় কৰি নাটকখন ছপাই উলিয়াবৰ উপযুক্ত হৈছে বুলি কোৱাত খৃঃ ১৯১৮ চনত 'বিদ্যাৱতী' নাটক ছপাই উলিয়ালো। তাৰ পিছত পূৰ্ব্বে আধা-লিখাকৈ পেলাই থোৱা 'ৰণজিৎ সিংহ' নাটকখন লিখিবলৈ আৰম্ভ কৰিলো।

খৃষ্টাব্দ ১৯১৯ চনত অসম ছাত্ৰ সম্মিলনৰ বছেৰেকীয়া অধিবেশন ডিব্ৰুগড়তে পাতিছিল। সেই উপলক্ষে অভিনয় কৰিবলৈ নতুন

নাটক এখন লিখি দিব লাগে বুলি ডিব্রুগড়ৰ বন্ধুসকলে মোক টানি ধৰাত 'ৰণজিৎসিংহ' নাটকখন সম্পূৰ্ণ কৈ লিখি তেওঁলোকক দিলো। সেই অনুষ্ঠানৰ মুকলি সভাৰ সভাপতি আছিল স্বৰ্গীয় প্ৰবীন সাহিত্যিক পদ্মনাথ গোহাঁই বৰুৱা।

সেইদিনা মুকলি সভাত কেইজনমান ৭।৮ বছৰীয়া সৰু ল'ৰাই মোৰ 'প্ৰাৰ্থনা' নামে কবিতা এটা আবৃত্তি কৰিছিল। সেই সৰু ল'ৰা কেইজনৰ ভিতৰত এজন আছিল মোৰ ভাগিন শ্ৰীশৰৎকুমাৰ দত্ত। তেওঁ এতিয়া অসম হাইকৰ্টৰ এজন ন্যায়াধীশ। তেওঁৰ এই কবিতাটো এতিয়াও মুখস্থ আছে। এদিন মোক তাৰে কেই ফাকিমান আবৃত্তি কৰি শুনাইছিল।

আহাঁ আহাঁ নামি দেৱতা সকল
লোৱাহি পূজাৰ ভাগ;
সৰু ল'ৰা আমি একোকে নাজানোঁ,
নোৱাৰোঁ কৰিব যাগ।

নাজানোঁ ভকতি বেদ মন্ত্ৰ আদি
নাজানোঁ পূজাৰ ৰীতি;
সৰল হিয়াৰে পূজিম মনতে,
নিদিবা পাপৰ মতি।

নামি আহাঁ তুমি ব্ৰহ্মাণ্ডৰ স্বামী
মেঘৰ আঁৰৰ পৰা,
বনফুল মালা পিন্ধাম তোমাক
ভকতি ৰসেৰে ভৰা।

দুবৰি বনৰ সেউজীয়া পাতে
পূজিম তোমাক আমি,
আপদে বিপদে ৰাখিবা আমাক,
থাকিবা হিয়াত তুমি।

কাম, ক্ৰোধ, লোভ আঁতৰাবা মোৰ
হিয়াৰ মাজৰ পৰা,
চাবা যাতে প্ৰভু! নিপিছলো আমি,
কৰ্ত্তব্য পথৰ পৰা।

পিতৃ-মাতৃ আদি গুৰুজন লই
থাকোক ভকতি নিতে,
গঢ়িবা ইদৰে ক্ষুদ্ৰ হিয়া মোৰ,
মাতিছো সবল চিতে।

আহাঁ বীণাপাণি কবিতা ৰূপিণী!
মোহিনী বীণাটি বাই,
পদুম পাতেৰে পূজিম তোমাক,
ভকতি আঁজলি লই।

বাক্‌দেৱী তুমি জ্ঞানৰ ঈশ্বৰী,
থাকিবা কণ্ঠত মোৰ;
সততে জননী দিবা সোঁৱৰাই
পাহৰা বচনবোৰ।

কুবচন মোৰ মুলিয়াবা দেৱী!
কদাপি মুখৰ পৰা,
আঁতৰাবা আৰু অজ্ঞান আন্ধাৰ,
কোমল মনৰ পৰা।

সংসাৰ হাটত আচহুৱা আমি,
অতিকে দুৰ্ব্বল হিয়া;
মাতিছোঁ সাদৰি দেৱতা সকল,
এফেৰি করুণা দিয়া।

সেইদিনা ৰাতি 'ৰণজিৎ সিংহ' নাটকৰ অভিনয় চাই গৈ ৺পদ্মনাথ গোহাঁই বৰুৱাই তেওঁৰ 'অসম বন্তি' নামে বাতৰি কাকতত

লিখিছিল,—"ৰাতিলৈ সম্মিলনৰ সম্মানত থিয়েটাৰ। আমোলাপটিৰ অসমীয়া ষ্টেজত শ্ৰীযুত শৈলধৰ ৰাজখোৱা বি-এ ৰচিত 'ৰণজিৎ সিংহ' অভিনীত হৈছিল। প্ৰায় আটাইবিলাক ভাৱৰীয়াই ভাল ভাও দিছিল। তাৰ ভিতৰত নায়িকা বিজয়া, নায়ক ৰণজিৎ সিংহ, বিজয়াৰ প্ৰেমপ্ৰাৰ্থী ডেকাজন, হৰলালৰ ঘৈণীয়েক আৰু ৰাতিয়া লগুৱাৰ ভাও বিশেষকৈ শলাগিব লগীয়া। নাটকখন মহাকবি ছেক্সপীয়েৰৰ 'ওথেলো' নামে নাটকৰ ছাঁ লৈ লিখা। ই এই ধৰণৰ ভালেমান নাটকক চেৰ পেলাইছে আৰু সেইবাবে ইয়াৰ নবীন গ্ৰন্থকাৰে প্ৰবীণৰপৰা শলাগ পাইছে।"

নায়িকা বিজয়াৰ ভাও লৈছিল বৰ্ত্তমান বৰুৱাচালি চাহ-বাগিছাৰ মেনেজাৰ শ্ৰীশৈলজানন্দ বৰুৱাই। তেতিয়া তেওঁ আছিল লিচ-পিচীয়া পাতল এটি চেঙেলীয়া ডেকা ল'ৰা। নায়ক ৰণজিৎ সিংহৰ ভাও লৈছিল ডিব্ৰুগড়ৰ শ্ৰীউপেন ঠাকুৰে। ৰাতিয়া লগুৱাৰ ভাও লৈছিল ডিব্ৰুগড়ৰ ৺নন্দেশ্বৰ ঠাকুৰীয়াই। শ্ৰীৰবীন্দ্ৰৰাম খাউণ্ডেও এজন বাদ্যকৰৰ ভাও লৈছিল।

নাটকখনৰ অভিনয় চাই ডিব্ৰুগড়ীয়া ৰাইজেও মোক অভিনন্দন জনোৱাত উৎসাহ পাই 'ৰণজিৎ সিংহ' নাটক তেতিয়াই ছপাই উলিয়াবলৈ আয়োজন কৰিছিলো। তদুপৰি সেই সময়লৈকে মই যিবিলাক খণ্ড-কবিতা লিখি আলোচনীবিলাকত প্ৰকাশ কৰিছিলো, তাৰ ভিতৰত পঁচিশটা কবিতা একেলগ কৰি 'উদগণি' নাম দি এখন সৰু কবিতা পুথিও ছপাই উলিয়াবলৈ আয়োজন কৰিছিলো। কিন্তু মোৰ ভাগ্যচক্ৰই স্বাধীন ব্যৱসায়ৰ সপোন পাহৰাবলৈ মোৰ জীৱনৰ গতি আন এফালে ঢাল খুৱালে আৰু মোৰ কিতাপ ছপোৱা কাম চিৰকাললৈ তল পেলালে।

খৃষ্টাব্দ ১৯১৭ চনত বৰদিনৰ বন্ধত জয়পুৰৰ নিজ ঘৰলৈ যাওঁতে মায়ে মোক কলে,—

"তই এতিয়া ছব-ডেপুটী কামলৈ দৰ্খাস্ত এখন দে। জিলাৰ

ৰবচাহাব জয়পুৰলৈ আহিলে এই কাকজান বাগিছাৰ মেনেজাৰ-জনৰ বঙলাতে থাকেহি। তই এই মেনেজাৰ চাহাবৰ ওচৰলৈ গৈ দেউতাৰৰ নাম কৈ তেওঁৰ লগত চিনাকি হবি। তেওঁৰপৰা এখন চাৰ্টিফিকেট লৈ দৰ্খাস্ত এখনেৰে সৈতে জিলাৰ ৰবচাহাবক দিবিগৈ।"

মায়ে কোৱা মতে এদিন মোৰ ঘোঁৰাটোত উঠি কাকজান বাগিছাৰ মেনেজাৰ টুইদী ( Tweedy ) চাহাবৰ বঙলালৈ গৈ তেওঁৰ লগত চিনাকি হলো। ছব-ডেপুটী কামলৈ দৰ্খাস্ত দিবলৈ মোক এখন ৰাইডিং চাৰ্টিফিকেট লাগে বুলি কোৱাত চাহাবজনে মোক লৈ আলিলৈ ওলাই আহি কলে,—

"তুমি ঘোঁৰাত উঠি সৌ ৰবগছজোপাৰ গুৰিলৈ যোৱা। যাওঁতে ঘোঁৰা কদমত চলাবা। আহোঁতে ঘোঁৰা যিমান বেগেৰে পাৰা দৌৰাই আহিবা।"

এনেতে মোৰ ঘোঁৰা দৌৰোৱা চাবলৈ চাহাবৰ মেম আৰু দুজন বাগিছাৰ চাহাব বঙলাৰপৰা ওলাই আহিল।

মই ঘোঁৰাত উঠি এক ফাৰ্লংমান নিলগত থকা গছজোপাৰ গুৰিলৈ যোৱাৰ সময়তে মেম-চাহাবহঁতে মোক ঘোঁৰাৰ পৰা বগৰাই ৰং চাবৰ উদ্দেশ্যেৰে বাটৰ দুয়োকাষে চাহপাত চিঙা ডাঙৰ পাচি কেইটামান বহুৱাই থলে আৰু প্ৰথম দুটা পাচি দুখন ক'লা কাপোৰেৰে ঢাকি থলে।

কিছুমান মণিপুৰী ঘোঁৰাই দৌৰি যাওঁতে বাটৰ কাষত আচহুৱা কিবা বস্তু দেখিলে ভয় খাই অকস্মাৎ জাপ মাৰি দিয়ে। আৰোহী সাৱধান হৈ নাথাকিলে ঘোঁৰাৰ পিঠিৰ পৰা বাগৰি পৰাৰ সম্পূৰ্ণ সম্ভাৱনা। মোৰ ঘোঁৰাটোৰ এই দোষ আছিল বুলি মোৰ পূৰ্ব্বৰে পৰা জনা আছিল। সেইদিনা গছজোপাৰ ওচৰৰ পৰা বেগেৰে ঘোঁৰা দৌৰাই উলটি যাওঁতে নিলগৰ পৰা বাটৰ কাষত সেইবোৰ দেখি মই সাৱধান হলো। ঘোঁৰাটো দৌৰি গৈ প্ৰথম পাচিটোৰ ওচৰ পাওঁতেই ভয় খাই পথালিকৈ

জাপ মাৰি দিলে। কিন্তু মই আগৰপৰা সাৱধান হৈ থকাৰ কাৰণে মোক পেলাব নোৱাৰিলে। ঘোঁৰাটোৰ ডিঙিত হাত ফুৰাই তাক শান্ত কৰি ওলোটাই আনিলত মেম-চাহাবহঁতে চাপৰি বজাই হাঁহিবলৈ ধৰিলে।

মেনেজাৰ টুইদী চাহাবে এই ঘটনাৰ কথা উল্লেখ কৰি ‘গুড ৰাইদাৰ’ বুলি মোক এখন চাৰ্টিফিকেট দিলে। আৰু তাৰ লগতে ডি-চি ক্লাৰ্ক চাহাবলৈ এখন গোপনীয় পত্ৰও দিলে।

ডিব্ৰুগড়লৈ উলটি আহি ৺ৰজনীকান্ত বৰদলৈদেৱৰ পৰা স্বভাৱ চৰিত্ৰৰ বিষয়ে আৰু ৺পৰশুৰাম খাউণ্ডদেৱৰ পৰা বংশ-পৰিচয়ৰ বিষয়ে চাৰ্টিফিকেট লৈ ‘হেল্‌থ চাৰ্টিফিকেট’ আনিবলৈ চিভিল চাৰ্জ্জন কৰ্ণেল লেভেন্টন চাহাবৰ ওচৰলৈ গলো। তেওঁৰ লগত মোৰ আগৰে পৰা চিনা-পৰিচয় আছিল। তেওঁৰ বঙলাৰ সমুখৰ খেলমাটিডোখৰত মই স্কুলৰ ল’ৰাবিলাকৰ লগত ফুটবল আৰু ক্ৰিকেট খেলা তেওঁ দেখিছিল। তেওঁ মোক ভালকৈ পৰীক্ষা কৰি চাই মোক দিয়া চাৰ্টিফিকেটখনত লিখিলে,—“**Thinly built, vigorously fit, muscular and shapely. He is a keen sportsman and plays the game.**”

এইকেইখন চাৰ্টিফিকেটেৰে সৈতে ছব-ডেপুটী কামৰ নিমিত্তে দৰ্খাস্ত এখন লিখি নি ডি-চি ক্লাৰ্ক চাহাবক দিলোগৈ। তেওঁ চাৰ্টিফিকেট কেইখন আৰু টুইদ চাহাবে তেওঁলৈ দিয়া গোপন পত্ৰখন পঢ়ি চাই মোক কলে,—

“তুমি ৰাইদিং চাৰ্টিফিকেট মোৰপৰা লব লাগিব। এতিয়া তুমি মোক ঘোঁৰা দৌৰাই দেখুৱাব লাগে।”

এইবুলি তেওঁৰ নিজৰ ঘোঁৰাটো আনিবলৈ চহিচক হুকুম দিলে। অলপ পৰৰ পিছত চহিচে জিন আৰু লেগাম লগাই যিটো ঘোঁৰা আনিলে সেইটো প্ৰায় মোৰ সমান ওখ। ঘোঁৰাত উঠা ল’ৰাকালৰে পৰা অভ্যাস আছিল যদিও ইমান ওখ ডাঙৰ

ঘোঁৰাত পূৰ্ব্বে কেতিয়াও উঠা নাছিলো। ছফুট মান ওখ চাহাবজন উঠা ঘোঁৰাৰ জিনখনৰ ৰেকাপি ছুডাল মোৰ নিমিত্তে বেছি দীঘল হ'ব বুলি মই ভাবিবলৈকে নহল। ৰেকাপিত ভৰি দি জাপ মাৰি ঘোঁৰাৰ পিঠিত বহিলো, কিন্তু ভৰি সুমুৱাবলৈ ৰেকাপিৰ লো ছুডাল ঢুকি নাপাই মই বিমোৰত পৰিলো। ইফালে ঘোঁৰা নৰয়। মই তাৰ পিঠিত বহা মাত্রে সি আগবাঢ়ি অলপ দূৰ গলেই। তাক টানিটুনি কোনোমতে ৰাখি লো ছুডালৰ ওপৰৰ চামৰা ছুডালতে ভৰি সুমুৱাই ভালকৈ বহি লৈ চাহাবৰ বঙলাৰ সম্মুখৰ খেলমাটিডোখৰত ঘোঁৰা এৰি দিলো।

ঘোঁৰাটো ফিল্ডখনৰ সিফাললৈ যাওঁতে তাৰ নিজ ইচ্ছামতে কদমত চলিছিল। কিন্তু সিফালৰপৰা ঘৰমুৱা হৈ উলটি আহোঁতে সি ইমান বেগেৰে দৌৰিছিল যে মই ছুই হাতে লেগাম টানিও তাক চম্ভালিব নোৱাৰিলো। সি দৌৰি গৈ চাহাবৰ কমপাউণ্ডৰ কাটাগছৰ বেৰাখন জাপমাৰি পাৰ হৈ তাৰ নিজৰ আস্তাবললৈ যাবগৈ বুলি ভাবি তাক টনাটনি কৰিবলৈ এৰি দুই হাতে লেগাম গছ চপাই ধৰি জাপ মৰাবলৈ প্রস্তুত হলো। কিন্তু ঘোঁৰাটোৱে জাপ নামাৰিলে। বেৰাখনৰ ওচৰ পায়েই নিজে ৰৈ গ'ল আৰু বাওঁফালে ঘূৰি লাহে লাহে গৈ চাহাবৰ ওচৰ পালেগৈ। ঘোঁৰাটোৱে এইখিনি কাম তাৰ নিজৰ ইচ্ছামতে কৰিলে; কিন্তু চাহাবে ভাবিলে মই কৰালো বুলি। সেইকাৰণে মই ঘোঁৰাটো চম্ভালিব পৰা নাছিলো বুলি তেওঁ তৎ ধৰিব নোৱাৰিলে। তেওঁ মোক 'গুড ৰাইদাৰ' বুলি এখন চাৰ্টিফিকেট দিলে আৰু মোৰ দৰ্খাস্তখনৰ ওপৰত লিখিলে,—"Strongly recommended. He is an Assamese of good family, good physique and educational attainment."

.ছিনিয়ৰ ডি-চি ক্লাৰ্ক চাহাবে 'ষ্ট্ৰংলি ৰিকমেণ্ড' কৰাত আৰু আনকেইজন ছিনিয়ৰ গেজেটেড অফিচাৰেও ভাল চাৰ্টিফিকেট

দিয়াত ইংৰাজী ১৯১৮ চনতে ছব-ডেপুটী কাম পাম বুলি ভাবি-ছিলো। কিন্তু সেইবাৰ কমিছনাৰ গৰ্ডন চাহাবে মোক কাম নিদিলে। ইণ্টাৰভিউ দিবলৈ যাওঁতে তেওঁ মোৰ দৰ্খাস্তখন আৰু চাৰ্টিফিকেট কেইখন পঢ়ি চাই দোষ ধৰিবলৈ আন একো নাপাই মোক কলে—"তোমাৰ চৰকাৰী কামত সোমোৱা বয়স পাৰ হৈ গ'ল। সেইকাৰণে তুমি কাম নোপোৱা।"

মই কলো—"ছাৰ, মই চৰকাৰী কাম কৰিয়েই আছো। চাৰ্ভিছ ট্ৰেন্সফাৰ কৰি দিলেই হব।"

কিন্তু তেওঁ সেই কথা নামানিলে। মোক ভুৱাদি আন এজনক কাম দিলে। মোক কাম নিদিলে বলি খবৰ পাই ডি-চি ক্লাৰ্ক চাহাবে বৰ বেয়া পালে।

কেইমাহমানৰ পিছত গৰ্ডন চাহাব কামৰ পৰা অৱসৰ লৈ যোৱাত তেওঁৰ ঠাইত ৰীড্ চাহাব কমিছনাৰ হ'ল।

ইংৰাজী ১৯১৯ চনত কমিছনাৰ ৰীড্ চাহাব এসময়ত ডিব্রুগড়লৈ আহোঁতে ক্লাৰ্ক চাহাবে মোক স্কুলৰপৰা মতাই নি তেওঁৰ লগত লৈ গৈ ৰীড্ চাহাবৰ লগত চিনাকি কৰি দিলে আৰু মোৰ চাৰ্টিফিকেটবিলাক তেওঁক দেখুৱালে। ৰীড্ চাহাবে মোৰ লগত অলপ পৰ কথা পাতি ডি-চিক কলে,—

"এইবাৰ ই-এ-চি আৰু এছ-ডি-চি নিযুক্ত কৰিবলৈ ছিলেকচন বৰ্ড বহিব। বৰ্ডৰ আনকেইজন মেম্বাৰে আপত্তি নকৰে যদি এওঁক কাম দিয়াত মোৰ কোনো আপত্তি নাই।"

কিছুদিনৰ পিছত ইণ্টাৰভিউ দিবলৈ দুদিনৰ আগতে গুৱাহাটীলৈ গৈ প্ৰফেছাৰ পি-চি ৰায়ক দেখা কৰিলো। ছব-ডেপুটী কামৰ নিমিত্তে ইণ্টাৰভিউ দিবলৈ আহিছো বুলি কলত তেওঁ মোক কলে,—

"আমাৰ কলেজৰ প্ৰিন্সিপেল ৰবাৰ্ট চাহাবো ছিলেকচন বৰ্ডৰ এজন সদস্য। তেওঁ তোমাক চিনি নেপায়। তুমি কলেজ এৰি

যোৱাৰ পিছতহে তেওঁ প্ৰিন্সিপেল হ'ল। আজি মই তেওঁক কলেজত লগ ধৰি তোমাৰ বিষয়ে সকলো কথা কম। তুমি কাইলৈ পুৱা ৮ বজাত তেওঁক দেখা কৰিবা।"

পিছদিনা ৰবার্ট চাহাবৰ বঙলালৈ গৈ তেওঁৰ লগত চিনাকি হলো। তেওঁ মোক কলে,—

"তোমাৰ কলেজীয়া জীৱনৰ বিষয়ে সকলো কথা প্ৰফেছাৰ সকলে মোক কৈছে। তুমি এক্সিকিউটিভ কামৰ নিমিত্তে সম্পূৰ্ণ উপযুক্ত। মই তোমাক ৰিকমেণ্ড কৰিম।"

ছিলেকচন বৰ্ডৰ পাঁচজন সদস্যৰ ভিতৰত স্বৰ্গীয় ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাও আছিল। ৰবার্ট চাহাব, কমিছনাৰ ৰীড্ চাহাব আৰু ৰায়বাহাদুৰ বৰুৱাদেৱে মোৰ নিমিত্তে টানি ধৰাত বৰ্ডৰ আন দুজন সদস্যয়ো আপত্তি নকৰিলে। সেইবাৰ কামত নিযুক্ত কৰা অসম উপত্যকাৰ চাৰিজন ছব-ডেপুটীৰ ভিতৰত ছিলেকচন বৰ্ডে মোকেই প্ৰথম স্থান দিলে।

ছব-ডেপুটী কামত নিযুক্ত হৈ মই প্ৰথমে নলবাৰী চাৰ্কোলৰ সংযুক্ত বিষয়া হৈ যাব লগা হল। স্কুলৰ শিক্ষকসকলে আৰু ছাত্ৰসকলে বিদায়-সম্বৰ্দ্ধনা সভা পাতি মোক বিদায় দিলে। হেডমাষ্টৰ আৰু স্বৰ্গীয় ইন্সপেক্টৰ বৰকটকীদেৱে মোক কাম-কাজত ভাল বুলি চাৰ্টিফিকেট দি চাকৰি বদলি কৰাই দিলে।

নলবাৰী চাৰ্কোলত দুমাহমান কাম কৰাৰ পিছত চাৰ্ভে আৰু ছেটেলমেণ্ট কাম শিকিবলৈ মোক পঠালে জালুকবাৰীৰ চাৰ্ভে স্কুললৈ। তাত চাৰিমাহ কাম শিকি পৰীক্ষা দিয়াৰ পিছত মোক তিনিচুকীয়া চাৰ্কোলৰ সংযুক্ত বিষয়া (attached officer) কৰি তিনিচুকীয়ালৈ পঠালে। তাত আঠমাহমান কাম কৰাৰ পিছত শিৱসাগৰ চাৰ্কোলৰ ভাৰ দি মোক শিৱসাগৰলৈ বদলি কৰিলে।

# শিৱসাগৰত প্ৰথমবাৰ

খৃষ্টাব্দ ১৯২০ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰলৈ গৈ মোৰ কলেজৰ সহপাঠী বন্ধু ভৱধৰ ঠাকুৰ, হিমধৰ বৰুৱা, লক্ষীকান্ত বৰুৱা, ৰাম বৰা, ভূপেন ঘোষ, ভুৱন গগৈ, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, যোগেন গোহাঁই, ৰাজেন বৰুৱা আদিক লগ পাই আৰু তেওঁলোকৰ লগত খেল-ধেমালিত যোগ দিবলৈ পাই মোৰ ছাত্ৰজীৱন পুনৰ উলটি আহিল যেন অনুভৱ কৰিলো। আমাৰ পিছৰ চামৰ সহজানন্দ ভৰালী, শিৱপ্ৰসাদ বৰুৱা, ৺পাৰ্ব্বতিপ্ৰসাদ বৰুৱা, ফুনু বৰুৱা, উপেন কটকী, ফটিক চলিহা, পুণ্যধৰ চলিহা, তাৰা সিং, কালীনাথ শৰ্ম্মা আদি নাট্যামোদী ডেকাসকলেও মোক লগ পাই বৰ ভাল পালে।

এদিন থিয়েটাৰ হলতে তাচ খেলি থকা সময়তে তেওঁলোকৰ ভিতৰৰে এজনে মোক কলে,—"আপুনি আমাৰ মাজলৈ অহাত আমি বৰ সন্তোষ পাইছো। আপুনি আমাৰ দুৰ্গাপূজাত অভিনয় কৰিবলৈ প্ৰত্যেক বছৰে একোখন নতুন নাটক লিখি দিব লাগিব।"

তেওঁলোকৰ পৰা উৎসাহ পাই ময়ো লিখিবলৈ চেষ্টা কৰিম বুলি প্ৰতিশ্ৰুতি দিলো।

খৃষ্টাব্দ ১৯২১ চনত মোৰ চাৰ্কোলৰ কামৰ উপৰিও ছেন্সছ পিয়লৰ কাম কৰিব লগা হোৱাত নতুন নাটক লিখিব নোৱাৰি মই পূৰ্ব্বে লিখি থোৱা 'ৰণজিৎ সিংহ' নাটকখনকে তেওঁলোকক অভিনয় কৰিবলৈ দিলো। সেই অভিনয়ত ময়ো ৰাতিয়া লগুৱাৰ ভাও লৈছিলো।

খৃষ্টাব্দ ১৯২২ চনৰ জানুৱাৰী মাহৰ পৰা অসহযোগ আন্দোলনত

দেশত হুলস্থূল হোৱাত, আৰু মোৰ লগৰীয়া সকলৰ ভিতৰত সৰহ ভাগেই সেই আন্দোলনত যোগ দিয়াত মোৰ নাটক আৰু কবিতা লিখা কাম তল পৰিল।

খৃঃ ১৯২৪ চনৰ পৰা আন্দোলনৰ জ্বলা জুইকুৰা মুমাই তুঁহ-জুইত পৰিণত হোৱাত দেশখন পুনৰ স্বাভাৱিক অৱস্থালৈ আহিল। কিন্তু তেতিয়াৰে পৰা ১৯২৮ চনলৈকে মই শিৱসাগৰৰ ৰিচেটেলমেণ্ট কামত ব্যস্ত হৈ থাকিব লগা হোৱাত সাহিত্য চৰ্চ্চাত মনপুতি ধৰিবলৈ নিচেই কম সময় পাইছিলো। ডাকবঙলাবোৰত আৰু বাইজে সাজি দিয়া কেম্প ঘৰবিলাকত থাকি ৰিচেটেলমেণ্টৰ কাম কৰাৰ লগে লগে পুৱা গধূলি সময় পালেই অলপ অলপকৈ লিখি ইংৰাজী ১৯২৫ চনত 'লাচিত বৰফুকন' নামে নতুন নাটক এখন সম্পূৰ্ণ কৰি শিৱসাগৰৰ ডেকাসকলক অভিনয় কৰিবলৈ দিলো। কিন্তু সেইখন নাটকৰ অভিনয় চাই মোৰ ভাল নালাগিল। নাটকখন ৰঙ্গমঞ্চৰ উপযুক্ত নহ'ল যেন দেখি পেলাই দিলো। তাৰ পিছৰ বছৰ ইংৰাজী ১৯২৬ চনত সেইখন নাটকৰে বিষয়বস্তু লৈ 'স্বৰ্গদেউ প্ৰতাপসিংহ' নামে নতুন নাটক এখন লিখি তেওঁলোকক অভিনয় কৰিবলৈ দিলো। শিৱসাগৰৰ পদ্মধৰ চলিহা, সহজানন্দ ভৰালী, শিৱপ্ৰসাদ বৰুৱা, সুৰেন ভাগৱতী, কালীনাথ শৰ্ম্মা, ভৱধৰ ঠাকুৰ, পুষ্পধৰ চলিহা, ৺পাৰ্ব্বতিপ্ৰসাদ বৰুৱা, ফটিক চলিহা আদি নিপুণ ভাৱৰীয়াসকলে নাটকখন সুন্দৰকৈ অভিনয় কৰি দৰ্শকসকলক আনন্দ দিলে। সেইকালৰ উঠি অহা কবি, নাট্যকাৰ আৰু নিপুণ ভাৱৰীয়া পদ্মধৰ চলিহাদেৱে 'আখেক গোহাঁই'ৰ ভাও দি দৰ্শকসকলক বিশেষভাৱে মুগ্ধ কৰিছিল।

সেই সময়লৈকে লিখা মোৰ 'বিদ্যাৱতী', 'ৰণজিৎ সিংহ' আৰু 'প্ৰতাপসিংহ' নাটকৰ অভিনয় অসমৰ প্ৰায় সকলো ৰঙ্গমঞ্চতে সুখ্যাতিৰে হৈছিল। সেইকালত নতুন অসমীয়া নাটকৰ অভাৱত আমাৰ নাট্যামোদী ডেকাসকলে বঙলা নাটকবিলাক অসমীয়ালৈ

অনুবাদ কৰি থিয়েটাৰ কৰিবলগা হৈছিল। বিশেষকৈ সেই কাৰণেই মোৰ নাটককেইখনে অসমৰ সকলো ঠাইতে আদৰ পাইছিল। কিন্তু নাটককেইখন আৰু মোৰ কবিতা পুথি 'উদগণি'খন ছপাই উলিয়াবলৈ মই সময়ো নাপালো, সুবিধাও নাপালো।

খৃষ্টাব্দ ১৯২১ চনত শিৱসাগৰৰ মোৰ সহপাঠী বন্ধু স্বৰ্গীয় লক্ষ্মীকান্ত বৰুৱাৰ দদাইদেৱেক স্বৰ্গীয় ৰত্নেশ্বৰ বৰুৱা মৌজাদাৰ ডাঙৰীয়াৰ দ্বিতীয়া কন্যাৰ লগত মোৰ বিবাহ সম্বন্ধ থিৰ হ'ল। সেই বছৰৰ ডিচেম্বৰ মাহত জয়সাগৰ পুখুৰীৰ পাৰতে পাঁচদিনীয়াকৈ বিয়াখন পাতিবলৈ আয়োজন কৰিলো। তেতিয়া অসহযোগ আন্দোলনৰ জুইকুৰা তলে তলে উমাইছিল যদিও শিৱসাগৰত ভালকৈ জ্বলি উঠা নাছিল। ওচৰৰ হিন্দু আৰু মুছলমান ৰাইজে বিয়াখন পতাত মোক সহায় কৰিছিল। এচ্. ডি. ও. গানিং চাহাবেও চৰকাৰী তম্বু আৰু কামকৰা মানুহ আদি দি সহায় কৰিছিল।

বিয়াৰ জোৰোণ দিয়াৰ পিছত আৰু দুদিন ৰঙে-ধেমালিৰে পাৰ হৈ গল। চতুৰ্থ দিনা শিৱসাগৰত মোৰ আজো-বুঢ়ী-আইতাৰ মৃত্যু হোৱাত বিয়া পৰিল, আৰু ১৯২২ চনৰ পাঁচ ফেব্ৰুৱাৰীলৈ হোঁহকাব লগা হ'ল।

খৃষ্টাব্দ ১৯২২ চনৰ জানুৱাৰী মাহত অসহযোগ আন্দোলনৰ জুইকুৰা অকস্মাৎ জ্বলি উঠিল। শিৱসাগৰ নগৰত আৰু নগৰৰ বাহিৰৰ গাওঁবোৰত ৰাইজে বিলাতী কাপোৰবোৰ পুৰিবলৈ ধৰিলে, আৰু নেতাসকলে সভা-সমিতি পাতি বক্তৃতা দি আন্দোলনত যোগ দিবলৈ ৰাইজক আহ্বান কৰিলে। সেই সময়ত শ্ৰীপদ্মধৰ চলিহা দেৱৰ জাতীয় সঙ্গীতবিলাকে স্কুল-কলেজৰ ছাত্ৰসকলক বিশেষ-ভাৱে উত্তেজিত কৰিছিল।

তেতিয়া শিৱসাগৰ নগৰত আন্দোলনৰ নেতা আছিল ৺লক্ষীকান্ত বৰুৱা; চাৰিং অঞ্চলত নেতা আছিল শ্ৰীবেণুধৰ শৰ্ম্মা,

আৰু বৰুৱাচালি অঞ্চলত নেতা আছিল ৺যাদৱপ্ৰসাদ চলিহা। এই সময়তে এদিন পুলিচে চাৰিঙত শ্ৰীবেণুধৰ শৰ্ম্মাদেৱক গ্ৰেপ্তাৰ কৰাত সেই অঞ্চলৰ গোটেই ৰাইজ তেওঁৰ লগতে শিৱসাগৰলৈ আহিবলৈ সাজু হ'ল। তেওঁলোকে শৰ্ম্মা ডাঙৰীয়াক ফুলৰ মালা পিন্ধাই এটা হাতীত তুলি পুলিচ অফিচাৰ কেইজনকো তেওঁৰ লগতে হাতীৰ ওপৰত বহুৱাই নাম গুণ গাই শিৱসাগৰৰ ফাললৈ আহিবলৈ ধৰিলে।

ইফালে গানিং চাহাবে আগতে খবৰ পাই এদল গুৰ্খা সৈন্য লগত লৈ প্ৰস্তুত হৈ আছিল। শ্ৰীশৰ্ম্মাদেৱৰ লগে লগে অসংখ্য মানুহ দিখৌ নৈ পাৰ হৈ নগৰত সোমাই দলৰ মুখৰ ফালে আগবাঢ়ি যাওঁতেই গানিং চাহাবে সৈন্যদল লগত লৈ খেদা মাৰি আহিল। চাহাবৰ আদেশ পাই চিপাহীবিলাকে সিহঁতৰ ৰাইফল গুভোতাই লৈ নলডালেৰে নিৰস্ত্ৰ মানুহবোৰক উধাই মুধাই মৰিয়াই খেদি নি দিখৌ নৈ পাৰ কৰি থৈ আহিল। মানুহবোৰ যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। কিছুমানে নগৰৰ মানুহৰ ঘৰত সোমাই আশ্ৰয় ললে।

তাৰ পিছত গানিং চাহাবে সৈন্যদল লগত লৈ আহি শিৱসাগৰ নগৰৰ কংগ্ৰেছ অফিচটো বেঢ়ি ধৰিলেহি। তেতিয়া ৺লক্ষীকান্ত বৰুৱাই অকলে অফিচত বহি কিবা কাম কৰি আছিল। চাহাবে তেওঁক ওলাই আহিবলৈ কোৱাত বৰুৱাই গান্ধী টুপীটো পিন্ধি ওলাই আহিল। চাহাবে তেওঁক টুপী খুলিবলৈ কোৱাত তেওঁ টুপী খুলিবলৈ সন্মত নহ'ল। চাহাবৰ আদেশ পাই হাবিলদাৰ জনে বৰুৱাৰ মূৰৰপৰা টুপীটো থাপ মাৰি লৈ গ'ল। ইফালে চিপাহীবোৰে কংগ্ৰেছ অফিচটো ভাঙি চিঙি দলিয়াই পেলালে। তাৰ পাছত বৰুৱাক মাজত লৈ আগে পিছে দুদল চিপাহী থিয় কৰি সকলোকে মাৰ্চ্চ কৰাই জেললৈ লৈ গ'ল।

এই ঘটনাৰ দহদিনমানৰ পিছত ৺লক্ষীকান্ত বৰুৱাৰ ভনীয়েকৰ

লগত মোৰ বিয়া পাতিবলৈ আয়োজন কৰি ভনীয়েকৰ বিয়াৰ নিমিত্তে বৰুৱাক দুদিনলৈ জেলৰপৰা মুক্ত কৰি দিবলৈ গানিং চাহাবক অনুৰোধ কৰিলো।

চাহাবে মোক ক'লে—"বৰুৱাক মুক্ত কৰি দিব নোৱাৰোঁ। কিন্তু তুমি যদি তেওঁলৈ বিয়াৰ জলপান কিবা পঠাবলৈ ইচ্ছা কৰা তেন্তে মই পঠাব পাৰিম।"

খৃষ্টাব্দ ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীত মোৰ বিয়াৰ দিনা কেক, বিস্কুট, আপেল আদি কৰি কিছুমান খোৱা বস্তু গানিং চাহাবৰ যোগেদি বৰুৱালৈ আৰু তেওঁৰ লগত জেলত থকা সকললৈ মই পঠাই দিছিলো।

সেইদিনা যাদৱপ্ৰসাদ চলিহা মোৰ বিয়ালৈ আহিছিল। তেওঁ সম্বন্ধত মোৰ পেহীৰ পুতেক ভাই। পিছদিনা গানিং চাহাবে তেওঁক বঙলালৈ মতাই নি তাতে এৰেষ্ট কৰি থলে। তাৰ পিছত ভুৱন গগৈকে আদি কৰি আৰু কেইজনমান নেতাক ধৰি নিয়াত অসহযোগ আন্দোলনৰ জ্বলা জুইকুৰা মুমাই তুঁহজুইত পৰিণত হৈ তলে তলে জ্বলিবলৈ ধৰিলে।

মই বিদেশী চৰকাৰৰ তলত কাম কৰি আছিলো যদিও সেই কালতো শিৱসাগৰ নগৰৰ মোৰ লগৰীয়াসকলে আৰু নগৰৰ বাহিৰৰ ৰাইজে মোক ঘৃণাৰ চকুৰে চোৱা নাছিল। সেইকালতো তেওঁলোকৰ সাংস্কৃতিক অনুষ্ঠান আৰু ধৰ্ম্ম সম্বন্ধীয় ৰাজহুৱা সভা-সমিতিত মোক আদৰ সাদৰকৈ মাতি নি সভাপতিৰ আসনত বহুৱাইছিল। মেটেকা বনগাওঁ মৌজাৰ মুছলমান সমাজেও এবাৰ তেওঁলোকৰ মহৰম উপলক্ষে পতা ৰাজহুৱা সভাত মোক সভাপতি পাতিছিল। এইবিলাক ৰাজহুৱা সভাৰ লগত অসহযোগ আন্দোলনৰ কিংবা ৰাজনীতিৰ কোনো সম্বন্ধ নাছিল যদিও মই ৰাইজৰ লগত মিলা-প্ৰীতিৰে থাকি তেওঁলোকৰ ৰাজহুৱা সভাত বক্তৃতা দি ফুৰা এচ. ডি. ও. গানিং চাহাবে ভাল নাপাইছিল। এদিন কথা প্ৰসঙ্গত

তেওঁ মোক কলে—"তুমি এটা কথা মনত ৰাখিবা। গৱৰ্ণমেণ্ট অফিচাৰসকলৰ ভিতৰত যিবিলাক 'পপুলাৰ অফিচাৰ' সেই সকল কেতিয়াও ভাল অফিচাৰ হব নোৱাৰে।"

মই কলোঁ—"তোমাৰ এই কথাষাৰৰ মানে মই বুজিব নোৱাৰিলো। আমাক বোলে পাবলিক ছাৰ্ভেণ্ট; তাৰ মানে আমি ৰাইজৰ চাকৰ। ৰাইজে যদি আমাক ভাল পায় তেন্তে আমাক বেয়া অফিচাৰ বুলিব কিয় ?"

চাহাবজনে মোক আৰু একো নকলে। কিন্তু তেওঁৰ কাণ দুখন ৰঙা হৈ গ'ল। অলপো নভবা নিচিন্তাকৈ কথাষাৰ কোৱাৰ পিছতে মই বুজিব পাৰিলো যে সেইদিনাৰ পৰাই গানিং চাহাব মোৰ প্ৰতি বিৰূপ হ'ল। কিন্তু খৃঃ ১৯২৪ চনৰ পৰা মই চেটেলমেণ্ট অফিচাৰ ৰ'ভচ চাহাবৰ তলত ৰিচেটেলমেণ্টৰ কামত নিযুক্ত হোৱাত গানিং চাহাবে মোৰ অনিষ্ট কৰিবলৈ তেতিয়া সুবিধা নাপালে।

খৃষ্টাব্দ ১৯২৪ চনৰ পৰা ১৯২৮ চনলৈকে শিৱসাগৰৰ ৰিচেটেল-মেণ্টৰ কামত মই কঠোৰ পৰিশ্ৰম কৰিবলগা হল। আগৰ জৰিপ ভুল থকাৰ কাৰণে থাৱৰা, পানীদিহিং, কৌৱৰপুৰ আৰু জকাইচুক মৌজাৰ বহুত গাওঁ নতুনকৈ জৰিপ কৰালো। ইংৰাজী ১৯২৬ চনত অন্যান্য কামৰ উপৰি নতুনকৈ জৰিপ কৰা প্ৰত্যেকখন গাৱঁতে এটা দুটা চেক লাইন দি জৰিপ পৰীক্ষা কৰি গাওঁবিলাক পাছ কৰিব লগা হল। প্ৰত্যেক দিনে হাবিয়ে-বননিয়ে বোকাই-পানীয়ে খোজ কাঢ়ি চেক লাইন দি কাম শেষ কৰিব পৰা অসম্ভৱ যেন দেখি ঘোঁৰাৰ পিঠিত বহিয়েই চেক লাইন দিবলৈ অভ্যাস কৰিলো। মোৰ চেইনমেন দুজনে শিকলি টানে, ৰাইজে নিজৰ মাটিৰ সীমা দেখুৱাই দিয়ে, লগত যোৱা মণ্ডলজনে কাটান আৰু অফচেটবিলাক কৈ দিয়ে, মই ঘোঁৰাৰ পিঠিত বহি সেইবিলাক ফিল্ড বুকত ন'ট কৰি লওঁ। শিকলিডাল চলি থাকিলে মোৰ শিক্ষিত ঘোঁৰাটো তাৰ লগে লগে চলি থাকে। শিকলি বৈ গ'লে সিও বৈ যায়। এনেকৈ দিনে

এমাইল ডেবমাইলকৈ সেই চিজনত মুঠতে ৬৪ মাইল চেক লাইন দি নতুনকৈ জৰিপ কৰা গোটেইবিলাক গাওঁ পাছ কৰিলো।

সেই বছৰ চাৰ্ভে আৰু চেটেলমেণ্ট ৰিপৰ্টত চেটেলমেণ্ট অফিচাৰে লিখিছিল,

"Feat of Sailadhar Rajkhowa in running 64 miles check lines in this season may be noted."

ইংৰাজী ১৯২৭ চনত মোৰ নিজৰ চাৰ্কোলৰ record attestation কাম শেষ কৰাৰ পিছত নাজিৰাৰ ছব-ডেপুটিজনে ছুটী লোৱাত তেওঁৰ চাৰ্কোলৰো কিছুমান গাৱঁৰ record attestation কাম মই কৰিব লগা হ'ল। নাজিৰাত পোন্ধৰ দিন থাকি কামখিনি শেষ কৰি অহাৰ পিছত গোলাঘাটৰ এছ. ডি. ছি. জনে ছুটী লোৱাত মোক পঠালে গোলাঘাটলৈ। গোলাঘাটত মোৰ ভনী-জোঁৱাই শ্ৰীমহেন্দ্ৰনাথ বৰুৱাৰ ঘৰতে আলহী হলোগৈ। পিছদিনা শ্ৰীবৰুৱাই মোক তেওঁৰ মটৰ গাড়ীৰে লৈ গৈ দেৰগাৱঁৰ ডাক-বঙলাত থৈ আহিল। সেই মৌজাৰ দুটা ডাক-বঙলাত ১৯ দিন থাকি গোলাঘাট চাৰ্কোলৰ record attestation কাম শেষ কৰি শিৱসাগৰলৈ উলটি আহিলো।

এনেকৈ কঠোৰ পৰিশ্ৰম কৰি ৰিচেটেলমেণ্টৰ কাম শেষ কৰাৰ পিছত মোৰ পেটত বিষ হ'ল। এই সময়তে মোক তেজপুৰ চাৰ্কোলৰ ৰিচেটেলমেণ্ট কাম কৰিবলৈ বদলি কৰা আদেশ পালো। কিন্তু মই ডাক্তৰৰ চাৰ্টিফিকেট সহ ছুটীৰ নিমিত্তে দৰ্খাস্ত দিয়াত চাৰি মাহ ছুটী পাই ডিব্ৰুগড়লৈ গৈ মেডিকেল স্কুলত এক্স-ৰে পৰীক্ষা কৰালো। ডিব্ৰুগড়ৰ ডাক্তৰৰ ঔষধ খাই পেটৰ বিষ লাহে লাহে কমি যোৱাত জয়পুৰৰ নিজ ঘৰলৈ গৈ জিৰণি ললো।

মই স্কুলৰ শিক্ষক হৈ থকা কালতে মোৰ ভনী শ্ৰীমতী গুণবালাক বিয়া দিলে বৰ্ত্তমান গুৱাহাটীৰ অৱসৰপ্ৰাপ্ত ডি-এছ-পি শ্ৰীগোপাল চন্দ্ৰ হাজৰিকালৈ। দুবছৰৰ পিছত তাইৰ পিছৰজনী ভনী শ্ৰীমতী

প্ৰিয়বালাক বিয়া দিলে বৰ্ত্তমান চিলঙৰ অৱসৰপ্ৰাপ্ত চীফ ইঞ্জিনীয়াৰ শ্ৰীহৰিপ্ৰসাদ বৰুৱালৈ। এবছৰৰ পিছত তাইৰ পিচৰ মুমলীয়া ভনী শ্ৰীমতী লাবণ্যবালাক বিয়া দিলে স্বৰ্গীয় ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাদেৱৰ বৰপুত্ৰ শ্ৰীমহেন্দ্ৰনাথ বৰুৱালৈ।

ইমানতে দেউতাৰ সংসাৰৰ কাম এক প্ৰকাৰ শেষ হ'ল যদিও তেওঁ মহাজনসকলক দিবলগা ধাৰ সোপা থাকিল আৰু ভাই দুটাক স্কুল কলেজত পঢ়ুৱাবৰ ভাৰ মোৰ ওপৰত পৰিল। মোৰ বিয়াৰ কিছুদিনৰ পিছতে শিৱসাগৰৰ এজন মাৰোৱাৰী মহাজনৰ পৰা এহেজাৰ টকা ধাৰলৈ আনি মৌজাৰ চৰকাৰী খাজানা শোধাবলৈ দেউতাক দিলো। তদুপৰি জয়সাগৰ পুখুৰীৰ পাৰত ডাঙৰকৈ পতা বিয়াখনত মোৰ বহুত টকা লোকচান হল আৰু ধাৰ লাগিল। মোৰ দৰ্ম্মহাৰ পৰাই মাহে মাহে এশ টকা মহাজনক দি শিৱসাগৰত থকা কালতে গোটেইখিনি ধাৰ মাৰি পেলালো। বিশেষকৈ মন কৰিবলগা কথা এয়ে যে সেই কালত মোৰ দুশ টকা দৰ্ম্মহাৰ মূল্য বৰ্ত্তমান কালত প্ৰায় এহেজাৰ টকাৰ সমান হব। সেই কাৰণে মাহে এশটকা মহাজনক দি বাকী এশ টকাৰ পৰা ঘৰৰ কেৰেয়া দিও ঘৰখন সুকলমে চলাব পাৰিছিলো।

এই সময়ৰ ভিতৰতে Departmental Lower Standard Revenue Law আৰু Civil and Criminal Law পৰীক্ষা দি 'with credit' পাছ কৰি ছব-ডেপুটি কামত confirmed হলো।

# মোৰ চিকাৰৰ কাহিনী

হাইস্কুলৰ তৃতীয় শ্ৰেণীত ( বৰ্ত্তমানৰ ৮ম মান শ্ৰেণীত ) পঢ়া কালতে বন্দুক মাৰিবলৈ অভ্যাস কৰিছিলো। জয়পুৰত থকা কালত ঘোঁৰাৰ পিঠিত বহি চৰাই চিকাৰ কৰা আৰু হাবিত পহু চিকাৰ কৰা কাহিনী ওপৰত উন্মুকিয়াই আহিছো।

পিছত ছব-ডেপুটি কামত সোমাই গোটেই অসমত ঘূৰি ফুৰা কালত শিৱসাগৰ, যোৰহাট, গোলাঘাট, তেজপুৰ, বৰপেটা আৰু সোণাৰী চাৰ্কোলৰ হাবি-বননি, খাল-বিল, নৈ-পুখুৰী আৰু ব্ৰহ্মপুত্ৰৰ বালিত পহু ঘৰিয়াল, উদ, বনৰীয়া হাঁহ, দৰিক চৰাই আৰু স্নাইপ আদি চিকাৰ কৰা কাহিনী বহলাই লিখিবৰ আৱশ্যক নাই, কাৰণ এইবিলাক চিকাৰত পৰিশ্ৰম আৰু আনন্দ আছে কিন্তু বিপদৰ আশঙ্কা নাই।

মই চিকাৰলৈ ওলাই গলে লাটৰ মণ্ডলজনকো তেওঁৰ মেপৰ বহী সহ সততে লগত লৈ গৈছিলো। কাৰণ চাৰ্কোলটোৰ ভিতৰত ছব-ডেপুটি য'লৈকে যায় ত'তে তেওঁৰ কাম থাকে। এনেকৈ হাবিয়ে বননিয়ে চিকাৰ বিচাৰি ফুৰা কালত কেতিয়াবা ডাঙৰ কাঠনি হাবিৰ মাজত নাইবা বিলৰ কাষৰ আওহতীয়া ঠাইত মানুহে লুকাই চুৰকৈ বিনা খাজানাত চৰকাৰী মাটি দখল কৰি খেতি কৰা ( concealed cultivation ) ধৰা পেলাইছিলো। এইবিলাক বে-আইনী দখলকাৰৰ পৰা তিনি বছৰৰ তৌজি বাহিৰ খাজানা আদায় কৰি তেওঁলোকে দখল কৰি থকা মাটি জৰিপ কৰি পাট্টা দিছিলো। আৰু বিজাৰ্ভত দখল কৰি থকা সকলৰ দখল উচ্ছেদ কৰিছিলো। সেইকাৰণে মই হাবিয়ে বননিয়ে ঘূৰি ফুৰা

কথা মোৰ ওপৰৰ অফিচাৰসকলে জানিছিল যদিও তেওঁলোকে মোক একো কোৱা নাছিল ; বৰং তেওঁলোকৰ ভিতৰৰে কোনো কোনো অফিচাৰে চিকাৰ কৰিবলৈ মোৰ লগ লৈছিল।

শিৱসাগৰৰ সোণাৰী চাৰ্কোলৰ চাৰ্জ্জত থকা কালত এদিন বৰুৱাচালী চাহ-বাগিছাৰ পৰা অলপ দূৰত থকা এখন হাবিত পহু চিকাৰ কৰিবলৈ গৈ গধূলি বেলিকা এটা প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘৰ মুখামুখি হলো। বাঘটোৱে আমাৰ চিকাৰী হাতীজনীৰ অকণমান পোৱালিটো ধৰিবলৈ খাপ লৈ অলপো লৰচৰ নকৰাকৈ পোৱালিটোৰ ফালে চাই বহি আছিল। হাতীৰ পিঠিত সি আমাক দেখা নাছিল, তাক দেখি মই সেইটো এটা গছৰ মূঢ়া বুলিহে ভাবিছিলো। মাউতক সোধাত সিও সেইটো গছৰ মূঢ়া বুলি কলে। আমাৰ চিকাৰী হাতীজনীয়ে অলপো ভয় নকৰি থিৰেৰে থিয় হৈ থাকি তাইৰ শুড়ডাল ওপৰলৈ দাঙি দিয়াতহে সেইটো বাঘ বুলি মই চিনিব পাৰিলো।

সেইদিনা বৰুৱাচালী চাহ-বাগিছাৰ মেনেজাৰ শ্ৰীশৈলজানন্দ বৰুৱাও মোৰ লগত চিকাৰলৈ গৈছিল। মই তেওঁৰ ঘৰতে আলহী হৈ আছিলো। তেওঁ হাতীৰ পিঠিত মোৰ পিছতে বহিছিল। তেওঁৰ হাতত বন্দুক নাছিল। চিকাৰ কৰা চাবলৈহে গৈছিল। মোৰে সৈতে একে সময়তে বাঘটো দেখি "নামাৰিব, নামাৰিব" বুলি কৈ থাকোঁতেই মই বাঘটোৰ মূৰলৈ লক্ষ্য কৰি এটা বুলেট এৰি দিলো। সেই মুহূৰ্ত্ততে হাতীজনীয়ে তাইৰ পোৱালিটো ৰক্ষা কৰিবলৈ চেষ্টা কৰি গাটো লৰাই দিয়াত মোৰ গুলীটো লক্ষ্যভ্ৰষ্ট হল। বাঘটোৱে আমাৰ ফালে জাপ নামাৰি পথালিকৈ জাপ মাৰি পলাই হাবিত সোমালগৈ।

সেইদিনা মোৰ গুলীটো বাঘটোৰ গাত লগা হলে সি আমাক অলপ ধেমালি দেখুৱালেহেঁতেন। কিন্তু সেই হাবিত বাঘ আছে বুলি আগতে খবৰ পাই মই প্ৰস্তুত হৈ গৈছিলো। সেইদিনা



সহধৰ্ম্মিণী শ্ৰীমতী গুণকান্তি ৰাজখোবা



তৃতীয়া কন্যা স্বৰ্গীয়া বনমালা হাৰ্জৰিকা

ওচৰৰ গাৱঁৰ অসমীয়া চিকাৰী এজনকো লগত লৈ গৈছিলো। আমাৰ গাৱঁলীয়া চিকাৰীবিলাকৰ লক্ষ্য অব্যৰ্থ বুলি মই জানো। তেওঁলোকে নিজৰ একনলীয়া মুখে খজা বন্দুকটোত এসোপামান বাৰুদ থাহি থাহি ভৰাই তাত এটা মাথোন বুলেট খাজি লৈ বাঘ ভালুক থকা অৰণ্যত অকলে চিকাৰ কৰিবলৈ যায়। তেওঁলোকৰ মুখামুখি হলে গঁড় আৰু বনৰীয়া গুণ্ডা হাতীৰ বাহিৰে আন কোনো জন্তু সাৰিব নোৱাৰে। সেইদিনা বাঘটোলৈ লক্ষ্য কৰি মই গুলী এৰাৰ লগে লগে হাতীৰ পিঠিত বৰুৱাৰ পিছফালে বহি থকা চিকাৰীজনে তেওঁৰ বন্দুকৰ নলটো সমুখৰ ফালে টোঁৱাই প্ৰস্তুত হৈ আছিল। বাঘে গুলী খাই জাপ মৰা হলে তেওঁ তাক আধা-বাটতে বগৰালেহেঁতেন। মোৰ ‘হেমাৰলেচ’ দুইনলীয়া বন্দুকৰ ইটো গুলীও যথাসময়ত এৰি দিবলৈ প্ৰস্তুত হৈ আছিলো।

গোলাঘাটত থকা কালত গোপাল গগৈ নামে গোলাঘাটৰ এজন বিখ্যাত চিকাৰীৰ লগত কাজিৰঙা ৰিজাৰ্ভ ফৰেষ্টৰ ওচৰৰ হাবিত কেইদিনমান ৰাতি হৰিণা চিকাৰ কৰিলো। জাকে জাকে হৰিণা পহু চৰি থকা হাবি সেইখনৰ বাহিৰে অসমৰ আন কোনো ঠাইতে দেখা নাছিলো।

এদিন গোলাঘাটৰ শ্ৰীমহেন্দ্ৰ বৰুৱাৰ ভায়েক স্বৰ্গীয় বীৰেন বৰুৱাৰ লগত সেই হাবিতে চিকাৰ কৰিবলৈ গৈ বোকাখাটৰ মৌজাদাৰৰ ঘৰতে আলহী হৈ থাকি ৰাতি এঘাৰ বজাত হাতীত উঠি হাবিলৈ ওলাই গলো। মাজনিশা এঠাইত এটা প্ৰকাণ্ড জন্তু চৰি থকা দেখি সেইটো শৰ পহু বুলি ভাবি তাক মাৰিবলৈ বন্দুক টোঁৱাই তাৰ চকুত টৰ্চলাইট পেলাই দিবলৈ মাউতক কলো। মাউতে টৰ্চলাইট পেলাই দিয়া মাত্ৰে সেই জন্তুটোৱে ইকবানি হাবি দুফাল কৰি পলাই কোনোবাখিনি পালেগৈ।

মাউতে কলে, “দেউতা, এইটো পহু নহয় গঁড়হে। আপোনাৰ বন্দুকৰ গুলীয়ে তাৰ ছালখনো ফুটাব নোৱাৰে। কিন্তু তাৰ

গাত গুলী লগা হলে আমাৰ হাতীজনী সি একে খুন্দাই বগৰালেহেঁতেন।”

গঁড়ে টৰ্চলাইট দেখিলে ভয় কৰে বুলি সেইদিনাহে জানিলোঁ। সেই কাৰণেই চিকাৰীবিলাকে ৰাতি সেইখন হাবিত সোমালেই হাবিখনৰ চাৰিওফালে টৰ্চলাইট মাৰে।

এঘণ্টামানৰ পিছত অকলশৰে ঘূৰিফুৰা এটা প্ৰকাণ্ড গুণ্ডা হাতী লগ পালো। সি আমাৰ মাইকী হাতীজনী দেখা পাই তাইৰ লগ নেৰা হ'ল। তাই যেনিয়ে যায় সিওঁ আঁতৰে আঁতৰে তাইৰ লগে লগে যায়। হাতীৰ পিঠিত মানুহ আছে বুলি গম পাই ওচৰ চাপি আহিবলৈ সাহ কৰা নাছিল। আমি তাৰ চকুত টৰ্চ দি চিঞৰ বাখৰ কৰিও তাক খেদিব নোৱাৰি শেহত এটা চাৰি নম্বৰৰ চাৰা গুলীৰ কাৰ্ট্ৰিজ বন্দুকৰ লগত খাজি লৈ তাৰ মূৰলৈ টোঁৱাই কাৰ্ট্ৰিজটো ফুটাই দিলো। চাৰি নম্বৰৰ চাৰা গুলীয়ে হাতীৰ ছাল ফুটাব নোৱাৰে। সেইদিনা কিছুমান চাৰা গুলী হাতীটোৰ চকুত লাগিল হবলা। সি ভয়ঙ্কৰ চিঞৰ এটা মাৰি ৰিজাৰ্ভৰ ফালে লৰ মাৰিলে।

ৰাতি তিনিমান বজাত এঠাইত কেইটামান হৰিণাপহু চৰি থকা দেখা পাই তাৰে এটা গুলীয়াই মাৰি তাকে লৈ কেম্পলৈ উলটি আহিলো।

হাতত বন্দুক লৈ মাউতৰ ওচৰতে দুফালে দুটা ভৰি মেলি হাতীৰ ডিঙিত বহি গোটেই নিশা হাবিখনত ঘূৰিফুৰি পুৱা কেম্পলৈ উলটি আহিহে গম পালো যে মোৰ ভৰি দুটা একেবাৰে ঠেৰেঙা হ'ল। হাতীৰ পিঠিৰ পৰা সহজে নামিবই পৰা নাছিলো।

তেতিয়া মোৰ বয়স প্ৰায় পঞ্চাছ বছৰ আছিল যদিও মোৰ শৰীৰ অসুস্থ বা দুৰ্ব্বল হোৱা নাছিল। মৌজাদাৰৰ ঘৰত দুবাটিমান গৰম চাহ খাই দুঘণ্টামান শুই উঠাৰ পিছতে শৰীৰ সম্পূৰ্ণ সুস্থ হ'ল। মোতকৈ বেছি কষ্ট অনুভৱ কৰিলে মোৰ লগত যোৱা

দুজনেহে। তেওঁলোক দুয়োজন অবিবাহিত ডেকাল'ৰা যদিও ইমান পৰিশ্ৰম কৰা তেওঁলোকৰ অভ্যাস নাছিল।

জয়পুৰৰ হাবি-বিলাকতো ৰাতি চিকাৰ বিচাৰি ঘূৰিফুৰা কালত কেতিয়াবা এনেকুৱা সকস্বৰা বিপদৰ সম্মুখীন হব লগাত পৰিছিলো যদিও মই ভয় খোৱা নাছিলো। মই ভয় খালো জয়পুৰৰপৰা পূবফালে বাৰ মাইলমান আতৰত থকা এখন হাবিত চিকাৰ কৰিবলৈ গৈ। মৃত্যুভয় কাক বোলে সেইদিনাহে ভালকৈ গম পালো। সেইকাৰণে আনবিলাক চিকাৰৰ কাহিনী বাদ দি এই চিকাৰৰ কাহিনীকে তলত অলপ বহলাই লিখিলোঁ।

# দৰক আৰু দিহিং নৈৰ সংযোগ স্থলৰ ওচৰৰ হাবিত মোৰ চিকাৰৰ কাহিনী

ইংৰাজী ১৯২৪ চনৰ ঘটনা। শিৱসাগৰত ৰিচেটেলমেণ্টৰ কাম আৰম্ভ কৰাৰ পূৰ্ব্বে পূজাৰ বন্ধত মই সপৰিয়ালে জয়পুৰৰ নিজ ঘৰলৈ গলো। তেতিয়া মোৰ বৰপুত্ৰ অনুপোনা (শ্ৰীশশীধৰ ৰাজখোৱা) আছিল চাৰিমহীয়া কেঁচুৱা। এদিন আমাৰ ঘৰৰ ওচৰতে থকা, ঘাই পাতি দৰিক চৰাই চিকাৰ কৰা চিকাৰী এজনক লগত লৈ দিহিং নৈৰ সিপাৰৰ হাবিত চিকাৰ কৰিবলৈ গলো।

দৰিক চৰাই চিকাৰ কৰাৰ সময়তো বিপদৰ আশঙ্কা আছে কাৰণে চিকাৰিৰ তেজ গৰম হৈ থাকে। এডোখৰ গেজেপনি হাবিৰ চাৰিওফালে বৃত্তাকাৰে ঘূৰাই দৰিক চৰাই সোমাব পৰা বাটবিলাকত ফান্দ পাতে আৰু সেই বৃত্তৰ মাজভাগত ঘৰচীয়া ঘাই দৰিকটো বান্ধি থয়। চিকাৰী আৰু তেওঁৰ লগৰ মানুহ একাষত গছপাতৰ বেৰাৰ আঁৰত লুকাই থাকে। অলপ পৰৰ পিছত চিকাৰীটোৱে মুখেৰে একৰকম এটা সুহুৰি বজাই দিলেই ঘাই দৰিকটোৱে ধপ্ ধপ্ ধপ্‌কৈ পাখি মাৰি বনৰীয়া দৰিকবিলাকক দ্বন্দ্ব-যুদ্ধলৈ আহ্বান কৰে। দৰিক চৰায়ে পাখি মৰা শব্দ হাবিখনৰ বহুত দূৰলৈকে যায়। সেই শব্দ শুনিলে সেই অঞ্চলত বনৰীয়া দৰিক যিমান থাকে সেই আটাইবিলাক ওচৰ চাপি আহে। মতাবিলাক আহে দ্বন্দ্ব-যুদ্ধলৈ আহ্বান কৰা এই বীৰটোৰ লগত যুদ্ধ কৰিবলৈ আৰু মাইকীবিলাক আহে তাৰ লগত প্ৰেম কৰিবলৈ। আহিবৰ সময়ত সিইত বৰ সাৱধানে আহে কাৰণে পাতি থোৱা ফান্দবিলাকত

লাগি নধৰে। বৃত্তটোৰ ভিতৰ সোমাই বনৰীয়া মতা দৰিক এটাই যেতিয়া ঘৰচীয়া ঘাই দৰিকটোৰ লগত যুদ্ধ কৰিবলৈ আৰম্ভ কৰি দিয়ে তেতিয়া ওচৰতে গছ-পাতৰ বেৰাৰ আঁৰত লুকাই থকা চিকাৰীটোৱে এমুঠি ধূলি লৈ বনৰীয়া দৰিক জাকৰ ফালে মাৰি পঠায়। ধূলি মৰা শব্দ শুনিলেই বৃত্তৰ ভিতৰত সোমোৱা বনৰীয়া দৰিককেইটা ভয়ত অস্থিৰ হৈ যেনিয়ে তেনিয়ে পলাবলৈ ধৰোতে পাতি থোৱা ফান্দবিলাকত মূৰ সুমুৱাই লাগি ধৰে। মুঠতে কবলৈ গলে, মাইকীৰ নিমিত্তেই জ্ঞাতিয়ে জ্ঞাতিক হিংসা কৰি মানুহৰ ছলনা বুজিব নোৱাৰি মৃত্যুৰ মুখত পৰে।

দৰিক চৰাইৰ পাখি মৰা শব্দ শুনিলে কেতিয়াবা বাঘ, সাপ, পহু আদি বনৰীয়া জন্তুও ওচৰ চাপি আহে। সেইকাৰণে লুকাই থকা চিকাৰী আৰু তেওঁৰ লগৰ মানুহে বেৰাৰ মাজেদি চাৰিওফালে জুমি জুমি চাই বৰ সাৱধানে থাকিব লাগে।

সেইদিনা দিহিং নৈৰ সিপাৰৰ হাবিত ঘাই পাতি আমি দৰিক ধৰিব নোৱাৰিলো। ঘাইটোৱে ভালেমান পৰ পাখি মাৰি আছিল, কিন্তু দৰিক চৰাই এটাও নাহিল। শেহত এটা সুগৰি পহু আহি অলপ নিলগতে বৈ থকা দেখি বেৰাৰ আঁৰৰপৰা তাকে গুলিয়াই মাৰি লৈ গধূলি বেলিকা ঘৰলৈ উভতিলো। সেইদিনা মোৰ মাজু ভাই শ্ৰীধৈৰ্য্যধৰ ৰাজখোৱা আৰু কেশৱ ৰাজখোৱা নামে এজন আমাৰ ওচৰ-সম্বন্ধীয়া ডেকা লৰাও আমাৰ লগত চিকাৰলৈ গৈছিল।

পিছদিনা পুৱা আমি বাহিৰত বহি দৰিক চিকাৰীটোৰ লগত চিকাৰৰ বিষয়েই কথা পাতি আছিলো। এনেতে দেউতা ওলাই আহি আমাক কলে,—"কালি তহঁত চাৰিটা বৰ চিকাৰীয়ে দুটা বন্দুক লৈ গোটেই দিনটো হাবিত ফুৰি সেই অকণমান পহুটো মাৰি আনিলি। শৰ পহু এটা মাৰিব পৰা হলে ডিব্ৰুগড়লৈকো পঠাব পাৰিলোহেঁতেন।"

মই কলো,—"দেউতা, আমি পছু বিচাৰি যোৱা নাছিলো। খাই পাতি দৰিক চৰাই ধৰিবলৈহে গৈছিলো। দৰিক নাছিল। এই পছুটো আহি ওচৰতে বৈ থকা দেখি ইয়াকে মাৰি আনিলো।"

দেউতাই মোৰ কথা শুনি ঠাট্টা কৰি কলে,—"বেৰাৰ আঁৰত নিৰাপদে বহি এজনী মাইকী ছোৱালীয়েও গুলীয়াই পছু মাৰিব পাৰে। এনেকৈ লুকাই চুৰকৈ জীৱ হত্যা কৰাক চিকাৰ কৰা নোবোলে। চিকাৰ কৰিবৰ মন আছে যদি মোৰ লগত ওলা। মই তহঁতক পালে পালে শৰ পছু চৰি থকা হাবি দেখুৱাই দিম।"

মই সুধিলো,—"দেউতা, সেই হাবিখননো ক'ত? কিমান ডাঙৰ হাবি?"

দেউতাই কলে,—"সীতাকুণ্ড তহঁতে দেখিছ নহয়? সীতাকুণ্ডৰ ওচৰৰপৰা দিহিং নৈৰ দুই পাৰে থকা কাঠনি হাবিখন দেখা নাই জানো? দিহিং নৈৰ উত্তৰ-পূব আৰু দক্ষিণ ফালে লাট লাগি থকা এই হাবিখনে কিমান বৰ্গমাইল ঠাই জুৰি আছে মই কব নোৱাৰো। সেই হাবিখনৰ মাজভাগত সাহ কৰি সোমাই চিকাৰ কৰিব পাৰ যদি সকলো মানুহে তহঁতক নিপুণ চিকাৰী বুলিব।"

মই কলো,—"দেউতা, আপুনি আমাক এইবোৰ সাধুকথা শুনাইছে যেনহে লাগিছে। পূবৰপৰা বৈ অহা দিহিং নৈখনৰ উত্তৰে দক্ষিণে হাবি থাকিব পাৰে, কিন্তু আপোনাৰ জয়পুৰ মৌজাৰ এলেকাৰ ভিতৰতে নৈখনৰ পূবফালে হাবি থাকিব পাৰে কেনেকৈ? দিহিং নৈখন তেনেহলে ক'ৰপৰা ওলাই আহিল? আৰু এই বহুত বৰ্গমাইল ঠাই জুৰি থকা হাবিখনৰ মাজভাগত চিকাৰ কৰিবলৈ যোৱা সহজ হব জানো? আপুনি আমাক এইবোৰ কি কথা কৈছে?"

দেউতাই কলে,—"আমি ইয়াৰপৰা দিহিং নৈয়েদি নাৱেৰে ন্নাৰমাইল উজাই গৈ তাতে ছাউনী কৰি থাকিব লাগিব। তালৈ গলেই নিজ চকুৰে চাই সকলো কথা বুজিব পাৰিবি। যাবৰ মন

আছে যদি ক, মই তালৈ গৈ চিকাৰ কৰিবলৈ আহিলাপাতি যি লাগে সংগ্ৰহ কৰোঁ।"

দেউতাই আমাক কথাবোৰ ভাঙি-পাতি নোকোৱাৰ কাৰণটো মই তেতিয়াই বুজিলো। দেউতা আছিল এজন নিপুণ চিকাৰী। তেওঁৰ নিজৰে তাত চিকাৰ কৰিবলৈ নাইবা চিকাৰ কৰা চাবলৈ মন। সেইকাৰণে তাত চিকাৰ কৰিবলৈ যাবলৈ আমাৰ মনো আকৰ্ষণ কৰাৰ উদ্দেশ্যেৰে কথাবোৰ ভাঙি-পাতি নকৈ ৰহস্যজনক কৰি থলে।

মই কলো,—"দেউতা, এই প্ৰকাণ্ড হাবিখনৰ মাজভাগত সোমাই চিকাৰ কৰিব পাৰো বা নোৱাৰো, হাবিখনকে চাবৰ মোৰ বৰ মন গৈছে। আপুনি যোৱাৰ আয়োজন কৰক, মই যাম।"

এনেতে কেশৱে মাত লগালে,—"আমিও ককাইদেৱে চিকাৰ কৰা চাবলৈ যাম।"

দেউতাই সিহঁত দুটাক কলে,—"তহঁত দুটা চিকাৰী নহৱ। চিকাৰীৰ লগত হাবিলৈ গৈ বাঘ দেখিলে ভয়ত পলাবলৈ চেষ্টা কৰি বাঘৰ ফালে পিঠি দিয় যদি, বাঘে একেজাপে পিঠিত পৰি তহঁত এটাই কেউটাৰে নেলু ছিঙিব। তহঁত দুটাই যদি হাবিলৈ নগৈ মোৰ লগতে কেম্পত বহি থাকিবলৈ ওলাইছ, তেন্তে যাব পাৰ।"

ধৈৰ্য্যই কলে,—"আমি কেম্পত বহি নাথাকো। দাদাৰ লগত হাবিলৈ যাম। দাদা নপলালে আমি নপলাওঁ।"

দেউতাই কলে,—"তেন্তে বাঘ দেখিলে সাহ কৰি তাৰ চকুৱে চকুৱে চাই থাকিব লাগিব, পাৰিবি জানো?"

সিহঁত দুটাই পাৰিম বুলি কোৱাত দেউতাই সিহঁতকো যাবলৈ অনুমতি দিলে। মই লগ ধৰিলো দৰিক চিকাৰীটোক। তাৰো এটা দুনলীয়া বন্দুক আছিল। মনতে ভাবিলো, আন চিকাৰ নাপাওঁ যদি হাবিত দৰিকৰ ঘাই পাতি দৰিক চৰাই কেইটামানকে ধৰি আনিম।

সেইদিনা আবেলি দেউতাই ওচৰৰ গাঁৱৰ পাঁচজন চিকাৰীক মাতি আনি চিকাৰলৈ যাবলৈ তেওঁলোকক লগ ধৰিলে। তেওঁলোক আছিল আসাম ৰাইফলচৰ অৱসৰপ্ৰাপ্ত জাৰুৱা কছাৰী চিপাহী। তেওঁলোকৰ প্ৰত্যেকৰে একোটা ডি, বি, বি, এল, বন্দুক আছিল। মোৰ বন্দুকটোও হেমাৰলেচ ডি, বি, বি, এল, বন্দুক।

এদিন পুৱা ৭ মান বজাত ৭টা বন্দুকেৰে সৈতে আমি ৭ জন চিকাৰী, লগত ৫ দিনমানৰ জোখাৰে ৰচদ-পাতি, আমাৰ বিছনা-পত্ৰ, ত্ৰিপাল, দা, কুঠাৰ আদি আহিলা-পাতি লৈ, দেউতা, ভাই দুটা, ঘৰত বন কৰা বমুৱা এটা আৰু চাৰিজন নাৱৰীয়াৰে সৈতে মুঠতে পোন্ধৰজন মানুহ দুখন নাৱেৰে আমাৰ ঘৰৰ ওচৰৰ পৰাই দিহিং নৈয়েদি উজাই যাবলৈ আৰম্ভ কৰিলো। সেইদিনা বাটত খাবলৈ খোৱা বস্তুও লগত লৈ গৈছিলো। দুমাইলমান উজাই গৈ দিহিং নৈৰ দুইফালে দুখন চাহ বাগিছা দেখিলো। তাৰপৰা আৰু এমাইলমান উজাই গৈ সীতাকুণ্ড পালোগৈ। সীতাকুণ্ড দিহিং নৈৰ মাজত থকা উমানন্দৰ নিচিনা এটি সৰু পাহাৰ। তাত এটি মন্দিৰ আছে। সেইকালত সীতাকুণ্ড মন্দিৰৰ পূজাৰী আছিল গোপালদাস নামৰ এজন বাবাজী। কিন্তু তেওঁৰ ঘৰ আছিল জয়পুৰত। সীতাকুণ্ড দৰ্শন কৰিবলৈ যাব খোজা যাত্ৰীক তেওঁ নিজৰ নাৱত লগত লৈ গৈ মন্দিৰত সেৱা কৰাই পুনৰ জয়পুৰলৈ উলটি যোৱাত সহায় কৰিছিল। স্বৰ্গীয় ৰজনীকান্ত বৰদলৈদেৱে এই বাবাজীজনক এজন ভগবানৰ অংশত অৱতাৰ পুৰুষ বুলি মানিছিল।

সীতাকুণ্ড পাৰ হৈ পূবফালে উজাই যাওঁতে দিহিং নৈৰ দুইফালে সৰু সৰু পাহাৰবিলাকৰ ওপৰত গহীন গম্ভীৰ কাঠনি হাবিৰ বাহিৰে আন একো নেদেখিলো। ৯ মাইলমান উজাই গৈ নাও দুখন অচল হল। তাত দিহিং নৈখন একেবাৰে বাম। নাও

নচলে। নৈৰ দক্ষিণফালে বালি-চাপৰিৰ নিচিনা এডোখৰ মুকলি ঠাই দেখিলো।

দেউতাই কলে,—"এই বালি-চাপৰিতে আমি কেম্প কৰি থাকিব লাগিব। তইঁতে পানীত নামি নাও দুখন হাতেৰে টানি নি বামত লগাই দে।"

নাৱৰীয়া কেইজনে নাও দুখন বালি-চাপৰিটোত লগাই দিয়াত আমি আটাইমখা নাৱৰপৰা নামি গলো।

দেউতাই কলে,—"ইয়াতে এঠাইত আমি থাকিবলৈ কাঠেৰে গড় মাৰিব লাগিব। মালবস্তুবোৰ নাৱতে থক। তইঁত আটাইমখা হাবিলৈ গৈ শুকান কাঠ আৰু গড় মাৰিবলৈ ডাল-পাতেৰে সৈতে কেচা কাঠ যিমান পাৰ কঢ়িয়াই আনগৈ।"

দেউতাৰ আদেশমতে ছজন চিকাৰী, চাৰিজন নাৱৰীয়া, ধৈৰ্য্য আৰু কেশৱে হাতত দা-কুঠাৰ লৈ দিহিং নৈৰ ওপৰেদি খোজকাঢ়ি পাৰ হৈ গৈ উত্তৰ ফালৰ হাবিখনত সোমালগৈ।

দেউতাই মোক লগত লৈ নৈৰ দাঁতিয়েদি খোজকাঢ়ি উজাই গৈ চাৰিওফালৰ হাবিবিলাকৰপৰা প্ৰায় সমান আঁতৰত এডোখৰ ঠাইত থিয় হৈ কলে,—"এইখিনিতে আমি গড় মাৰি থাকিব লাগিব। দিহিং নৈৰ পূবফালে সৌখন হাবি দেখিছ নহয়? সেই হাবিৰ ওচৰলৈ গলেই দেখিবি, দৰক নামে এখন সৰু নৈৰ পানী সেইখিনিতে দিহিং নৈত পৰি সমকোণীয়া হৈ পশ্চিমলৈ বৈ গৈছে। সেইকাৰণেই দিহিং নৈৰ তিনিওফালে হাবি থকা সম্ভৱ হল।"

মই কলো,—"তাৰ মানে দিহিং নৈৰ ওপৰছোৱাকে বোলে দৰক নৈ। উত্তৰ ফালৰপৰা বৈ অহা এই দৰক নৈখন ক'ৰপৰা বৈ আহিছে?"

দেউতাই দৰক নৈৰ পুং কত আছে কব নোৱাৰো বুলি কোৱাত মই পুনৰ সুধিলো,—"দেউতা, এই বালি-চাপৰিটোৱেই চাৰিওফালৰ হাবিখনৰ মাজভাগনেকি?"

দেউতাই কলে,—“এৰা, এয়ে হাবিখনৰ মাজভাগ বুলি অনুমান কৰিছো। ইয়াৰ চাৰিওফালৰ হাবিবোৰত সোমাই চিকাৰ কৰিলেই হাবিখনৰ মাজভাগত চিকাৰ কৰা হব। এই হাবিখন পশ্চিমফালে সীতাকুণ্ডলৈকে ন মাইল দীঘল বুলি জানো। কিন্তু উত্তৰ-পূব আৰু দক্ষিণফালে হাবিখন কিমান মাইল দূৰলৈকে বিস্তৃত হৈ আছে মই কব নোৱাৰো।”

দেউতাৰ কথা শুনি আমি কি ভয়ঙ্কৰ হাবিখনৰ মাজভাগত সোমাই চিকাৰ কৰিবলৈ গৈছিলো তেতিয়াহে বুজিলো। এনেকুৱা হাবিত ৰজা-মহাৰজাসকলেহে সৈন্য-সামন্ত লগত লৈ চিকাৰ কৰিব পাৰে। মনটো কোচ খাই গল।

মই কলো,—“দেউতা, মই সৌ পূবফালৰ হাবিখনৰ ওচৰলৈ গৈ দৰক নৈখন চাই আহোঁ।”

দেউতাই কলে,—“হাতত গুলিভৰা বন্দুক লৈ যা। এইখন হাবিক বিশ্বাস নকৰিবি।”

মই হাতত বন্দুক লৈ পূবফালৰ হাবিখনৰ ওচৰলৈ গৈ দেখিলো, সৰু দৰক নৈখন উত্তৰ ফালৰপৰা দুইফালৰ হাবিৰ মাজেদি নাচি-বাগি বৈ আহি সেইখিনিতে দিহিং নৈত পৰি সৰু সৰু শিলবোৰৰ ওপৰেদি কুল-কুল শব্দ কৰি পশ্চিমলৈ বৈ গৈছে। সেই ঠাইৰপৰা বালি-চাপৰিটোৰ ফালে চাই তাত ঠায়ে ঠায়ে সৰু সৰু জোপোহা ঝাউগছবিলাকৰ বাহিৰে আন গছ-গছনি একো নেদেখিলো। ঠাইখন ইমান সুন্দৰ। চাৰিওফালে শ্যামল বননি, ওপৰত নীলাকাশ, তাৰ মাজত প্ৰকৃতিয়ে নিজহাতে পতা এইখন উপবন! এই অৰণ্যৰ মাজত কাৰ নিমিত্তে প্ৰকৃতিয়ে এই উপবনখন পাতিলে? জোনাক নিশা বনদেৱীসকল ওলাই আহি ইয়াত নাচ-গান কৰেহি নেকি? আগৰ দিনৰ কোনোবা ঋষি-মুনিয়ে এই উপবন দেখা হলে ইয়াতে আশ্ৰম পাতিলেহেঁতেন।

এইবোৰ কথাকে ভাবি ভাবি তাৰপৰা গৈ বালি-চাপৰিটোৰ

চাৰিওফালে আৰু মাজে মাজে ঘূৰি ঘূৰি চাই তাত বনদেৱী নাইবা মানুহৰ খোজ এটাও নেদেখিলো। তাত দেখিলো বাঘ, ভালুক, বনৰীয়া হাতী, শৰপহু, মৃগবিপহু আদি বনৰীয়া জন্তুবোৰৰ অসংখ্য খোজ। তাৰ মানে শৰপহুৱে জাপ মাৰে ভেৰ হাত, কিন্তু বনৰজাই জাপ মাৰে বাৰ হাত। সেইকাৰণে বনৰজাই সহজে শৰপহু লগ ধৰিব নোৱাৰে। এইবোৰ দেখি বুজিলো, সেইখন বনদেৱীসকলে নাচ-গান কৰা ঠাই নহয়; সেইখন বনৰজাসকলে চিকাৰ কৰা ঠাইহে। মনতে ভাবিলো—আজি নিশা তেওঁলোকে ইয়াত চিকাৰ কৰিবলৈ আহে যদি আমিয়ে তেওঁলোকৰ অভ্যৰ্থনা কৰিব লাগিব। আমি তাৰ নিমিত্তে প্ৰস্তুত হৈ আহিছো।

দেউতাৰ ওচৰলৈ উলটি গৈ দেখিলো আমাৰ মানুহবোৰে ইতিমধ্যে সিপাৰৰ হাবিখনৰপৰা বহুত কাঠ আনি তাত জমা কৰিলে। দেউতাই এডোখৰ আহলবহল ঠাই আগুৰি কাঠবোৰ, পথালিকৈ পেলাই দুহাতমান ওখকৈ এটা কাঠৰ গড় মৰালে। তাত সোমোৱা বাটটো থলে নৈৰ ফাললৈ। গড়টোৰ বাহিৰে অলপ নিলগত তিনি-চাৰিহাতমান নিলগে নিলগে চাৰিওফালে জুই ধৰিবলৈ কাঠ জমা কৰি থলে। নাৱৰপৰা ত্ৰিপালকেইখন আনি সেই কাঠগড়ৰ ভিতৰত মাটিতে পাৰি আমাৰ বিছনা-পত্ৰবোৰ আনি ত্ৰিপালৰ ওপৰতে থলে।

মই কলো,—"দেউতা, আমাৰ ৰচদ-পাতিবোৰ নানিলে দেখোন।"

দেউতাই কলে,—"সেইবোৰ নাৱতে থাওক। কোনে চুৰ কৰিব? বনৰজাই চুৰ নকৰে। হাতী বা পহুৱে চুৰ কৰিবলৈ আহিলে আমি সিহঁতক বলে পাৰিম।"

এনেতে পশ্চিম ফালৰ হাবিখনে বেলিটো ঢাকি পেলোৱাত অকস্মাৎ আন্ধাৰে আমাক আৱৰি ধৰিলে। চাৰিওফালৰ হাবিবোৰে আমি পোন্ধৰটা প্ৰাণীক গিলি পেলালে যেন লাগিল। মানুহবোৰে লেমকেইটা জ্বলাই লৈ গড়ৰ চাৰিওফালে জুই জ্বলাই দিয়াত

গড়ৰ ভিতৰখন পোহৰ হল। আমি দুৰ্ভেদ্য গড়ৰ ভিতৰত আশ্ৰয় ললো যেন অনুভৱ কৰি বিছনা পাৰি আবামেৰে বহি থাকিলো। নাৱৰীয়াকেজনে আৰু চিকাৰীজনে অগ্নিগড়ৰ বাহিৰত খুটি পুতি ভাত বান্ধিবলৈ কাৰবাৰ কৰিলে। আমাৰ ভাত ৰান্ধিলে দেউতাই। কেশৱে আৰু লগত যোৱা বনুৱাটোৱে সকলো যোগাৰ কৰি দিলে।

ৰাতি ৮ মান বজাত ভাত খাই উঠাৰ পিছত চিকাৰীকেজনে আমাক কলে,—“আপোনাসকল নিশ্চিন্ত মনেৰে শুই থাওক। আমি ছজন চিকাৰীয়ে পালপাতি প্ৰত্যেকেই এঘণ্টাকৈ পহৰা দিম। নাৱৰীয়াকেজনৰ নাও চলাই ভাগৰ লাগি আহিছে। তেওঁলোকেও এতিয়া শুই থাওক। ৰাতি তিনিমান বজাত পহৰা দিবলৈ আমি তেওঁলোকক জগাই দিম।”

টোপনিয়ে মোৰ চকু টানি আনিছিল। তেওঁলোকে শুবলৈ কোৱাত মোৰ গুলী খজা বন্দুকটো কাঠগড়ত আওজাই থিয়কৈ থৈ মুকলি আকাশৰ তলতে আঠুৱা তৰি শুই থাকিলো। ভাই দুটায়ো মোৰ ওচৰতে শুলে।

মাজনিশা একমান বজাত বনৰজাসকল চাৰিওফালৰ হাবিৰপৰা মুকলিলৈ ওলাই আহি আমি তেওঁলোকৰ ৰাজ্যত অনধিকাৰ প্ৰবেশ কৰিলো বুলিয়েই হবলা গুজৰি গুমৰি ডাবি ধমকি দি আমাক জগাই দিলে। আমি ৭ জন চিকাৰীয়ে হাতে হাতে গুলীভৰা বন্দুক লৈ তেওঁলোকক অভ্যৰ্থনা কৰিবলৈ কাঠগড় আৰু অগ্নিগড়ত আশ্ৰয় লৈ গড়ৰ কাষে কাষে বহি ললো আৰু তেওঁলোক ওচৰ চাপি আহিবলৈ বাট চাই থাকিলো। আমি এঘণ্টামান অপেক্ষা কৰিলো, কিন্তু তেওঁলোক বন্দুকৰ ৰেঞ্জৰ ভিতৰলৈ ওচৰ চাপি নাহিল। আমিও তেওঁলোকক আদৰ সম্ভাষণ জনাবলৈ অগ্নিগড় পাৰ হৈ আগবাঢ়ি যাবলৈ সাহ নকৰিলো।

দেউতাই কলে—“তহঁতে মিছাতে টোপনি খতি কৰি বহি

আছ। জুই দেখিলে কোনো বনৰীয়া জন্তু ওচৰ চাপি আহিবলৈ সাহ নকৰে। তহঁতৰ এজনে পহৰা দে, বাকীবোৰ শুই থাক।"

দেউতাৰ কথা শুনি এজন জাকৰা কছাৰী চিকাৰীয়ে হাতত বন্দুক লৈ পহৰা দিবলৈ গড়ৰ ওচৰত থিয় হল। আমি শুবলৈ কাৰবাৰ কৰিলো। এনেতে শিয়ালনে বনবোন্দা কব নোৱাৰো, কিবা এটা প্ৰাণীয়ে নিলগত পেলাই থোৱা ভাতবোৰ খাবলৈ ওচৰ চাপি অহা দেখা পাই পহৰা দিবলৈ অহাজনে Halt, who comes. there বুলি কোৱাত ভয়াতুৰ প্ৰাণীটো উলটি লৰ মাৰিলে। আমি আটাইবোৰে গিৰ্জ্জনি মাৰি হাঁহিবলৈ ধৰিলো। বনৰজন্তুসকলে তেতিয়াও মাজে মাজে গুজৰি গুমৰি আমাক ডাবি ধমকি দি আছিল যদিও তেওঁলোকলৈ আৰু ভয় নলগা হল। আমি শুই থাকিলো।

পিছদিনা পুৱা ছয়মান বজাত আমাৰ মানুহবোৰ উঠি নৈত মুখ ধুই চাহ খোৱা, গা ধোৱা, ভাত ৰন্ধা আদি কামত ব্যস্ত হৈ পৰিল। আমিও চাহ খাই উঠি দৰক নৈৰ ফাললৈ গৈ তাতে গা ধুই আহিলো। দিনৰ দহমান বজাত ভাত খাই উঠি আমি চিকাৰলৈ যাবলৈ প্ৰস্তুত হলো।

দেউতাই কলে,—"তহঁত আটাইমখা একেফালে নাযাবি। দুদল দুফালে যা।"

পাঁচজন কছাৰী চিকাৰীৰ ভিতৰত এজনক তেওঁৰ বন্দুকে সৈতে দেউতাই নিজৰ লগত কেম্পত ৰাখি বাকী চাৰিজনক দক্ষিণ ফালৰ হাবিলৈ যাবলৈ কলে। মোৰ লগত দৰিক চিকাৰীটো আৰু ভাই দুটাক দি কলে,—"উত্তৰ ফালৰ হাবিখন সৰু হাবি। তহঁতে দুটা বন্দুক লৈ তালৈকে যা। কিন্তু দৰক নৈ পাৰ হৈ পুবফালৰ হাবিত নোসোমাবি। মানুহে কোৱা শুনিছো এইখন হাবি পুবে পাটকাই পৰ্ব্বতৰ ওচৰ পাইছেগৈ আৰু এই হাবিত সোমালে হেনো মানুহক পকৰাই পাই হাবিতে ঘূৰাই

লৈ ফুৰাই, ওলাই আহিব নোৱাৰা কৰে। সঁচানে মিছা কব নোৱাৰো, কিন্তু সাৱধান হোৱা ভাল।"

মই কলো,—"দেউতা, উত্তৰ ফালৰ হাবিৰ পূব সীমাত দৰক নৈ আৰু দক্ষিণ সীমাত দিহিং নৈ দেখিছো, হাবিখনৰ পশ্চিম আৰু উত্তৰ সীমা কিমান দূৰত?"

দেউতাই কলে—"উত্তৰ ফালৰ হাবিৰ পশ্চিম সীমা ইয়াৰপৰা দহ মাইলমান দূৰত থকা তৰাজান চাহ বাগিছা। তাৰপৰা আমাৰ ঘৰলৈ দুমাইলমানহে থাকেগৈ। কিন্তু এই হাবিৰ উত্তৰ ফালৰ সীমা কিমান মাইল নিলগত আছে মই কব নোৱাৰো। অন্ততঃ ১০।১২ মাইলৰ কম নহব।"

মই কলো—"তেনেহলে এইখন হাবিয়েই দেখোন অন্ততঃ এশ বৰ্গমাইল ঠাই জুৰি আছে। আপুনি এইখনক সৰু হাবি বুলিলে কিয়?"

দেউতাই কলে—"পূবফালৰ আৰু দক্ষিণ ফালৰ হাবিৰ তুলনাত এইখন সৰু হাবি। সেই দুখন হাবি এইখন হাবিতকৈ কিমান গুণ ডাঙৰ মই কব নোৱাৰো।"

(পাঠক-পাঠিকাসকলে মনত ৰাখিব যে এইবোৰ হাবি মই এতিয়াৰপৰা দুকুৰি বছৰৰ পূৰ্ব্বে সেই এবাৰহে দেখিছিলো। তাৰ পিছত মই আৰু তালৈ যোৱা নাছিলো। এতিয়া সেইবোৰ হাবি তেনেদৰেই আছেনে মানুহৰ হাত লাগি মুকলি হল, মই কব নোৱাৰো।)

আমি দিহিং নৈ খোজকাঢ়ি পাৰ হৈ গৈ উত্তৰ ফালৰ হাবিৰ কাষত থিয় হলো। বন্দুকৰ দুইটা নলত দুটা গোটা গুলিৰ কাৰ্ট্ৰিজ খাজি লৈ মই লগৰীয়া কেটাক কলো,—"মই আগে আগে যাম, তহঁতে মোৰ পাছে পাছে আহি থাকিবি। পহু দেখিলে মই মাৰিবলৈ জোপ লম, তহঁতে ঠাইতে বহি থাকিবি। মোৰ বন্দুকৰ শব্দ শুনিলে মোৰ ফাললৈ আগবাঢ়ি যাবি।"

সিহঁতক এনেকৈ শিকাই বুজাই লৈ আগবাঢ়িলো। চাৰিওকালৰ গছ-গছনিবোৰ চাই চাই গৈ থাকোতে মোৰ মনটো বৰ ফৰকাল লাগিল। ডাঙৰ হাবিৰ ভিতৰত সোমাই গৈছিলো যদিও অলপো ভয় লগা নাছিল, কাৰণ সেইখন হাবি কোনোবা ঋষি মুনিৰ তপোবন যেনহে লাগিল। ভগবানৰ সৃষ্টিৰ আটাইবোৰ বস্তুৱেই সুন্দৰ! সেই হাবিখনো সুন্দৰ! ডাঙৰ দীঘল গছবিলাকে আকাশলৈ শিৰ তুলি থিয় হৈ ডালপাতবোৰেৰে আকাশখন ছাটি পেলাইছে। কিন্তু তলখন মুকলি, তলত চাৰি-পাঁচ ফুটমানলৈকে ওখ পহু চৰি থাকিব পৰা সৰু সৰু বনৰীয়া গছ, তাৰ চাৰিওফালে ঠায়ে ঠায়ে লতাবোৰে আগুৰি ধৰা আহল-বহল একোখন গেজেপনি হাবি। এই গেজেপনি হাবিবোৰ নথকা হলে এডোখৰ ওখ ঠাইত থিয় হৈ হাবিখনৰ বহুত দূৰত চৰি থকা পহুও দেখিলোহেঁতেন। বনৰীয়া গছবোৰ তাতে গজিছে, তাতে ডাঙৰ দীঘল হৈছে, শেহত বুঢ়া হৈ তাতে জহি জহি বাগৰি মাটিত পৰি আছে। তাত হাত লগাওঁতা কোনো নাই। হাবিৰ বেতবোৰো মানুহে কাটি নিয়া চিন নেদেখিলো। অসমৰ অন্যান্য ঠাইৰ কাঠনি হাবিবোৰত সোমালেই আগৰদিনীয়া পুখুৰী, মানুহৰ বাৰীৰ ওখ ঢাপ আৰু মানুহে ৰোৱা জাতি বাঁহ আৰু ভলুকা বাঁহৰ সঁচ দেখিবলৈ পোৱা যায়। কিন্তু এই হাবিখনৰ যিমান দূৰলৈকে সোমাই গৈছিলো, সেই অঞ্চলত তেনেকুৱা কোনোবা কালত মানুহৰ বসতিৰ নিদৰ্শন চকুত নপৰিল। আহোম স্বৰ্গদেউসকলৰ দিনতো এই ঠাইত মানুহৰ বসতি নাছিলনেকি ?

কোনোকালে মানুহ নোসোমোৱা এই হাবিখনত সোমাই অলপ দূৰ গলেই গৰু-ছাগলীৰ নিচিনাকৈ পালে পালে পহু চৰি থকা দেখিম বুলি ভাবিছিলো। কিন্তু হাবিখনৰ ভিতৰলৈ সোমাই কিছুদূৰ গৈয়ো পহু নাইবা আন কোনো বনৰীয়া জন্তু নেদেখি আমি নিৰাশ হলো।

দৰিক চিকাৰীটোৱে কলে—"যোৱা নিশা হাবিৰ এই অঞ্চলত বাঘে গুজৰিছিল। বাঘ য'ত থাকে পহু তাত নাথাকে। আমি আৰু নিলগলৈ সোমাই গলেহে পহু পাম।"

কিন্তু সেই ঠাইৰপৰা অলপ দূৰ আগুৱাই গৈয়ে নিলগত এখন গেজেপনি হাবিৰ কাষত থিয় হৈ এটা শিঙাল সুগৰি পহুৱে ভেবা লাগি আমাৰ ফাললৈকে চাই থকা দেখি লগৰীয়াহঁতক বহি থাকিবলৈ কৈ পহুটো মাৰিবলৈ মই গছৰ আঁৰে আঁৰে জোপ লৈ আগবাঢ়ি গলো। কিছুদূৰ গৈ পহুটোক বন্দুকৰ আয়ত্বৰ ভিতৰত পাই মাৰিবলৈ বন্দুক দাঙোতেই সি এফালে জাপ মাৰি পলাই পুনৰ ভালেমান দূৰত আন এখন গেজেপনি হাবিৰ ওচৰত মোৰ ফাললৈকে চাই থিয় হলগৈ। মই পুনৰ গছবোৰৰ আঁৰে আঁৰে জোপ লৈ আগবাঢ়ি গৈ তাক মাৰিবলৈ বন্দুক টোৱাবলৈ ধৰোতেই সি পুনৰ এফালে জাপ মাৰি পলাই গৈ নিলগত থিয় হৈ মোক দেখা দিলে।

পহুটোৰ এনেকুৱা তামাচা দেখি মই ভাবিলো—কোনোকালে মানুহৰ মুখ নেদেখা এই পহুটোৱে মোক দেখি আঁতৰি আঁতৰি ফুৰিছে যদিও ই নপলায়। মই ইয়াক নমৰাকৈ উলটি নাযাওঁ। তাকে ভাবি পহুটোৰ পাচে পাচে খেদি গৈ কিমান গেজেপনি হাবি পাৰ হৈ হাবিখনৰ কোনফালে কিমান দূৰ ভিতৰলৈ সোমাই গলো খবৰেই নাছিল। চিকাৰ দেখিলে চিকাৰীৰ গাত হুচ নাথাকে। চিকাৰৰ ওপৰতহে চকু থাকে। ইফালে সিফালে বাঘ আছেনে সাপ আছে কবই নোৱাৰে।

শেহত পহুটোৱে এখন গেজেপনি হাবিৰ মাজত সোমাই মোক আৰু দেখা নিদিলে। মই সেই হাবিখনৰ ওচৰলৈ গৈ জুমি জুমি চাই পহুটো নেদেখি তাৰ আশা এৰি দি লগৰীয়াহঁতৰ ওচৰলৈ উলটি যাওঁ বুলি যিফালে মুখ কৰি আছিলো উলটি তাৰ বিপৰীত ফালে যাবলৈ ধৰিলো।

অলপ দূৰ গৈ ভাবিলো—মই কোনফালে যাবলৈ ধৰিছো? এইকালে গৈ থাকিলে সিহঁতক লগ ধৰিব পাৰিম জানো?

লগৰীয়াহঁতক হাবিখনৰ কোনফালে, কোন ঠাইত আৰু কিমান দূৰত এৰি আহিলো একো তত্ ধৰিব নোৱাৰি মই বিমোৰত পৰিলো। কেনিও এখোজো আগবাঢ়িব নোৱাৰা হলো। সৰ্ব্বনাশ! হাবিত মোৰ দিকভ্ৰম হল। তেতিয়াহে অচিনাকি ভয়ঙ্কৰ অৰণ্যত অকলশৰীয়া হৈ মৃত্যুৰ সন্মুখীন হলো বুলি ভাবিলো। ভয়ত অস্থিৰ হৈ প্ৰাণৰ কাতৰে "ধৈৰ্য্য" বুলি ভাইটোক চিঞৰ এটা মাৰি দিলো। লগে লগে চাৰিওফালৰপৰা প্ৰতিধ্বনি শুনিলো—"ধৈৰ্য্য—ধৈৰ্য্য—ধৈৰ্য্য—ধৈৰ্য্য!"

ইমান স্পষ্টকৈ প্ৰতিধ্বনি পূৰ্ব্বে কোনোকালে মই শুনা নাছিলো। কোনোবা মানুহেই যেন মোৰ মাতটো অনুকৰণ কৰি চাৰিওফালৰপৰা সিঞাৰি মোক ভেঙুচালি কৰিলে।

অলপ পৰৰ পিছতে ধৈৰ্য্যই "দাদা" বুলি মতা শুনিলো। লগে লগে চাৰিওফালৰপৰা প্ৰতিধ্বনিয়েও "দাদা—দাদা—দাদা—দাদা" বুলি মতা শুনি তাৰ মাতটো কোন ফালৰপৰা আহিল ততকে ধৰিব নোৱাৰিলো। তেনেহলে মোৰ মাতটো কোন ফালৰপৰা গৈছে সিহঁতে তত্ ধৰিব পাৰিছে জানো?

এনেতে দৰিক চিকাৰীটোৱে সমান দূৰৰপৰা চিঞৰি কোৱা শুনিলো,—"আপুনি লৰচৰ নকৰিব।"

মায়াবিনী প্ৰতিধ্বনিয়ে তাৰ মাতষাৰো কাঢ়ি লৈ হেতালি খেলিলে যদিও তাৰ মাত শুনি মোৰ বুকু অলপ ডাঠ হল। সি হাবিতলীয়া মানুহ, ডাঙৰ হাবিত খোজকাঢ়ি ফুৰা তাৰ অভ্যাস আছে। সি মোক লৰচৰ কৰিবলৈ মানা কৰিছে। তাৰ মানে মোৰ দিকভ্ৰম হল বুলি সি বুজিছে। তাৰো দিকভ্ৰম হলেও সি কিবা এটা উপায়েৰে মোক বিচাৰি পাবহি।

এনেকৈ নিজৰ মনটোক সান্ত্বনা দি ভাবিচিন্তি থাকোতে

অকস্মাৎ ভাব হ'ল যে মই যি ঠাইত অকলে থিয় হৈ আছিলো তাত চিকাৰ বিচাৰি ফুৰা বাঘে মনে মনে পাছফালৰপৰা আহি পিঠিত জাপ মাৰি পৰা সম্পূৰ্ণ সম্ভৱ। কথাষাৰ মনলৈ অহা মাত্রে তাৰপৰা আঁতৰি গৈ এজোপা ডাঙৰ গছৰ গাত পিঠি দি এডোখৰ ওখ মুকলি ঠাইত থিয় হলোগৈ।

এনেতে বনবোন্দা এটাৰ সমান এটা জন্তু তললৈ ওলমি থকা বেতলতা এডালত ধৰি চৰচৰকৈ তললৈ নামি আহি মোৰ সমুখৰ ফালে অলপ আঁতৰত সাতহাতমান ওখৰপৰা মাটিত জাপ মাৰি পৰিল। মোৰ ফালে চাই দাঁত নিকটাই গেঙেৰি দি পুনৰ এজোপা গছেদি ফৰ্ফৰকৈ বগাই গৈ গছজোপাৰ আগ পালেগৈ। মই তাক দেখিয়েই চিনিলো, সেইটো লতামাকৰি বাঘ। পূৰ্ব্বে তেনেকুৱা এটা বাঘ আমাৰ জয়পুৰৰ ঘৰৰ ওচৰৰ এখন হাবিত মই গুলিয়াই মাৰিছিলো। এই লতামাকৰি বাঘটোৱে কোনোবা ফালৰপৰা মনে মনে আহি মোক আক্রমণ কৰিব পাৰে। সিনো উঠি গৈ ক'ত আছে চাওঁ বুলি ওপৰৰ ফালে চকু ফুৰাই চাই দেখিলো তেনেকুৱা বাঘ এটা নহয়, কেবাটাও লতামাকৰি বাঘ ওপৰৰ বেতলতাবোৰত ওলমি গছে গছে জপিয়াই ফুৰিছে। সৰ্ব্বনাশ! এইজাক নামি আহি যদি মোক বেঢ়ি ধৰে তেন্তে মই ৰক্ষা পৰিবলৈ কি উপায় কৰিম? সিহঁতৰ এটাক গুলিয়াই মাৰিবলৈকো মোৰ সাহ নহল। এটাক মাৰিলে বাকীমখাই নামি আহি মোক চিৰাচিৰ কৰি পেলাব পাৰে।

অকস্মাৎ মনত পৰিল, বন্দুকৰ শব্দ শুনিলে মোৰ লগৰীয়াহঁতক মোৰ ফালে আগবাঢ়ি আহিবলৈ কৈ আহিছিলো। এতিয়ালৈকে বন্দুকৰ শব্দ শুনা নাই কাৰণে সিহঁত তাতে বহি আছেনে মোক বিচাৰি আহিছে। আহিছে যদি সিহঁতৰো দিকভ্রম হৈ আন কোনোবাফালে আঁতৰি যোৱাটোও অসম্ভৱ নহয়। এতিয়া যদি বন্দুকৰ 'ফাকা আৱাজ' এটা কৰি দিওঁ, শব্দ শুনি বাঘকেটাও পলাব

পাৰে, সিহঁতো আহিব পাৰে। বন্দুকৰ নলডালৰ আগেদি ধোঁৱা দেখিও মোৰ ফাললৈকে আহিব পাৰে। তাকে ভাবি বন্দুকৰ নলৰ পৰা গোটা গুলিৰ কাট্রিজ এটা উলিয়াই মোৰ জেপত থকা চুৰি কটাৰীখনেৰে কাট্রিজটোৰ মুখত থকা গুলিটো উলিয়াই জেপত থলো। মোৰ ৰুমালখন ফালি এসোপা ফটাকানি গুলিটোৰ ঠাইত ভৰাই কাট্রিজটোও থাহি থাহি ভৰাই ওপৰত গছপাতৰ সোপা এটা দিলো। মনতে ভাবিলো, খাৰ আৰু ফটাকানিত জুই লাগি বন্দুকৰ নলৰ আগেদি ডাঠ ধোঁৱা ওলাব পাৰে। সেই কাট্রিজটো বন্দুকৰ নলত খাজি লৈ ভগবানক স্মৰণ কৰি বন্দুকৰ নল বাঘজাকৰ ফালে টোঁৱাই ফাকা আৱাজ কৰি দিলো।

বন্দুকৰ নলৰ আগেদি ধোঁৱা ওলাবলৈ ধৰিলে, কিন্তু মোৰ চকু আছিল বাঘজাকৰ ওপৰত। শব্দ শুনি সিহঁত আঁতৰি নগৈ তললৈ নামিবলৈ ধৰে যদি এটাক গুলিয়াই বগৰাই দিম। বাকীমখাই যি কৰে কৰিব। কিন্তু সিহঁত নামি নাহিল। বন্দুকৰ শব্দ শুনি ভয়ত যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। ধোঁৱাবোৰ ওলাই যোৱাৰ পিছত বন্দুকৰ নলৰপৰা কাট্রিজটো উলিয়াই পেলাই দি তাৰ ঠাইত গোটা গুলিৰ কার্টিজ এটা লৰালৰিকৈ খাজি ললো।

বন্দুকৰ শব্দই মোক অলপ সাহস দিলে। বন্দুকৰ দুটা নলত দুটা আৰু জেপত দহটা গোটা গুলিৰ কাট্রিজ আছিল। এই অস্ত্র হাতত থাকোতে মই সহজে নমৰো বুলি ভাবি মোৰ বুকু ডাঠ হল। কিন্তু পোন্ধৰ মিনিটমান অপেক্ষা কৰিও সিহঁতক নেদেখি সিহঁতে মোক বিচাৰি আন কোনোবা ফাললৈ গৈছেগৈ বুলি ভাবি ভয়ত মোৰ বুকুখন ধপধপাবলৈ ধৰিলে। আৰু এটা কাট্রিজ বন্দুকৰ নলৰপৰা উলিয়াই গুলীটোৰ ঠাইত ফটাকানি ভৰাই ওপৰৰ ফালে টোঁৱাই পুনৰ 'ফাকা আৱাজ' কৰি দিলো। বন্দুকৰ নলৰ আগেদি ধোঁৱা ওলাই যোৱাৰ পিছত কোনোবা ফালে ওচৰৰ পৰাই চিকাৰীটোৱে চিঞৰি কোৱা শুনিলো,—

"দেখিছো, লৰচৰ নকৰিব।" তাৰ এইষাৰ মাত শুনি মোৰ মূৰৰপৰা তেজখিনি তললৈ নামি গল। মোৰ লোপ পাবলৈ ধৰা সাহ-পিত পুনৰ উলটি আহিল। অলপ পৰৰ পিছতে মই লগৰীয়াইঁতক বিচাৰি যিফালে যাবলৈ ধৰিছিলো তাৰ প্ৰায় বিপৰীত ফালৰপৰা সিহঁতক অহা দেখি মোৰ মূৰ পুনৰ গৰম হৈ গল।

সিহঁত ওচৰ চাপি আহিলত চিকাৰীটোৱে মোক কলে,— "বন্দুকৰ শব্দ শুনিয়েই আপুনি 'ফাকা আৱাজ' কৰিছিল বুলি মই বুজিছিলো। কিন্তু প্ৰথমবাৰ আমি ধোঁৱা দেখা নাছিলো। আপোনাৰ মাত আৰু বন্দুকৰ শব্দ কোন ফালৰপৰা শুনিছিলো তাকো তত্ ধৰিব পৰা নাছিলো। আপুনি পহুটোৰ পাছে পাছে যিফালে হাবিলৈ সোমাই আহিছিল, সেই ফাললৈকে মুখ কৰি আমি পোনে পোনে আহি আছিলো। ভালেমান দূৰ আগবাঢ়ি অহাৰ পিছত দ্বিতীয়বাৰ বন্দুকৰ 'ফাকা আৱাজ' শুনি চাৰিও-ফালে ঘূৰি চাই সোঁফালে নিলগত গছবোৰৰ মাজেদি ওপৰলৈ উৰি যোৱা ধোঁৱা দেখিলো। 'দেখিছো, লৰচৰ নকৰিব' বুলি চিঞৰ মাৰি তাৰপৰা সোঁফালে ঘূৰি অলপদূৰ আহিয়েই আপোনাক লগ পালোহি।"

তাৰ কথা শুনি মই ভাবিলো, অকাল-মৃত্যুৰ যোগ নাছিল কাৰণেই ভগবানেই মোক এই বুদ্ধিটো দিলে। দ্বিতীয়বাৰ 'ফাকা আৱাজ' নকৰা হলে সিহঁতে সোঁহাতে অলপ নিলগতে মোক এৰি থৈ পোনে পোনে গৈ থাকিলেহেঁতেন। ইয়াত মই আৰু আধাঘণ্টামান অকলে থিয় হৈ থাকিব লগা হলে মোৰ দশা কি হলহেঁতেন ভগবানেহে জানে।

দৰিক চিকাৰীটোৱে কলে,—"ইয়াত আমি পহু পোৱাৰ আশা নাই। পহু আছিল যদিও বন্দুকৰ শব্দ শুনি আটাইবোৰ আঁতৰি গল। এতিয়া নিলগলৈ পহু বিচাৰি যাবৰ সময় নাই। আমি কেম্পলৈ উলটি যোৱাহে ভাল।"

মই কলো—"এইখন হাবিত সোমাই সুদা হাতে উলটি যামনে? দক্ষিণফালে যোৱা চিকাৰীহঁতে নিশ্চয় পহু মাৰি আনিব। আমি সুদাহাতে উলটি যোৱা দেখিলে দেউতাই হাঁহিব। পহু পোৱাৰ আশা নাই যদি তোৰ ঘাই দৰিকটোকে এঠাইত পাত। দৰিক চৰাই ছুটামানকে ধৰি লৈ যাওঁ।"

কেশৰে কলে,—"ঘাই পাতি দৰিক ধৰা আমি দেখাই নাই। সিবাৰ দৰিক চৰাই নাহিল। পহু এটাহে আহিছিল। ইয়াত ঘাই পাতিলে দৰিক চৰাই নাহি পহু আহিলে ভালেই হব।"

চিকাৰীটোৱে কলে—"ঘাই পাতিবলৈকো ইয়াৰপৰা অলপ আঁতৰি যাব লাগিব।"

মই কলো—"কলৈ যাব লাগে বল যাওঁ। এতিয়া বহুত সময় আছে। সুদাহাতে উলটি নাযাওঁ।"

চিকাৰীটোৱে তাৰ বন্দুকটো কেশৰৰ হাতত আৰু ঘাই দৰিকৰ সজাটো ধৈৰ্য্যৰ হাতত দিলে। তাৰ দাখন হাতত লৈ সৰু সৰু গছপুলিবোৰ কাটি কাটি সেইবোৰ বুটলি লগত লৈ আগে আগে যাবলৈ ধৰিলে। আমি তাৰ পাছে পাছে গলো। আধাফাৰ্লংমান গৈ সি এখন গেজেপনি হাবিত সোমালগৈ। তাতে দৰিক ধৰা ফান্দ পাতিবলৈ সুবিধা থকা ঠাই এডোখৰৰ চাৰিওফালে বৃত্তাকাৰে ফান্দ পাতি সি বাটত কাটি নিয়া গছ-পুলিবিলাকেৰে আমি চাৰিটা লুকাই থাকিব পৰাকৈ একাৰে গছ-পাতৰ বেৰা এখন দিলে। তাৰ পিছত ঘাই দৰিকটো সম্মুখত খুটি পাতি বান্ধি বেৰাৰ আঁৰত লুকাই বহি লৈ তাৰ বন্দুকটো হাতত ললে। আমিও তাৰ ওচৰতে বেৰাৰ আঁৰত লুকাই বহি ললো। মই বন্দুকটো হাতত লৈ চিকাৰীটোৰ ওচৰতে বহিলো।

অলপ পৰৰ পিছত চিকাৰীটোৱে মুখেৰে একৰকমৰ সুহুৰি এটা মাৰি দিয়াত ঘাই দৰিকটোৱে ধপ্-ধপ্-ধপ্-ধপ্ শব্দ কৰি পাখি মাৰিবলৈ ধৰিলে। দুই-তিনিমিনিটমান অপেক্ষা কৰি

নিলগত বনৰীয়া দৰিকে পাখি মৰা শব্দ শুণি চিকাৰীটোৱে পুনৰ সুহুৰি মাৰি দিলে। ঘাই দৰিকটোৱে দ্বিতীয়বাৰ পাখি মাৰিবলৈ ধৰিলে; কিন্তু পাঁচমিনিটমান অপেক্ষা কৰিও বনৰীয়া দৰিকে ঘৰচীয়া দৰিকৰ আহ্বানত সঁহাৰি দি পাখি মৰা শব্দ শুণি চিকাৰীটোৱে তৃতীয়বাৰ সুহুৰি মাৰি দিলে। এইবাৰ ঘৰচীয়া ঘাই দৰিকটোৱে পাখি নেমাৰিলে। সি সমুখৰ ফালে চাই "ঘোকো ঘোকো ঘোকো" শব্দ কৰি তাৰ মূৰটো তুপিয়াবলৈ ধৰিলে।

মই চিকাৰীটোক মনে মনে ফুচফুচাই সুধিলো,—"কি হল? পাখি নামাৰে কিয়?"

চিকাৰীটোৱে মোক ফুচফুচাই কলে,—"বাঘ—বাঘ!"

মই তাক ক'ত বাঘ দেখিলি বুলি সোধাত সি মোৰ সন্মুখৰ ফালে আঙুলি টোঁৱাই দেখুৱালে। তাৰ কথা শুনি মোৰ তেজ গৰম হৈ গল। বাঘৰ মুখত পৰিব লগা হল যদি তাক মাৰিয়েই মৰো বুলি ভাবি চিকাৰীটোৱে 'মুঠিব মুঠিব' বুলি কৈ থাকোতেই বন্দুকৰ safety off কৰি গিৰিপ কৰে থিয় হলো আৰু সন্মুখৰ ফালে বন্দুকৰ নলটো টোঁৱাই ধৰিলো। মই ভাবিছিলো, থিয় হলেই সন্মুখত বাঘটো দেখিম আৰু তাৰ মূৰলৈ লক্ষ্য কৰি দুইটা নলৰ বুলেট ভৰা দুইটা কাৰ্ট্ৰিজ একেলগে ফুটাই দিম। যি হয় হব। কিন্তু থিয় হৈ বাঘ নেদেখিলো। দহ-বাৰ হাতমান দূৰলৈকে সৰু সৰু গছ-পাতবোৰৰ তলৰ ফালে চকু ফুৰাই চায়ো একো নেদেখিলো।

মই থিয় হোৱাৰ লগে লগে মোৰ ভাই দুটায়ো থিয় হৈ সন্মুখৰ ফালে চাই আছিল। মই সিহঁতক মনে মনে "দেখিছনে" বুলি সোধাত সিহঁতেও "নাই দেখা" বুলি কলে। দুই মিনিটমান ভেনেকৈ বন্দুক টোঁৱাই থিয় হৈ থাকি বাঘ নেদেখি বাঘ নাই বুলি ভাবিলো। চিকাৰীটোক কলো—"তোৰ বাঘ ক'ত অ'?

তোৰ দবিকটোৱে পাখি নামাবে দেখি মিছাতে 'বাঘ' 'বাঘ' বুলি আমাক ভুৱা দিলি।"

সন্মুখৰ গছ-পাতৰ ৰেবাখন গোৰমাৰি বগৰাই এখোজ আগবাঢ়োতেই এটা প্ৰকাণ্ড বনৰজাই ( tiger ) মোৰ সন্মুখৰ ফালৰ-পৰা বাওঁফালে পথালিকৈ জাপ মাৰি দহহাতমান নিলগত পৰিলগৈ। লগে লগে ধৈৰ্য্যই 'বাঘ' 'বাঘ' বুলি চিঞৰি দিলে। মই ততালিকে ঘূৰি বাঘটো জাপ মাৰি যি ঠাইত পৰিছিল সেই ফাললৈকে চাই থিয় হলো। এনেতে দবিক চিকাৰীটোৱে থিয় হৈ কলে—"বাঘ আৰু ইয়াত ক'ত আছে? সি বা এতিয়া কোনখিনি পালেগৈ?"

মই কলো—"বাঘটো সেইখিনিতে জাপ মাৰি পৰিছিল। সি এতিয়া তাতে জোপ লৈ পৰি থকা নাই জানো?"

সি কলে—"আপুনি বেৰাখন গোৰ মাৰি বগৰাই আগবাঢ়ি যোৱা দেখি বাঘ ভয় খাই পলাল। তাক আৰু এই অঞ্চলত বিচাৰি নেপায়।"

চিকাৰীটোৰ কথা শুনি মই বন্দুকত safety দি তাৰফালে ঘূৰি কলো—"তই সন্মুখত বাঘ আছে বুলি কোৱাত আমি তিনিওটা থিয় হলো। বাঘ দেখা হলে তাৰ মূৰলৈ টোঁৱাই মোৰ বন্দুকৰ দুইটা নলৰ দুইটা গুলি একে সময়তে তাৰ গালৈ টোঁৱাই এৰি দিলোহেঁতেন, তেন্তে সেইটো বাঘে আৰু আমাক থপিয়াব পাৰিলেহেঁতেননে? তই আমাক বিপদৰ মুখলৈ ঠেলি দি বহি থাকিলি কিয়?"

সি কলে—"বাঘটো নিচেই ওচৰতে লুকাই আছিল বুলি দবিক চৰাইটোৱে মোক কৈছিল। তাক মাৰিব পৰা কথা ভাবিবই নোৱাৰিলো। ইয়াতে লুকাই থাকিলে সি আমাক নেদেখে বুলি ভাবি আপোনাকো 'মুঠিব মুঠিব' বুলি কৈছিলো।"

মই কলো—"তই ভুল বুজিলি। বাঘটো আহিছিল দবিকটো

ধৰিবলৈ। তাৰ ওচৰ চাপি ইয়াত মানুহ থকা গম পায়ো সি আঁতৰি নগল। আমাকে চিকাৰ কৰিবলৈ সি তাতে লুকাই খাপ লৈ আছিল। আমি বহি থকা হলে সি ছল চাই জপিয়াই আমাৰ ওপৰত পৰি আটাইকেউটাকে নেলু ছিঙিলেহেঁতেন। বাঘটো সন্মুখত লৈ বহি থাকি সাৰিবি কেনেকৈ? তোৰ কথামতে চলা হলে আমি আটাইকেউটা আওমৰণেৰে মৰিলোহেঁতেন। দেউতাই আমাৰ বন্দুককেটাও এই হাবিত বিচাৰি নাপালেহেঁতেন।"

আমি এনেকৈ কথা পাতি থাকোতে বৰটোপ বা ডাঙৰ বোমা ফুটোৱা শব্দৰ নিচিনা অকস্মাৎ নিচেই ওচৰতে ভয়ঙ্কৰ এটা শব্দ শুনি উচাপ খাই মোৰ হাতৰপৰা বন্দুকটো সৰি মাটিত পৰিল। ধৈৰ্য্য আৰু কেশৱে ইটোৱে সিটোক সাৱটি ধৰিলে; কিন্তু দৰিক চিকাৰীটোৰ একো নহল। সি ঠেৰেঙা লাগি থিয় হৈ ৰল। মই বন্দুকটো মাটিৰপৰা বুটলি লৈ চাৰিওফালে চকু ফুৰাই চাই চিকাৰীটোৰ হাতত ধৰি তাক মনে মনে ফুচ্‌ফুচাই সুধিলো,—"সেইটো কিহৰ শব্দ তই কব পাৰনে?"

সি কলে—"আপোনালোক নগৰীয়া মানুহ, মই কলে বিশ্বাস কৰিব জানো? সেইটো সাধাৰণ বন্দুকৰ শব্দ নহয়—দেও বন্দুকৰ শব্দ। দেওৱে আজি ইয়াত চিকাৰ কৰিবলৈ আহিছে।"

তাৰ কথা শুনি মই ভাবি-চিন্তি চাই সেই শব্দটোৰ কাৰণ একো বিচাৰি নাপাই তাৰ কথাকে বিশ্বাস কৰিবলৈ বাধ্য হলো। হাবিখনৰ সেই ঠাইত চিকাৰ কৰিবলৈ যাবলৈ সেই একেটা মাথোন বাট, দিহিং নৈয়েদি উজাই গৈ আমি থকা ঠাইতে কেম্প কৰি থাকিব লাগিব। তদুপৰি আন চিকাৰী গলে হাতত বন্দুক লৈ যাব—বোমা বা বৰটোপ নিনিয়ে।

মই তাক কলো—"আমি চিকাৰ নকৰো, বল ওলাই যাওঁগৈ।"

মোৰ কথা শুনি চিকাৰীটোৱে ভালেই পালে। সি ফান্দবিলাক তুলি তাৰ মোনাত ভৰালে। ঘাই দৰিকটো সজাত ভৰাই কেশৱৰ

হাতত দি তাৰ বন্দুকটো হাতত ললে আৰু আগতে হাবিলৈ সোমাই যাওঁতে সি কাটি যোৱা গছৰ গুৰিবোৰ চাই চাই আগে আগে যাবলৈ ধৰিলে। আমি তাৰ পাছে পাছে আধা ফার্লংমান গৈ মই যি ঠাইত অকলে থিয় হৈ আছিলো সেই ঠাইতে ওলালোগৈ।

মই চিকাৰীটোক সুধিলো,—"এতিয়া ইয়াৰপৰা দিহিং বা দৰক নৈৰ ফাললৈ ওলাই যাব পাৰিবি জানো? ভুল কৰি আন কোনোবা এফালে যাব যদি আমি আৰু এই হাবিৰপৰা ওলাই যাব পৰা আশা নাই।"

সি কলে—"মই অহা বাটত চিন দি আহিছো, আপোনালোক মোৰ পাছে পাছে আহি থাওক।"

তাৰ পাছে পাছে গৈ থাকোতে দেখিলো, সি হাবিলৈ সোমাই যাওঁতে সৰু সৰু গছৰ আগবোৰ কাটি থৈ গৈছিল। ঠায়ে ঠায়ে ডাঙৰ গছ একোজোপাৰ গাত দাৰে ঘপিয়াই চিন দি গৈছিল। অচিনাকি ডাঙৰ হাবিলৈ সোমাই গলে বাট ভুল হব পাৰে বুলি সি জানে। সেই কাৰণে সোমাই যাওঁতে চিন থৈ গৈছিল। পছুটোৰ পাছে পাছে খেদি যাওঁতে সেই কথাটো মোৰ মূৰত খেলোৱাই নাছিল।

তাৰ পাছে পাছে কিমান দূৰ আৰু কিমান সময় খোজকাঢ়ি গৈ দিহিং নৈখন দেখিলোগৈ একো তত্ ধৰিব নোৱাৰিলো। শেহত আমি দিহিং নৈৰ পাৰৰ যি ঠাইৰপৰা হাবিলৈ সোমাই গৈছিলো সেই ঠাইতে ওলালোগৈ।

কেম্পলৈ উলটি গৈ দেউতাক সকলো কথা কলত দেউতাই কলে,—"তইঁতে এই হাবিত চিকাৰ কৰিব নোৱাৰ। আমি কাইলৈ ঘৰলৈ উলটিম।"

মই সুধিলো,—"দেউতা, সেই ভয়ঙ্কৰ শব্দটো আপুনি শুনিছিলনে?"

দেউতাই একো শব্দ শুনা নাই বুলি কলত বুজিলো আমি

দিহিং নৈৰ পৰা উত্তৰফালে বা পশ্চিমফালে বহুত দূৰলৈ সোমাই গৈছিলো।

আমি কথা পাতি থাকোতেই দক্ষিণফালৰ হাবিত চিকাৰ কৰিবলৈ যোৱা চিকাৰীকেজনো সুদা হাতে উলটি আহি দেউতাক কলে—"দেউতা, এইখন কালিকা লগা হাবি। আমি এই হাবিত চিকাৰ কৰিব নোৱাৰো। আমি পহু পাইছিলো কিন্তু মাৰিবলৈ বন্দুক দাঙোতেই ঠাইতে নাইকিয়া হৈ পুনৰ নিলগত দেখা দিয়ে। এবাৰ তিনিফালৰপৰা তিনিটা পহুৱে দেখা দি আমাক লগ একৱাই এটা এটাকৈ হাবিলৈ টানি নিবলৈ চেষ্টা কৰিছিল। কিন্তু আমি লগ নেৰিলো। এটাই কেউটাই একেফালে একেটা পহুকে খেদি ফুৰিছিলো। তাক মাৰিব নোৱাৰি উলটি আহিলো।"

দেউতাই কলে—"ইইতেও একো নাপালে। আমি কাইলৈ ঘৰলৈ উলটিম।"

চিকাৰ কৰা উৎসাহ আৰু আমাৰ নাইকিয়া হল। আমি সকলোৱেই সম্মতি দিলো।

বেলি পৰাৰ লগে লগে আন্ধাৰ হোৱাত আমাৰ মানুহবোৰে কাঠগড়ৰ চাৰিওফালে জুই জ্বলাই চাহ খোৱা, ভাত ৰন্ধা আদি কামত ব্যস্ত হৈ পৰিল। মই ভাগৰত লাল-কাল হৈ শুই থাকিলো। ৰাতি আঠমান বজাত ভাত-পানী খাই উঠি চিকাৰীইঁতে পালপাতি পহৰা দিবলৈ সাজু হৈ আমাক শুই থাকিবলৈ কোৱাত আমি নিশ্চিন্ত মনেৰে শুই থাকিলো।

ৰাতি তিনিমান বজাত দক্ষিণফালৰ হাবিত বনৰীয়া হাতীৰ চিঞৰ-বাখৰ আৰু গছৰ ডাল ভঙা শব্দ শুনি আমি আটাইবোৰ সাৰ পাই উঠি বহিলো। ফটফটীয়া জোনাকত অসংখ্য বনৰীয়া হাতী হাবিখনৰপৰা ওলাই মুকলিলৈ অহা দেখি দেউতাই কলে— "ভয় নকৰিবি। বনৰীয়া হাতীয়ে নৈৰ পানী খাবলৈ আহিছে। জুই দেখিলে সিহঁত আঁতৰি যাব।"

জুই দেখিও আমাৰ ফালে আগবাঢ়ি আহে যদি কি কৰিম বুলি সোধাত দেউতাই কলে—“আমাৰ ফাললৈকে আহে যদি মই ‘মাৰ’ বুলি কলেই আগে আগে অহা গুণ্ডাকেটাৰ কপালত এটা এটা গোটা গুলি ভৰাই দিবি। সিহঁত নমৰে, কিন্তু গুলি খালে পলাবলৈ তত্ নোহোৱা হব। সিহঁত পলালে বাকী আটাই-মখা পলাব।”

আমি হাতে হাতে গুলি খজা বন্দুক লৈ কাঠগড়ৰ ওচৰত হাতীজাকৰ ফালে মুখ কৰি বহি ললো। গুণ্ডাকেইটা আমাৰ ফাললৈকে অলপ দূৰ আহি তাতে থমক খাই ৰৈ বাওঁফালে ঘূৰিল আৰু পশ্চিমফাললৈ যাবলৈ ধৰিলে। বাকী আটাইবোৰ হাতী সিহঁতৰ পাছে পাছে প্ৰচেছন কৰি যোৱা চাবলৈ বৰ ভাল লাগিছিল। একেলগে ইমানবোৰ হাতী মই আৰু কেতিয়াও দেখা নাছিলো। চিকাৰীহঁতে কলে, সেই দলটোত সৰু বৰ এশটামান হাতী আছিল।

সেই নিশা আমি আৰু শুব নোৱাৰিলো। কথা পাতি থাকোতেই ৰাতি পুৱাল। মই দেউতাক সুধিলো—“দেউতা, এই হাবিত ইমানবোৰ হাতী আছে, ইয়াত গড় মাৰি বা খেদা চিকাৰ কৰি হাতী নধৰে নেকি?”

দেউতাই কলে—“মই কব নোৱাৰো। এইখন হাবি ইংৰাজৰ ৰাজ্যতনে নামচঙ্গীয়া নগাৰ ৰাজ্যৰ ভিতৰত পৰে তাকো কব নোৱাৰো।”

মোৰ লৰাকালত নামচঙ্গীয়া নগা ৰজাজন আছিল আমাৰ মাজু দদাইদেউ ৺সূৰ্য্যধৰ ৰাজখোৱাৰ বন্ধু। নগাৰজা কেতিয়াবা আমাৰ ঘৰলৈ গলে আইতাই তেওঁক তিলপিঠা খাবলৈ দিছিল। তিলপিঠা তেওঁ বৰ ভাল পাইছিল। আইতাই আন কিবা জলপান দিলে তেওঁ কৈছিল—“এইবোৰনো কি দিবা ঐ! তিল্ তিল্ পিঠা আন।” এইবোৰ কথা আমাৰ আগত ককাদেউতাই কৈছিল।

পিছদিনা এঘাৰমান বজাত ভাত খাই উঠাৰ পিছত দেউতাই কলে—“যোৱা নিশা তহঁতৰ টোপনি খতি হল। এতিয়া দুঘণ্টামান শুই থাক। আমি ভটীয়া পানীত দুইমান বজাত নাও মেলি দিলেও দিনতে ঘৰ পামগৈ।”

আমি একমান বজাত শুই উঠি চাহপানী খাই তালি-টোপোলা বান্ধি যাবলৈ সাজু হওঁতে দুই বাজিল। আহিবৰ দিনা এই ঠাইতে কেইদিনমান থাকি কবিতা লিখিম বুলি ভাবিছিলো। এতিয়া এই কালিকা লগা ঠাইখন এৰি যাবলৈ পাই ৰক্ষা পালো বুলি ভাবিলো।

চাৰি মাইলমান ভটীয়াই যোৱাৰ পিছত নৈৰ সোঁফালে নিচেই ওচৰতে সুগৰি পহু এটাৰ চিঞৰ শুনি দেউতাই কলে—“সেইটো পহু নিচেই ওচৰতে আছে। হাবিলৈ সোমাই গলেই তাক দেখিবি। যাচোন, তাক মাৰি লৈ আহ।”

নাৱৰীয়াহঁতে নাও চপাই দিয়াত মই দৰিক চিকাৰীটোক লগত লৈ নৈৰ কাষৰ তিনি-চাৰিহাতমান ওখ পাহাৰটোত উঠিলোগৈ। চিকাৰীটোক আগে আগে যাবলৈ দি মই তাৰ পাছে পাছে হাবিত সোমালো। অলপ দূৰ যাওঁতেই কুৰি হাতমান নিলগত এটা শিঙাল সুগৰি পহু থিয় হৈ আমালৈকে চাই থকা দেখি চিকাৰীটোৱে পহুটোলৈ লক্ষ্য কৰি গুলিয়াই দিলে। কিন্তু গুলি লক্ষ্যভ্ৰষ্ট হৈ ওচৰৰ শুকান বাঁহ এডালত লাগি ডাঙৰকৈ এটা শব্দ হল। সেই শব্দ শুনি পহুটো নপলাই তাতে থিয় হৈ থাকিল। মই মাৰিবলৈ বন্দুক টোঁৱাৰ খোজোতেই সি জাপ মাৰি আঁতৰি গৈ নিলগত পুনৰ আমাৰ ফাললৈকে চাই থিয় হলগৈ। মই তাক মাৰিবলৈ আগবাঢ়ি যাবলৈ ধৰোতেই চিকাৰীটোৱে মোৰ হাতত ধৰি পাছলৈ টানি আনিলে।

মই সুধিলো—“কি হল! বাধা দিলি কিয়? সৌ গছডালৰ আঁৰলৈ গলেই মই তাক মাৰিব পাৰিম।”

সি কলে,—"কুৰি হাতমান নিলগত থকা পহুটোৰ গাত মই গুলি লগাব নোৱাৰিলো, আপুনি তাক মাৰিব পাৰিবনে? সেইটো কালিকা লগা পহু। কালি যিটো পহুৰ পাছে পাছে খেদি গৈ আপুনি বিপদত পৰিছিল, সেইটো পহুৱেই পুনৰ আপোনাক ফুচুলাই হাবিলৈ টানি নিবলৈ আহিছে। আপোনাক যাবলৈ নিদিওঁ।"

তাৰ কথা শুনি আগদিনাৰ ঘটনা মনত পৰি মোৰ ভয় লাগিল। মই কলো—"নাযাওঁ বাৰু, বল ওলাই যাওঁ।" মই আগে আগে ওলাই আহোঁতে হাবিখনৰ চাৰিওফালে চকু ফুৰাই চাই তাত কিছুমান বৰ ওখ আৰু শুৰি শকত চাহগছ দেখিলো। তাৰ পাতবোৰ আমি দেখা গছবিলাকৰ চাহপাততকৈ ভালেমান ডাঙৰ। মই সেই চাহগছৰ পাত কিছুমান ছিঙি জেপত ভৰাই ললো।

সুদাহাতে গৈ নাৱত উঠাৰ পিছত দেউতাই কলে—"গুলিয়াই-ছিলি নহয়, পহুটো মাৰিব নোৱাৰিলি?" মই কলো—"মই গুলিওৱা নাই, ইহে গুলিয়াইছিল। কুৰিহাতমান নিলগত থকা পহুটোৰ গাত ই গুলি লগাব নোৱাৰিলে।"

চিকাৰীটোৱে কলে—'দেউতা, সেইটো কালিকা লগা পহু। কালি যিটো পহুৱে বোপাদেউতাক ফুচুলাই হাবিলৈ টানি নিছিল সেই একেটা পহুৱেই আজিও তেওঁক টানি নিবলৈ আহিছিল। মই যাবলৈ নিদিলো।"

দেউতাই কলে,—"ইমান ওচৰতে পাই পহুটো মাৰিব নোৱাৰি এতিয়া সেইবোৰ গছত গৰু উঠা কথা কবলৈ আহিছ?"

কছাৰী চিকাৰীকেজনৰ ভিতৰতে এজনে কলে—"দেউতা, আমি হলে তেওঁৰ কথা বিশ্বাস কৰিছো। আমিও কালি ওচৰতে পাই পহু মাৰিব নোৱাৰিলো।"

দেউতাই বিশ্বাস কৰিলেনে নাই কব নোৱাৰো, কিন্তু একো নকলে। কাৰণ তেওঁলোক আছিল অসম ৰাইফলচৰ অবসৰপ্ৰাপ্ত চিপাহী; সহজে ভয় খোৱা অলপ-ধতুৱা মানুহ নাছিল।

মই জেপৰপৰা চাহপাতখিনি উলিয়াই দেউতাক দেখুৱাই কলো, —"ইয়াত কিছুমান চাহগছ দেখিলো। এই হাবিত এইবোৰ চাহগছ কোনে কলে ?"

দেউতাই কলে—"সেইবোৰ কোনে কব ? হাবিত আপোনা-আপুনি হৈছে। এই হাবিত বিচাৰিলে ঠায়ে ঠায়ে আৰু চাহগছ পাবি। মানুহে কোৱা শুনিছো, মণিৰাম দেৱানে জয়পুৰৰ হাবিৰ-পৰাই চাহগুটি নি যোৰহাটত প্ৰথমে চাহবাগিছা খুলিছিল। এতিয়াও চাহ-খেতিয়কসকলে জয়পুৰৰ চাহগুটিহে বিচাৰে।"

সেই ঠাইৰপৰা লাহে ধীৰে ভটীয়াই গৈ সীতাকুণ্ড পাওঁতেই বেলি মাৰ গল। দেউতাই কলে—"সীতাকুণ্ডত সেৱা কৰি ইয়াতে চাহপানী খাই যাওঁ। নাও ইয়াতে বান্ধ।"

নাৱৰীয়াইঁতে নাও চপাই দিয়াত আমি সৰু পাহাৰটোৰ ওপৰত ঘূৰি ফুৰি পিছত মন্দিৰত সেৱা কৰিবলৈ গলো। ইফালে আমাৰ মানুহবোৰে শুকান কাঠ বিচাৰি আনি জুই জ্বলাই চাহপানী কৰিবলৈ কাৰবাৰ কৰিলে। আমি মন্দিৰৰপৰা আহি চাহ খাই উঠোঁতেই আন্ধাৰ হল।

এনেতে পাহাৰটোৰ ওপৰৰ এজোপা ডাঙৰ গছৰ ওপৰত উঠি থকা কিবা এটা নিশাচৰ প্ৰাণীয়ে এটা বিকট চিঞৰ মাৰি দিলে। সেইটো কি বুলি সোধাত দেউতাই কলে—"সেইটো বাংকাক"। মই কলো—"বাংকাক নামে প্ৰাণী এটাৰ নামেই শুনা নাই দেখোন। সেইটো কেনেকুৱা—চৰাইনে আন কিবা জন্তু ?"

চিকাৰীকেজনেও বাংকাক দেখা নাই বুলি কোৱাত দেউতাই কলে—"যাচোন, তইঁতৰ এটাই তাক গুলিয়াই মাৰি লৈ আহ।"

দেউতাৰ কথা শুনি আচৰিত হৈ সুধিলো—"এই আন্ধাৰ নিশা গছজোপাৰ পাতৰ আঁৰত লুকাই থকা প্ৰাণীটো মাৰিম কেনেকৈ ?"

চিকাৰীকেজনেও কলে—"দেউতা, আমিও তাক মাৰিব নোৱাৰো, নেদেখিলে কেনেকৈ মাৰিম ?"

দেউতাই কলে—"তহঁতে নোৱাৰ যদি মোক দে, মই চেষ্টা কৰি চাওঁ।" এইবুলি মোৰ বন্দুকটোত দুটা এক নম্বৰৰ চাৰাগুলিৰ কাৰ্ট্ৰিজ খাজি লৈ গছজোপাৰ ফালে আগবাঢ়ি গল। আমি আটাইবোৰে ৰং চাবলৈ পাছে পাছে গলো।

দেউতাই গছজোপাৰ গুৰিৰপৰা অলপ নিলগত অলপপৰ থিয় হৈ থকাৰ পিছত প্ৰাণীটোৱে আকৌ এবাৰ চিঞৰ মাৰি দিলে। চিঞৰ শুনাৰ লগে লগে দেউতাই গছজোপাৰ ওপৰফালে বন্দুকৰ নলটো টোঁৱাই ধৰিলে। বাংকাকটোৰ চিঞৰ পুনৰ শুনাৰ লগে লগে আমি দেউতাৰ বন্দুকৰ শব্দও শুনিলো আৰু অলপ পৰৰ পিছতে গছজোপাৰ ওপৰৰপৰা কিবা এটা বাগৰি আহি মাটিত পৰা শব্দ শুনিলো। চিকাৰীহঁতে গছজোপাৰ তললৈ গৈ এটা অদ্ভুত প্ৰাণী বুটলি লৈ আহিল। ত্ৰেতাযুগৰ দশৰথ ৰজাৰ নিচিনাকৈ দেউতাই শব্দভেদী বাণ মাৰিব পাৰিছিল বুলি সেইদিনাহে বুজিলো।

বাংকাকটোৰ মুখখন আৰু পাখি দুখন বাদুলিৰ নিচিনা, কিন্তু এটা ডাঙৰ বাদুলিতকৈ পাঁচগুণমান ডাঙৰ। তাৰ গাটো এটা পাৰ চৰাইৰ গাৰ সমান। পাখি দুখন বৰ দীঘল। তাৰ গাত চৰাইৰ পাখিৰ নিচিনা পাখি। গাটো আৰু ডেউকা দুখন ৰঙা আৰু হালধীয়া বৰণৰ ডাঠ নোমেৰে ঢকা। প্ৰাণীটো দেখিবলৈ বৰ সুন্দৰ—খেচৰ, কিন্তু চৰায়ো নহয়, বাদুলিও নহয়। আমি ইমান আয়োজনেৰে চিকাৰলৈ গৈ চিকাৰ পালো সেইটো। তাকে লৈ ঘৰলৈ উলটিলো।

বাংকাকটোৰ ডেউকা দুখনেৰে সৈতে ছালখন আমাৰ জয়পুৰৰ ঘৰত বহুত দিনলৈকে আছিল।

# মোৰ উৎপতীয়া স্বভাৱ

মোৰ ল'ৰাকালৰ কাহিনীতে উল্লেখ কৰি আহিছো যে সেই-কালত মোৰ লগৰীয়া আছিল চিৰিং গাওঁ আৰু চিৰিং চাপৰিৰ আহোম ল'ৰা-বিলাক। তেওঁলোকৰ সৰহভাগেই আছিল অশিক্ষিত খেতিয়ক শ্ৰেণীৰ ল'ৰা। তেওঁলোক মৰ সাহসী আৰু উৎপতীয়া স্বভাৱৰ ল'ৰা আছিল। ভয় কাক বোলে তেওঁলোকে নাজানিছিল। তেওঁলোকৰ লগত পৰি মোৰ স্বভাৱটোও হল তেনেকুৱাই। বি-এ পাছ কৰাৰ পিছত শিক্ষিত সমাজৰ অন্তৰ্ভুক্ত হৈ নিজকে শাসন কৰিছিলো যদিও মাজে মাজে মোৰ অন্তৰ্নিহিত সুপ্ত উদ্ধত ৰূপটো অকস্মাৎ সজাগ হৈ মোক ঠেকত পেলাইছিল। তাৰেই এটা উদাহৰণ স্বৰূপে শিৱসাগৰত চব-ডেপুটী কলেক্টৰ হৈ থকা কালৰে তলত লিখা ঘটনাটো প্ৰকাশ কৰিলো। ঘটনাৰ চন আৰু তাৰিখ মোৰ মনত নপৰে।

শিৱসাগৰত অসহযোগ আন্দোলন চলি থকা কালত মানুহে চৰকাৰী চাকৰিয়াল সকলক নগৰৰ বাহিৰত বাটে-পথে অকলে লগ পালে দেশদ্ৰোহী, বগা বঙালৰ গোলাম আদি বিশেষণ প্ৰয়োগ কৰি অপমান কৰিছিল। মোকো তেনেকৈ কোনোবাই অপমান কৰিব বুলি ভয়ে ভয়ে সাৱধানে চলিছিলো।

এদিন বিহুৰ সময়ত ঘোঁৰাত উঠি নামতিৰ ডাকবঙলাৰ ফাললৈ ওলাই যাওঁতে ৰংঘৰৰ ওচৰতে এজাক ডেকা ল'ৰাই বিহু মাৰি থকা দেখি মোৰ তেওঁলোকৰ বিহু চাবৰ মন গল। কিন্তু তেওঁলোকে মোক অপমান কৰিব পাৰে বুলি ভাবি ওচৰ চাপি যাবলৈ সাহ নকৰিলো। ঘোঁৰাটো বৰ আলিৰ ওপৰত একাষে

থিয়কৈ ৰাখি তাবে পৰাই তেওঁলোকৰ বিহু চাই আছিলো। এনেতে বিহুতলীৰ ফালৰপৰা দুজন ডেকা মানুহ মোৰ ফাললৈকে অহা দেখিলো। তেওঁলোক আহি মই বৈ থকা ঠাইৰপৰা অলপ আঁতৰত বৰ আলিত উঠিল। মোৰফালে উলটি চাই তাবে এজনে চকু দুটা টেলেকা কৰি মুখখন ঘূৰাই মোক কিবা এষাৰ কলে। কি কলে মই নুশুনিলো। অচিনাকি মানুহজনে মোক তেনেকৈ কথা কোৱাত বিহুতলীৰপৰা অহা কোনোবা গাঁৱলীয়া দুষ্ট ডেকাই মোক কিবা অপমানজনক কথা কলে বুলি ভাবিলো। মই তেওঁৰ লগৰীয়াজনক সুধিলো—"এই মানুহটো বলিয়ানেকি ?"

তেওঁ কলে—"ক-ক-ক'তা, ব-ব-বলিয়া যেন-না-পাওঁ দে-দেখোন।"

মই ভাবিলো ইও ইচ্ছা কৰি তেনেকৈ খোনাখুনিকৈ কথাবোৰ কৈ মোক ইতিকিং কৰিছে। সেই মূহুর্ত্ততে মোৰ অন্তর্নিহিত সুপ্ত দৈত্যটো উজাৰ খাই উঠিল। লেকামগছ চপাই ধৰি ঘোঁৰাৰ মুখ তেওঁলোকৰ ফালে ঘূৰাই যুদ্ধ কৰিবলৈ প্ৰস্তুত হৈ কলো— "তহঁতে মোৰ লগত চুপতি কৰিছ! মোক চিনি পোৱা নাই হবলা ? এইডাল বেতেৰে কোবাই পিঠি চিৰাচিৰ কৰিম।"

এনেকৈ আৰু কিছুমান টান টান কথা কৈ তেওঁলোকক অপমান কৰিলো। মনতে ভাবিছিলো—"ইহঁত দুটা যদিও মই বলে পাৰিম, বিহুতলীৰপৰা ইহঁতৰ লগৰীয়া আৰু কেটামান আহে যদিও সিহঁতৰ গাৰ ওপৰেদিয়েই ঘোঁৰা চলাই দি বেতডালেৰে উধাই-মুধাই সিহঁতক কোবাই ঘোঁৰা দৌৰাই গুচি যাম।" কিন্তু মই তেওঁলোকক তেনেকৈ অপমান কৰা সত্ত্বেও তেওঁলোকে খং-ৰাগ একো নেদেখুৱালে। প্ৰথম যিজনে মোক কিবা কথা কৈছিল সেইজনেই পুনৰ কলে—"আমি আপোনাক একো বেয়া কথা কোৱা নাই। আপুনি কলৈ যাবলৈ ওলাই আহিছে যাওকগৈ। আমি শিৱসাগৰলৈ যাওঁ।" এইবুলি তেওঁলোক উলটি নগৰৰ

ফাললৈ গলগৈ। তেওঁ তেনেকৈ নম্রভাবে মার্জ্জিত ভাষাৰে কথা কোৱা শুনি মই ভাবিলো—এওঁলোকতো দুষ্ট নহয়। ময়ে মিছাতে অভদ্রামি কৰি এওঁলোকক অপমান কৰিলো। নিজৰ অসভ্যালিৰ কাৰণে মনতে লাজ পাই নামতিৰ ফালে ঘোঁৰা দৌৰাই গুচি গলো।

এই ঘটনাৰ দহদিন মানৰ পিছত মোৰ কাননগু শ্রীৰত্নেশ্বৰ শর্ম্মাই এদিন মোক অফিচতে লগ পাই কলে,—"ছাৰ, আপুনি হেনো সাহিত্যিক ডিম্বেশ্বৰ নেওগ আৰু ভ্রমৰ শইকীয়াক বৰ অপমান কৰিলে?"

মই কলো,—"তেওঁলোকক কিয় অপমান কৰিম? তেওঁলোক দুয়োজন সাহিত্যিক বুলি মই জানো। তেওঁলোকৰ লেখাবোৰ মই পঢ়িছোঁ। কিন্তু তেওঁলোকক দেখোন মই আজিলৈকে দেখাই নাই।"

কাননগুৱে কলে—"আপুনি চিনি নাপাই হে অপমান কৰিলে বুলি তেওঁলোকে বুজিছে।" এইবুলি সেইদিনাৰ ঘটনাটো সোঁৱৰাই দি মোক পুনৰ কলে—"আপুনিও এজন তেওঁলোকৰ লগৰে সাহিত্যিক কাৰণে আপোনাক বাটত লগ পাই সম্ভাষণ জনাইছিল।"

"অ' সেই দুজনেই ডিম্বেশ্বৰ নেওগ আৰু ভ্রমৰ শইকীয়ানেকি? তেনেহলেতো কথাটো বৰ বেয়া হল। কাননগু, আপুনি আজিয়েই জাঁজীলৈ যাওকগৈ। বাটত কমাৰফদীয়া গাঁৱত ডিম্বেশ্বৰ নেওগক আৰু জাঁজীত ভ্রমৰ শইকীয়াক লগ ধৰি কব, মই তেওঁলোকৰ ওচৰত ক্ষমা প্রার্থনা কৰিবলৈ যাম।"

কেইদিনমানৰ পিছত মই কমাৰফদীয়া গাঁৱলৈ আৰু জাঁজীলৈ গৈ তেওঁলোকক লগ নাপালো। তাৰ পিছত আৰু কেইবাদিনো তেওঁলোকক বিচাৰি গৈ লগ ধৰিব নোৱাৰিলো। কথাটো লাহে লাহে পুৰণা হৈ যোৱাত মই আৰু তেওঁলোকক বিচাৰি নগলো। এই ঘটনাৰ বহুকালৰ পিছতহে ডিম্বেশ্বৰ নেওগৰ লগত মোৰ

চিনা-পৰিচয় হৈছিল। তেতিয়া এই ঘটনাৰ কথা মই আৰু লাজতে ঘুলিয়ালো। এই ডিম্বেশ্বৰ নেওগেই পিছত মোৰ সৰু দদাইদেউ বেণুধৰ ৰাজখোৱাৰ ছোৱালী এটি বিয়া কৰাই মোৰ ভনী-জোঁৱাই হল।

ভ্ৰমৰ শইকীয়াক মই আৰু লগেই নাপালো। এতিয়া জীৱনৰ সন্ধিয়া পৰত মই তেওঁলোক দুয়োজনৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা কৰিছো। আশাকৰো তেওঁলোকে মোক ক্ষমা কৰিব।

( 'অতীতৰ সোঁৱৰণী' লিখিবলৈ আৰম্ভ কৰা সময়তে ডিব্ৰুগড় শাখা সাহিত্য সভাৰ সম্পাদক শ্ৰীহেৰম্ব বৰদলৈৰ লগত ডিম্বেশ্বৰ নেওগ এদিন মোৰ ঘৰলৈ আহিছিল। সেইদিনা মোৰ সহপাঠী বন্ধু শ্ৰীগোবিন্দ শৰ্ম্মাও মোৰ ওচৰতে বহি আছিল। তেওঁলোকৰ আগতে ওপৰত লিখা ঘটনাটো সোঁৱৰাই দি ডিম্বেশ্বৰ নেওগক মই সুধিলো—"নেওগ, এই ঘটনাটো মোৰ 'অতীতৰ সোঁৱৰণী'ত প্ৰকাশ কৰিলে কেনে হব ?" তেওঁ কলে,—"একো বেয়া নহয়, আপুনি প্ৰকাশ কৰিব পাৰে।"

মোৰ উদ্দেশ্য আছিল বেলিকৈ হলেও তেওঁলোকৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা কৰোঁ। কিন্তু 'অতীতৰ সোঁৱৰণী' ছপাই উলিয়াবলৈ আয়োজন কৰা সময়তে নেওগে অকস্মাৎ আমাক চিৰকাললৈ এৰি গ'ল। )

# বৰপেটাত

চাৰি মাহৰ ছুটীৰ অন্তত মোক বদলি কৰিলে বৰপেটালৈ। খৃঃ ১৯২৯ চনত দুটি ল'ৰা আৰু দুজনী ছোৱালীৰে সৈতে সপৰিয়ালে বৰপেটালৈ গৈ মোৰ সহপাঠী বন্ধু শ্ৰীধনীৰাম তালুকদাৰদেৱৰ ঘৰৰ সন্মুখত থকা ঘৰ এটা কেৰেয়া লৈ তাতে থাকিলোগৈ।

মোৰ ঘৰৰ ওচৰতে আছিল বৰপেটাৰ পুলিচ থানা। থানাৰ সন্মুখৰ কাছাৰীলৈ যোৱা আলিটোৰ সিপাৰেই নখন্দা নৈৰ এটি শাখা। তেতিয়া মোৰ বৰপুত্ৰ শ্ৰীমান অনুপোণাৰ বয়স আছিল পাঁচ বছৰ আৰু তাৰ বায়েক শ্ৰীমতী ৰেণুমালা তাতকৈ ডেৰ বছৰ ডাঙৰ। এদিন পুৱা এই দুটি ল'ৰা-ছোৱালী ঘৰৰপৰা ওলাই গ'ল নৈত গা ধুবলৈ। গা ধুই থাকোতে অনুপোণা পিছলি দ' পানীলৈ যোৱাত বায়েকে তাক ধৰিবলৈ যাওঁতে দুয়ো দ' পানীত পৰি কক্‌বকাবলৈ ধৰিলে। ভাগ্যক্ৰমে সেই সময়তে থানাৰ এজন কনিষ্টবলো গা ধুবলৈ গৈছিল। ল'ৰা-ছোৱালীহাল নৈত পৰি কক্‌বকাই উটি যোৱা দেখি চিপাহীজনে জাপ মাৰি নৈত পৰি হালকে টানি আনি বামত তুলিলে।

চিপাহীজনে মোৰ ল'ৰা-ছোৱালীহালৰ প্ৰাণৰক্ষা কৰাত মই পুৰস্কাৰ স্বৰূপে তেওঁক কিছু টকা যাচিছিলো। থানাৰ দাৰোগাজনে মোক কলে—"পুলিচে ওপৰৱালাৰ অনুমতি নাপালে পুৰস্কাৰ গ্ৰহণ কৰিব নোৱাৰে। আপুনি ওপৰলৈ লিখক।"

মই কলো—"কালৈ কি লিখিব লাগে আপুনিয়ে লিখালিখি কৰক। এয়া টকা মই আপোনাৰ হাতত জমা দিলো।"

এমাহমানৰ পিছত খবৰ পালো, গৱৰ্ণমেণ্টে চিপাহীজনক সেই টকা গ্ৰহণ কৰিবলৈ অনুমতি দিয়াত তেওঁ টকা গ্ৰহণ কৰিলে।

মই বৰপেটা চাৰ্কোলৰ চাৰ্জ্জ লোৱাৰ কিছুদিনৰ পিছত গুৱাহাটীৰ ডেপুটী কমিছনাৰ কংগ্ৰেভ চাহাব গ'ল মোৰ অফিচ চাবলৈ। অফিচৰ কাগজপত্ৰ চাই শেষ কৰি তেওঁ মোক কলে— "তোমাৰ চাৰ্কোলত দ' পতিত মাটি বহুত আছে। অসমীয়া মানুহে তেনেকুৱা দ' মাটিত খেতি কৰিব নাজানে। এতিয়া ভাটীৰ মৈমনসিংহ জিলাৰপৰা বহুত মুছলমান মানুহ আহি সেইবিলাক পতিত মাটি দখল কৰি বিনা খাজানাত থাই আছে। সেইবিলাক ঠাইলৈ খৰালি যাব নোৱাৰা। মাজে মাজে খাল-বিলবিলাক আছে। বাৰিষা নাৱত উঠি যাব পাৰিবা। চাৰিজন নাৱৰীয়াৰে সৈতে চৰকাৰী নাওখন তোমাক দিবলৈ মই এছ-ডি-অ'কে কৈ যাম। অহা বাৰিষা নাৱত উঠি চাৰ্কোলটোৰ চাৰিওফালে ঘূৰি এই মৈমনচিঙীয়াবিলাকক পট্টা দি স্থাপন কৰা বিষয়ে তদন্ত কৰি তুমি এটা ৰিপৰ্ট দিবা।"

মই ভালেই পালো। বৰপেটাৰ ঠায়ে ঠায়ে মহাপুৰুষীয়া সত্ৰবিলাক আছে। সেইবিলাক চাবলৈ যাবৰ মোৰো মন আছিল। চৰকাৰী নাওখনত ভাত ৰান্ধি খোৱা আৰু তাতে শুই থাকিবলৈকো সুবিধা আছিল। বাৰিষা নাৱত উঠি লগত বন্দুকটো, এবাকচ কাৰ্ট্ৰিজ আৰু বচদ-পাতি লৈ দ' ঠাইবিলাকত য'তে ৰাতি ত'তে কাতি হৈ মৈমনচিঙীয়াহঁতে দখল কৰা ঠাইবোৰ চাই এমাহমান ঘূৰি ফুৰিলো।

মৈমনসিংহৰপৰা অহা এই মুছলমানবিলাক বৰ পৰিশ্ৰমী মানুহ। পাঁচ-ছহাতমান পানীত বুৰি থকা দ' ঠাইবোৰতে ওখ ভেটীৰ ওপৰত সৰু সৰু পঁজাঘৰবিলাক সাজি তাতে সপৰিয়ালে থাকে। বাৰিষা তেওঁলোকে বাওধান আৰু মৰাপাটৰ খেতি কৰে। খৰালি ধান কাটি নিয়াৰ লগে লগে সেই মাটিত হাল নোবোৱাকৈয়ে মটৰমাহ আৰু কলামাহৰ গুটি সিঁচি দিয়ে। তাৰে এডোখৰ আহল-বহল ঠাই চাফা কৰি তাত পিঁয়াজ, নহৰু আৰু শাক-পাচলিৰ

খেতি কৰে। মুঠতে তেওঁবিলাকৰ মাটি বছৰটোৰ কোনো সময়তে পতিত হৈ নাথাকে।

বৰপেটীয়া অসমীয়া মানুহে এনেকুৱা দ' মাটিত খেতি কৰিব নাজানে আৰু তেওঁলোকে সিমান পৰিশ্ৰমো কৰিব নোৱাৰে। সেইকাৰণে তেওঁলোকে খেতি-বাতিৰ ওপৰত নিৰ্ভৰ নকৰি বেপাৰ-বাণিজ্যৰ ওপৰতহে বিশেষকৈ নিৰ্ভৰ কৰে। সেইকালত বৰপেটা নগৰৰ দোকানীবিলাকৰ ভিতৰত দুই-চাৰিজনমানহে বিদেশী দোকানী আছিল। মাৰোৱাৰী মহাজন এজনো দেখা নাছিলো। দোকান আটাইবোৰ আছিল বৰপেটীয়া বেপাৰীসকলৰ।

মৈমনচিঙীয়াবিলাক অহাৰ পিছত এওঁলোকৰ ভিতৰৰে কিছুমান বেপাৰীয়ে মাটি কিনা-বেচা বেপাৰত লাগি গ'ল।

মৈমনচিঙীয়াবিলাক বৰপেটালৈ আহি প্ৰথমতে ব্ৰহ্মপুত্ৰৰ চৰবিলাকতে উঠিছিলহি। সেইকাৰণে বৰপেটাৰ মানুহে তেওঁ-বিলাকক চৰুৱা বোলে। বৰপেটাৰ বেপাৰীসকলৰ ভিতৰৰে কিছুমান মানুহে চৰুৱাবিলাকক চৰৰপৰা আনি বৰপেটা চাৰ্কোলৰ দ' ঠাইবিলাকত বহুৱাই দিলে। কিছুমান বেপাৰীয়ে তেওঁলোকৰ নিজৰ একচনা পট্টাৰ মাটিবিলাক চৰুৱাহঁতক বেচিলে। কিছুমানে চৰকাৰী মাটি আৰু চৰণীয়া ৰিজাৰ্ভৰ মাটিবিলাককে তেওঁলোকৰ নিজৰ পট্টাৰ মাটি বুলি ভুৱা দি চৰুৱাহঁতৰপৰা টকা লৈ সিহঁতক তাত বহুৱাই দিলে। কিছুমানে নিজৰ একচনা পট্টাৰ মাটিত খাজানা লৈ চৰুৱা বহুৱাই দি জমিদাৰী কৰিবলৈ যাওঁতে লাভে-মূলে হেৰুৱাব লগা হল।

ওপৰত লিখা কথাবিলাককে জুকিয়াই মই এটা ৰিপৰ্ট দিলো। চৰকাৰী মাটি দখল কৰি থকা চৰুৱাবিলাকৰপৰা বিঘাত পাঁচটকাকৈ প্ৰিমিয়াম লৈ তেওঁলোকক পট্টা দিবলৈ আৰু ৰিজাৰ্ভত দখল কৰি থকাবিলাকৰ দখল উচ্ছেদ কৰিবলৈ আদেশ দিব লাগে বুলি লিখিলো। কিন্তু গৱৰ্ণমেণ্টে তেওঁলোকৰ দখল উচ্ছেদ কৰিবলৈ

আদেশ নিদিলে। মাটি দখল কৰি থকা চকৰাবিলাকৰপৰা বিঘাত পাঁচ টকাকৈ প্ৰিমিয়াম আদায় কৰি পট্টা দিবলৈ এজন মুছলমান এছ-ডি-চিক 'কল'নাইজেচন অফিচাৰ' পাতি বৰপেটালৈ পঠাই দিলে। তেওঁ সেই কামৰ চাৰ্জ্জ লোৱাত মোৰ কাম বহুত পাতল হল।

সেইকালত বৰপেটাৰ মীনমহলবিলাকৰপৰা গৱৰ্ণমেণ্টৰ বহুত টকা আয় হৈছিল। অকল চাউলখোৱা নৈখনৰে প্ৰত্যেক বছৰে নিলামত ডাক উঠিছিল চল্লিশ-পঞ্চাশ হেজাৰ টকা। সেই সময়তে বৰপেটাত এটা ডাঙৰ ভূমিকম্প হৈ বৰপেটাৰ খাল-বিলবিলাক ওলট-পালট কৰি পেলালে। মীনমহলবিলাকৰ মহলদাৰসকলে ফিচাৰীৰ খাজানা মাফ পাবলৈ প্ৰত্যেকে একোখন দৰ্খাস্ত দিলে। সেইবিলাক দৰ্খাস্ত তদন্ত কৰি ৰিপ'ৰ্ট দিয়াৰ ভাৰ পৰিল মোৰ ওপৰত।

মই প্ৰথমতে চাউলখোৱাৰ মীনমহলকে ঘূৰি পকি চাই আহি এই মহলৰ বিষয়াজনে দহহেজাৰ টকা ফিচাৰীৰ খাজানা মাফ পোৱা উচিত বুলি এটা ৰিপ'ৰ্ট দিলো। কিন্তু বৰপেটাৰ এছ-ডি-অ'ই মীনমহল চাবলৈ নোযোৱাকৈয়ে বিষয়াজনে ( মহলদাৰে ) এহেজাৰ টকাহে মাফ পাব পাৰে বুলি মোৰ ৰিপ'ৰ্টৰ ওপৰতে লিখি দিলে। ডি-চি চাহাবে এই দুটা ৰিপ'ৰ্ট পঢ়ি চাই কমিছনাৰ বেণ্টিঙ্ক চাহাবলৈ লিখিলে,—"এছ-ডি-চিয়ে ৰিকমেণ্ড কৰিছে দহহেজাৰ টকা, কিন্তু এছ-ডি-অ'ই ৰিকমেণ্ড কৰিছে মুঠে এহেজাৰ টকাহে। এছ-ডি-অ'ৰ ৰিপ'ৰ্টটোত এটা শূন্য ভুলত পৰি গ'ল হবলা।"

এনেকুৱা ওলট-পালট ৰিপ'ৰ্ট পাই বেণ্টিঙ্ক চাহাবে ডি-চিলৈ লিখিলে যে তেওঁ নিজে এই মীনমহল চাবলৈ যাব।

নিৰ্দ্দিষ্ট দিনত কমিছনাৰ চাহাব বৰপেটালৈ গৈ ডাকবঙলাতে উঠিলগৈ। তেওঁৰ লগত গৈছিল চাউলখোৱা বিলৰ বিষয়াৰ উকিল স্বৰ্গীয় এডভোকেট ৰোহিণীকুমাৰ চৌধুৰীদেৱ। তেওঁ পিছত ছাদুল্লা গৱৰ্ণমেণ্টৰ এজন মন্ত্ৰী হৈছিলগৈ।

মই চাহাবক দেখা কৰিবলৈ যাওঁতে তেওঁ মোক কলে—"তোমাৰ ৰিপ'ৰ্টত লিখিছা, যোৱা বাৰিষা চাউলখোৱা নৈয়েদি এখন সৰু জাহাজ উজাই বৰপেটা পাইছিলহি। কিন্তু এতিয়া সেই নৈৰ বুকুত ৰায়তে ধানখেতি কৰিছে। এইবোৰ কথা সঁচানে?"

মই কলো—"যোৱা বাৰিষা যে এখন সৰু জাহাজ বৰপেটালৈ আহিছিল সেই কথা নগৰৰ যাকে সোধে সেয়ে সঁচা বুলি কব। কিন্তু এতিয়া যে সেই নৈৰ বুকুত ধানখেতি হৈছে সেই খেতি আপুনি নিজে চাই নাহিলে বিশ্বাস কৰিব নোৱাৰিব।"

চাহাবে কলে—"মই কাইলৈ সেই ধানখেতি চাবলৈ যাম। মোৰ লগত বিষয়াৰ উকিল চৌধুৰীও যাব। তুমি কাইলৈ পুৱা আঠবজাত আমাক লৈ যাবাহি।"

পিছদিনা পুৱা আঠবজাত তেওঁলোক দুয়োকে লগত লৈ পাঁচ মাইল খোজকাঢ়ি গৈ চাউলখোৱা নৈখনৰ বুকুত ৰায়তে কৰা ধানখেতি দেখুৱাই দিলোগৈ। নৈৰ বুকুৰ পলসুৱা মাটিত ধানগছবোৰ তেতিয়া বৰ বৰ একোজোপা হৈ উঠিছিল। চাহাবজনে সেইবোৰ দেখি আচৰিত হৈ মোক সুধিলে—"ভূমিকম্পই নৈখন এনেকৈ পুতি পেলালেনে?"

মই কলো,—"ভূমিকম্পই পোতা নাই। ভূমিকম্পৰ পিছত বেকী নৈয়ে বালিবোৰ এইফালে ঠেলি দি ইয়াৰ খাল-বিল, নৈ আদি সোপাকে পুতি বাম কৰি পেলালে। ইয়াৰপৰা পাঁচমাইলমান দূৰত এটা বৰ দ' কুৰ আছিল। সেই কুৰটোত চাউলখোৱা বিলৰ বিষয়াই বছৰে পাঁচ-ছয়হেজাৰমান টকাৰ মাছ ধৰিছিল। কিন্তু সেই কুৰটোত এতিয়া এটোপাও পানী নাই। সেইটো চাবলৈ যায় যদি বলক দেখুৱাই দিওঁগৈ।"

চাহাবে কলে—"সেইবোৰ কথা তোমাৰ ৰিপ'ৰ্টত লিখিছা নহয়, মই আৰু চাবলৈ নাযাওঁ। তোমাৰ ৰিপ'ৰ্টত লিখা কথা আটাইবোৰ

সঁচা বুলি মই এতিয়া ভালকৈ বুজিব পাৰিছোঁ। বলা আমি উভতি যাওঁগৈ।”

বিষয়াৰ উকিল চৌধুৰীদেৱে চাহাবক কি কলে কব নোৱাৰো। চাহাব গুৱাহাটীলৈ উলটি গৈ বিষয়াজনক বাৰহেজাৰ টকা মাফ দিবলৈ ৰিকমেণ্ড কৰি গৱৰ্ণমেণ্টলৈ লিখিলে।

বিষয়াজনে ‘ফিচাৰী’ খাজানা বাৰহেজাৰ টকা মাফ পাই পুৰস্কাৰ স্বৰূপে মোক দুশ টকা নিজে যাচি দিলে। মই তেওঁৰপৰা টকা পাম বুলি আশা কৰা নাছিলো, নিঃস্বাৰ্থভাবেই নিজৰ কৰ্ত্তব্য পালন কৰিছিলো। সেইকাৰণে মোৰ কামত সন্তুষ্ট হৈ তেওঁ পুৰস্কাৰ স্বৰূপে যাচি দিয়া টকা লোৱা অন্যায় নহব বুলি ভাবি টকাটো ললো আৰু ঘৰলৈ আহি সেই টকা ল’ৰাইতৰ মাকক যাচিলোহি।

মাকে কলে—“এতিয়া দৰ্ম্মহা পাবৰ সময় হোৱা নাই, আপুনি এই টকা ক’ত পালে?”

বিষয়াজনে নিজে এই টকা যাচি দিলে বুলি কোৱাত মাকে পুনৰ কলে—“এনেকৈ অন্যায়কৈ উপাৰ্জ্জন কৰা টকা আপুনি ঘৰলৈ নানিব। মোৰ ল’ৰা-ছোৱালী আছে, পাপৰ ধনেৰে সিহঁতক পোহপাল দিলে আগলৈ সিহঁতৰ অমঙ্গল হব। আপুনি এতিয়াই এই টকা বিষয়াজনক ফিৰৎ দিয়কগৈ।”

মই কলো—“অন্যায়কৈ উপাৰ্জ্জন কৰা টকা নহয়। আমাৰ ল’ৰা-ছোৱালীক নৈৰপৰা তুলি আনি যিজন চিপাহীয়ে সিহঁতৰ প্ৰাণ ৰক্ষা কৰিলে, সেই চিপাহীজনৰ কামত সন্তুষ্ট হৈ ময়েই দেখোন কিছুমান টকা তেওঁক যাচি দিলো। গৱৰ্ণমেণ্টেও সেই টকা গ্ৰহণ কৰিবলৈ তেওঁক অনুমতি দিলে।”

মাকে কলে—“চিপাহীজনে গৱৰ্ণমেণ্টৰ অনুমতি পাইহে সেই টকা গ্ৰহণ কৰিলে। আপুনিও যদি এই দুশ টকা লবলৈ গৱৰ্ণমেণ্টৰ পৰা অনুমতি আনিব পাৰে তেন্তে এই টকা লবলৈ ময়ো আপত্তি নকৰোঁ।”

অকাট্য যুক্তি! এই টকা লবলৈ অনুমতি বিচাৰি মই ওপৰলৈ লিখালিখি কৰিব পাৰিম জানো? সেইদিনাই বিষয়াজনক মতাই আনি মাকৰ আগতে তেওঁক টকাখিনি ফিৰৎ দিলো।

* * *

সেই সময়তে ব্ৰহ্মপুত্ৰ মীনমহলৰ সীমাৰ বিষয়ে মেচপাৰাৰ জমিদাৰৰ বিষয়াসকলৰ লগত আমাৰ চৰকাৰৰ বিষয়াসকলৰ কাজিয়া লাগি মাৰপিট হবলৈ ধৰাত গৱৰ্ণমেণ্টে মোক তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি সেই বিষয়ে সাক্ষী-বাদী লৈ তদন্ত কৰি এটা ৰিপ'ৰ্ট দিবলৈ আদেশ দিয়ে। এই কামৰ নিমিত্তে বাঘবৰ মৌজাৰ ফুলৰা পাহাৰৰ তলত সাতদিনমান কেম্প কৰি আছিলো। তেতিয়া বাঘবৰ পাহাৰলৈকে সেই ঠাইখন ইকৰাণি হাবি আছিল। মাজে মাজে নতুনকৈ অহা মৈমনচিঙীয়াসকলে হাবি কাটি বাওধানৰ খেতি আৰম্ভ কৰিছিল।

কেম্পত বহি 'পাষাণ প্ৰতিমা' নামে কবিতাটো লিখিলো। তাৰপৰা ব্ৰহ্মপুত্ৰইদি উজাই গৈ লেহিডঙৰা গাঁৱত কেম্প কৰি থকা কালত 'বিষাণদৈ আলি' নামে কবিতাটো লিখিলো।

বৰপেটালৈ যোৱাৰ কিছুদিনৰ পিছতে বৰপেটাত দৌলপূজা আৰু তিথি উৎসৱ চাই 'বৰপেটা' নামে কবিতাটো লিখিলো।

এইবিলাক কবিতা তেতিয়াই আৱাহনত ছপা হৈ ওলাইছিল। সেই কালতে মোৰ 'স্বৰ্গদেউ প্ৰতাপসিংহ' নামে নাটকখনো ছোৱা ছোৱাকৈ আৱাহনত ছপা হৈ ওলাইছিল।

তেতিয়া বৰপেটা পুলিচ থানাৰ ভাৰপ্ৰাপ্ত দাৰোগা শ্ৰীডম্বৰু ভূঞা আছিল মোৰ বন্ধু। তেওঁ মোৰ ভনী-জোঁৱাই শ্ৰীগোলাপচন্দ্ৰ হাজৰিকাৰ ওচৰ সম্বন্ধীয়া ভায়েক। তেওঁ মোক এদিন কলে— "আপোনাৰ কবিতা আৰু নাটকৰ ওপৰত আমাৰ ওপৰৱালাসকলৰ বেঁকা চকু পৰিছে। আপুনি সাৱধান হব।"

মই কলো—"মোৰ কবিতা আৰু নাটকতনো দোষ ধৰিবলৈ

কিটো পালে? তাত স্বদেশপ্ৰেমৰ আভাস থাকিব পাৰে, কিন্তু অসহযোগ আন্দোলনৰ বিষয়ে নাইবা ইংৰাজৰ বিৰুদ্ধেতো একো নাই।"

তেওঁ কলে—"পৰাধীন জাতিৰ মানুহ স্বদেশপ্ৰেমিক হোৱাটোও এটা ডাঙৰ পাপ কাম বুলি নাজানে জানো? এতিয়া আইন অমান্য আন্দোলন চলি আছে। এই সময়ত স্বদেশপ্ৰেমৰ বিষয়ে নিলিখি আপোনাৰ কোনোবা মানসী আছে যদি তেওঁৰে মুখখনি ধ্যান কৰি কিছুমান প্ৰেমৰ কবিতাকে লিখক।"

অসহযোগ আন্দোলন চলি থকা কালত মাজতে কিছুমান বছৰ মই খণ্ড-কবিতা লিখাই নাছিলো। কাৰণ সেই যুগটো কবিতা লিখা যুগ নাছিল। সেই কালত আমাৰ সাহিত্যিকসকলৰ সৰহ ভাগেই সাহিত্য চৰ্চ্চাৰ ফালে পিঠি দি ৰাজনীতিৰ চৰ্চ্চাতহে ব্যস্ত হৈ আছিল। সেইকাৰণে সেইকালৰ আমাৰ মাহেকীয়া আলোচনী কেখনো অচল হৈ পৰিল। সেই সময়তে আহিল আৱাহন যুগ। আৱাহনৰ সম্পাদক শ্ৰীদীননাথ শৰ্ম্মাদেৱে কবিতা পঠাব লাগে বুলি মোলৈ সততে চিঠি দি আছিল। সেইকাৰণে এই আৱাহন যুগতে মই পুনৰ খণ্ড-কবিতা লিখিবলৈ আৰম্ভ কৰিলো। এইখিনি কথাকে প্ৰকাশ কৰিলো মোৰ 'মানসী' নামে কবিতাটোত। মোৰ মানসী কোনোবা তেজ-মঙহৰ প্ৰেয়সী নহয়; তেওঁ মোৰ কবিত্ব শক্তিহে।

তেতিয়া লিখিবৰ মন গৈছিল। কিন্তু লিখিবলৈ কলমটো হাতত ললেই কলমৰ আগেদি জুইৰ ফিৰিঙতি ওলাব খোজে। সেই ফিৰিঙতিয়ে আনক একো কৰিব নোৱাৰিলেও মোক নিজকে দহিলেহেঁতেন। সেইকাৰণে কলমটো চম্ভালিবলৈ বাধ্য হলো। 'হোমৰ কাষত' নামে কবিতা এটা লিখি আৱাহনত ছপাই উলিয়াই সকলোকে বুজাই দিলো যে, মই যাক অগ্নি-সাক্ষী কৰি জীৱনৰ লগৰী কৰি লৈছো, তেওঁৰ বাহিৰে মোৰ আন কোনো মানসী

নাই। তাৰ পিছৰপৰা কিছুমান কাল্পনিক প্ৰেমৰ কবিতা লিখি আৱাহনত প্ৰকাশ কৰিলো। সেইকালৰ ডেকা-গাভৰুসকলে মোৰ এই কবিতাবিলাক ভাল পাইছিল। সেইকাৰণে যেয়ে যি ভাবে কবিতাবিলাক গ্ৰহণ কৰে তেনেকৈয়ে গ্ৰহণ কৰক বুলি পাঠকৰ হাততে বিচাৰৰ ভাৰ এৰি দিলো।

দেশ স্বাধীন হোৱাৰ পিছত জাতীয়তাবাদী কবিতা দুটামান লিখিছিলো। কিন্তু তেতিয়া মোৰ আগৰ নিচিনা কবিতা লিখিব পৰা বয়স পাৰ হৈ গল। আধুনিক যুগৰ মানুহে আৰু মোৰ কবিতা ভাল নাপায়। তথাপি নমুনা স্বৰূপে তাৰে এটি কবিতা তলত প্ৰকাশ কৰিলো—

### ধুমুহা

নীল সমুদ্ৰৰ উতলা বুকুত
উঠিছে ধুমুহা বাও,
লুইতৰ হিয়া উখল মাখল
থিৰেবে নচলে নাও।
নাই গুৰিবঠা নামানে ধৰণী
তাল কাটি কাটি নাচিছে তৰণী
উঠিছে পৰিছে প্ৰবল সোঁতত
কেনিবা আঁতৰি যাওঁ!
( আজি ) তেজেৰে ৰাঙলী গধূলি আকাশ
তেজেৰে ৰাঙলী উষা,
তেজেৰে ৰাঙলী মেঘৰ বিজুলী
বিগত মাধবী নিশা।
এইবেলা তুমি লুইত কুঁৱৰী,
পথ হেৰুৱাই নাযাবা আঁতৰি,
বীণাখনি এৰি শঙ্খ ধ্বনিৰে
জগোৱা নতুন আশা।

তুমি লুইতৰ নন্দন বনৰ
সৰ্পজৰিতা লতা,
চন্দন বনৰ গন্ধ-মোহিতা—
পাহৰি পেলালা কথা।

কুসুমে কুসুমে আকাশ ভৰাই,
কুসুম গন্ধ মদিৰা বিলাই,
নপৰে মনত কোন সৰগত
আছিলে আসন পতা।

ৰাৱণৰ চিতা সজোৱা কুঁৱৰী
জ্বলোৱা অগনি শিখা,
হিয়া ফালি দিয়া তেজৰ আহুতি
পাহৰি ভাগ্যৰ লিখা!

লগতে জাপিবা বসন ভূষণ
গন্ধ পুষ্প বিলাস ব্যসন
জিলিকি উঠিব শিৰৰ সেন্দুৰ
ধুলেও নুগুছে ৰেখা।

কলিয়া মেঘত হাঁহিলে বিজুলী
তুমিও হাঁহিবা ৰাণী,
মেঘে গৰজিলে গৰজি উঠিবা
শুনাবা অভয় বাণী।

কোচতে গঢ়িবা মৰণ বাহিনী
মৃত্যু শিৰত নাচিবা দামিনী
কোলাৰ কেঁচুৱা দিয়া দলিয়াই
ভেদিব উতলা পানী।

তুমি গঢ়িছিলা মাটিৰ পুতলা
তুমিয়ে সঁপিবা প্ৰাণ;

আহিব চেতনা জাগিব পুনৰ,
ৰাখিব তোমাৰে মান।
সাগৰ-মেখলা ধৰণী বুকুত
পাতিব আসন ওখ শিখৰত
তুমি গিৰিৰাণী মহিমা বিকাশি
লভিবা আপোন থান।

মোৰ ওপৰত চি-আই-ডিৰ বেঁকা চকু পৰিছে বুলি শুনি মই নিজকে চন্তালি ফুৰিছিলো। এনেতে এটা পৰিস্থিতিৰ সম্মুখীন হব লগা হল।

তেতিয়া দেশত আইন অমান্য আন্দোলন চলি আছিল। নেতাসকলে ঠায়ে ঠায়ে সভা-সমিতি পাতি ৰাইজক আন্দোলনত যোগ দিবলৈ আহ্বান কৰিছিল। সেই সময়তে আন্দোলনৰ এগৰাকী নেতৃস্থানীয়া মহিলা বৰপেটাৰ এখন ৰাজহুৱা সভাত বক্তৃতা দিবলৈ গৈ মোৰ ঘৰতে অতিথি হলগৈ। মই তেখেতৰ নাম শুনিছিলো, কিন্তু তেখেতৰ লগত মোৰ চিনা-পৰিচয় নাছিল। মোৰ পৰিবাৰে তেখেতক আদৰ-সাদৰকৈ অভ্যৰ্থনা কৰি থাকিবলৈ এটা কোঠা দিলে।

আবেলি অফিচৰপৰা ঘৰলৈ গৈ অসহযোগ আন্দোলনৰ নেতৃ-স্থানীয়া মহিলা গৰাকী ৰাজহুৱা সভাত বক্তৃতা দিবলৈ গৈ মোৰ ঘৰতে আলহী হবলৈ যোৱা দেখি মই আচৰিত হলো। মোক দেখি কলে—"আপুনি কবি আৰু নাট্যকাৰ বুলি মই জানো। 'আৱাহন'ত প্ৰকাশ হোৱা আপোনাৰ কবিতাবিলাক মই পঢ়িছো। আপোনাৰ লগত চিনাকি হওঁ বুলিয়েই মই আপোনাৰ ঘৰত আলহী হলোহি।"

মই কলো—"আপুনি অনুগ্ৰহ কৰি মোৰ ঘৰত আলহী হবলৈ অহাত মই বৰ সন্তোষ পালো। আপোনাৰ যিমান দিন থাকিবৰ ইচ্ছা ইয়াতে থাকক।"

তেওঁ ক'লে—"মই বেছিদিন থাকিব নোৱাৰোঁ। কাইলৈ এখন ৰাজহুৱা সভাত বক্তৃতা দি পৰহিলৈ উলটি যাব লাগিব।"

মই কলোঁ—"বাক কাইলৈৰ কথা কাইলৈ পাতিম। আজি আপুনি ছুখে-ভাগৰে আহি কলৈকো ওলাই যাব নেলাগে। আপুনি মোৰ নাটক পঢ়া নাই হবলা। এইখনকে আজি পঢ়ক—" বুলি মোৰ হাতেলিখা প্ৰতাপসিংহ নাটকখন তেওঁক দিলো।

সেইদিনা ৰাতি আঠমান বজাত তেওঁ নাটকখন পঢ়ি শেষ কৰি মোক কলে—"আপুনি আখেক গোহাঁইক মাৰিলে কিয়? নাটকখনৰ পিছৰ অংশ আৰু পঢ়ি ভাল নালাগিল।"*

পিছদিনা দহমান বজাত ভাত খাই উঠি তেওঁ কাপোৰ-কানি পিন্ধি ওলাই যাবলৈ প্ৰস্তুত হোৱা দেখি মই তেওঁক কলো,—"আপুনি কলৈ যাবলৈ ওলাইছে? মোৰ ঘৰৰ আলহী নাইবা আন কোনো মানুহে অসহযোগ আন্দোলনৰ বিষয়ে পতা ৰাজহুৱা সভাত যোগ দিবলৈ যাব নোৱাৰে। ময়ো আজি অফিচলৈ নাযাওঁ। আপুনি এতিয়া শুই থাকক। শুই উঠিলে আপোনাৰ লগত সাহিত্য চৰ্চ্চাত লাগি যাম।"

"কি? আপোনাৰ ঘৰত আলহী হলোহি বুলি আপুনি মোক বন্দী কৰি থব নেকি?"

মই কলো—"এৰা, কথা তেনেকুৱাই। কিন্তু এইবোৰ অভিনয়হে। আপুনি বেয়া নাপাব।"

"মই যদি এতিয়া বলেৰে ওলাই যাওঁ, আপুনি মোৰ গাত হাত দি বন্ধ কৰি থব নেকি?"

"আপোনাৰ গাত হাত নিদিওঁ। আপুনি ওলাই যাব পৰা বাটবিলাকহে বন্ধ কৰি থৈছো। আগফালৰ আৰু পাচফালৰ ছুৱাৰত তলা লগাই থৈছো। আগফালে নেপালী চকিদাৰ এটাও বহুৱাই থৈছোঁ। আজি মোৰ ঘৰৰপৰা পকৰা এটাও ওলাই যাব

* প্ৰতাপসিংহ নাটকৰ পাতনি চাওক।

নোৱাৰে, আৰু বাহিৰৰ কোনো মানুহ মোৰ ঘৰলৈ আহিব নোৱাৰে।”

তেওঁ কলে—“মোক এচ-ডি-অ’ৰ ওচৰলৈ যাবলৈ দিয়ক। এচ-ডি-অ’ৰ অনুমতি লৈ মই আজি ৰাজহুৱা সভাত যোগ দিমগৈ।”

মই কলো—“এচ-ডি-অ’ই অনুমতি দিলেও মই নিদিওঁ। আপুনি মোৰহে আলহী, এচ-ডি-অ’ৰ আলহী নহয়। এচ-ডি-অ’ক দেখা কৰিবৰ মন আছে যদি আজি গধূলি মোৰ পৰিবাৰৰ লগত যাব। চাপ্ৰাচীয়ে আপোনালোকক লৈ যাব।”

সেইদিনা গধূলি মোৰ পৰিবাৰৰ লগত তেওঁ এচ-ডি-অ’ৰ ওচৰলৈ গৈ কি কথা পাতিলে কব নোৱাৰোঁ। মোৰ পৰিবাৰে তেওঁলোকৰ লগত নবহি ভিতৰলৈ গৈ এচ-ডি-অ’ৰ পৰিবাৰৰ লগত কথা পাতিলে।

পিছদিনা তেওঁ বৰপেটাৰপৰা যাবলৈ ওলোৱাত তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি মোৰ চাপ্ৰাচীক লগত দি তেওঁক চাউলখোৱা নৈৰ সিপাৰ কৰি থোৱালো।

সেইদিনা আবেলি থানাৰ দাৰোগা শ্ৰীডম্বৰু ভূঞাই মোক লগ পাই কলে—“কালি আপোনাৰ ঘৰত এটা সুন্দৰ অভিনয় হৈ গ’ল। আপোনাৰ এই অভিনয়ৰ কথা কালিয়ে গুৱাহাটী আৰু শ্বিলং পালেগৈ।”

মই কলো—“ময়ো তাকেই বিচাৰিছিলো। মোৰ উদ্দেশ্য সিদ্ধি হোৱাৰ পিচত বিদায় পৰত মহিলা গৰাকীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলো। আশা কৰোঁ তেওঁ মোক ক্ষমা কৰিব।”

সেইকালত বৰপেটাত খোৱাবস্তু বৰ সস্তা আছিল। চাউলৰ দাম আছিল মোনে আঢ়েটকাৰ পৰা চাৰিটকালৈ। খাটি ঘিউৰ দাম আছিল সেৰত এটকা চাৰি অনা। মাছ, মঙহ, গাখীৰ, ক্ৰিম আদিও সেই অনুপাতে সস্তা আছিল। সেইকাৰণে বৰপেটাত চাৰিবছৰ কাম কৰি থকা কালত মোৰ দৰ্মহাৰ পৰাই কিছু টকা

মোৰ হাতত জমা হৈছিল। তাৰে ডিব্ৰুগড়ৰ চৌকিডিঙিত মোৰ বাবে মাটি এবিঘা কিনিবলৈ বৰ ভিনিহীদেউ নীলাম্বৰ দত্তলৈ বাৰশ টকা পঠালো। মোৰ সৰু ভাই শ্ৰীপ্ৰেমধৰ ৰাজখোৱাকো কলেজত পঢ়া খৰছ মাহে মাহে দি আছিলো।

ইংৰাজী ১৯৩৩ চনত দেউতাৰ স্বাস্থ্য ভঙ্গ হোৱাত তেওঁ জয়পুৰ মৌজা মোৰ মাজুভাই শ্ৰীধৈৰ্য্যধৰ ৰাজখোৱাক গতাই দি ডিব্ৰুগড়লৈ আহি বৰ ভিনিহীদেউ নীলাম্বৰ দত্তৰ ঘৰতে আছিলহি। তেতিয়া ডিব্ৰুগড়ত আমাৰ ঘৰ নাছিল। চিৰিং চাপৰিৰ ককাদেউতাৰ মাটি-ঘৰে সৈতে বৰ দদাইদেউ ইন্দ্ৰধৰ ৰাজখোৱাই বিক্ৰি কৰি শিৱসাগৰলৈ উঠি গল।

দেউতাৰ বেমাৰৰ খবৰ পাই মই দুমাহ ছুটী লৈ সপৰিয়ালে বৰপেটাৰ পৰা ডিব্ৰুগড়লৈ আহিলো।

সেই সময়ত মোৰ মাজুভাই শ্ৰীধৈৰ্য্যধৰ ৰাজখোৱাই চিৰিং গাৱঁৰ ওচৰত দুটামান খেৰী কেঁচা ঘৰে সৈতে এবিঘা মাটি কিনি লৈছিল। মই বৰপেটাৰপৰা আহি সপৰিয়ালে সেই ঘৰতে থাকি ঘৰকেইটা মেৰামত কৰাই মা আৰু দেউতাকো আনি সেই ঘৰতে সুমুৱালোহি।

দেউতাৰ শৰীৰ আৰু মন দুৰ্ব্বল হোৱাৰ কাৰণটো মই বুজিলো। দুখীয়া ৰাইজৰপৰা খাজানা তুলিব নোৱাৰি প্ৰত্যেক বছৰে জয়পুৰৰ আৰু ডিব্ৰুগড়ৰ কেইজনমান মহাজনৰপৰা টকা ধাৰ কৰি চৰকাৰী খাজানা শোধাব লগাত পৰিছিল। শেহত সুদে সৈতে তেওঁৰ পোন্ধৰ হেজাৰমান টকা ধাৰ লাগিল। সেই ধাৰৰ বিষয়েই ভাবি-চিন্তি থকাত মূৰঘূৰণি বেমাৰত পৰি মৌজা এৰি আহিবলৈ বাধ্য হল। সেই বছৰৰ চৰকাৰী খাজানাও দুহেজাৰমান ট্ৰেজুৰিত শোধাব লগা আছিল। ঋণমুক্ত কৰিব পাৰিলেই তেখেতৰ গা ভাল হব বুলি বুজিব পাৰি সেই দুমাহৰ ভিতৰতে মই তেখেতৰ ধাৰ মাৰিবলৈ উপায় চিন্তিলো।

মৰাণত দেউতাৰ চৌৱন্ন একৰ হাবিতলীয়া বাম মাটি আছিল।

সেই মাটি ডোখৰ তিনি হেজাৰ টকাত বেচি তাৰে ছহেজাৰ টকা চৰকাৰী খাজানা বাবদ ট্ৰেজুৰিত জমা দিলো আৰু বাকী এহেজাৰ টকা ডিব্ৰুগড়ৰ এজন মহাজনৰ ধাৰ মাৰিলো। তাৰ পিছত জয়পুৰলৈ গৈ জয়পুৰত ককাদেউতাৰ আৰু দেউতাৰ মাটি-বাৰী, ঘৰ আদি সম্পত্তি য'ত যি আছিল সেইবোৰ বাকী ধৰুৱা মহাজনসকলক ভাগ কৰি দিলো। কেৱল দেউতা থকা ঘৰটো আৰু বাৰীখন মাজুভাই শ্ৰীধৈৰ্য্যক দিলো।

দেউতা বৰ সৰল প্ৰকৃতিৰ মানুহ আছিল। জীৱনত তেওঁ কেতিয়াও কাকো ঠগ-প্ৰৱঞ্চনা কৰা নাছিল। সেইকাৰণে তেওঁক সকলো মানুহে ভাল পাইছিল। কেইজনমান মহাজনৰ হেণ্ডনোট-বিলাক তামাদী হৈ যোৱাতো তেওঁলোকে দেউতাৰ ওপৰত টকাৰ নিমিত্তে মামলা-মোকৰ্দ্দমা কৰা নাছিল। কিন্তু দেউতাই মৌজা এৰি আহিবৰ সময়ত সেই তামাদী হৈ যোৱা হেণ্ডনোটবিলাকৰ ঠাইত পুনৰ নতুন হেণ্ডনোট লিখি দি আহিল। সেইকাৰণে মহাজনসকলে আমাৰ পৈতৃক মাটি-বাৰী সম্পত্তি যাৰ ভাগত যি পালে তাকে লৈ সন্তুষ্ট হৈ হেণ্ডনোটবিলাক মোক ওলোটাই দি দেউতাক ঋণমুক্ত কৰি দিলে। শেহত দেউতাৰ ধাৰ থাকিল মুঠেই চাৰিশ টকা। এই টকাটো মোৰ দৰ্ম্মহাৰ পৰাই মাহে মাহে দি সুদে সৈতে আদায় কৰি দিম বুলি গাত লোৱাত মহাজন সন্তুষ্ট হ'ল।

দেউতাৰ গা ভাল নাছিল কাৰণে মোক ডিব্ৰুগড়ৰ ওচৰতে কোনো এটা চাৰ্কোলত পোষ্ট কৰিবলৈ অনুৰোধ কৰি কমিচনাৰ বেণ্টিঙ্ক চাহাবলৈ এখন দৰ্খাস্ত দিয়াত ছুটীৰ অন্তত মোক সোণাৰি চাৰ্কোলত পোষ্ট কৰিলে।

দেউতা আৰু মাক সেৱা-শুশ্ৰূষা কৰিবলৈ আৰু ডাঙৰ লৰা-ছোৱালীকেইটিক ডিব্ৰুগড়তে স্কুলত নাম লগাই দি পঢ়ুৱাবলৈ মোৰ পৰিবাৰক লৰা-ছোৱালীৰে সৈতে সেই ঘৰতে থলো। মই অকলে সোণাৰি চাৰ্কোলৰ চাৰ্জ্জ ললোগৈ।

# সোণাৰিত

শিৱসাগৰৰ ৰিচেটেলমেণ্টৰ পিছত নাজিৰা চাৰ্কোলৰপৰা ফালি আনি নতুনকৈ স্থাপন কৰা সোণাৰি চাৰ্কোলটো সৰু, তাৰ ভালেমান ঠাই চাহ-বাগিচাবিলাকেই আৱৰি আছে। সেইকাৰণে সেই চাৰ্কোলৰ চব-ডেপুটীৰ কাম পাতল আছিল। সেই সময়তে সুবিধা পাই মোৰ খণ্ড-কবিতাবিলাক একেলগ কৰি এখন কবিতা পুথিৰ আকাৰে ছপাই উলিয়াবলৈ আয়োজন কৰিলো।

কলেজত পঢ়াকালত মোৰ সহপাঠী বন্ধু স্বৰ্গীয় সূৰ্য্যকুমাৰ ভূঞাদেৱেই মোক কবিতা লিখিবলৈ উদগণি দিছিল। খণ্ডকবিতা-বিলাক একেলগ কৰি তেওঁলৈ পঠোৱাত তেওঁ পুথিখনৰ নাম দিলে 'নিজৰা' আৰু ইয়াৰ পাতনি লিখি দি পুথিখন ৰাইজৰ আগলৈ উলিয়াব পৰা কৰিলে। 'নিজৰা' কলিকতাত ছপা কৰাই আনিলে মোৰ সৰু ভাই শ্ৰীপ্ৰেম মইনাই আৰু প্ৰথম তাঙৰণৰ ছপা খৰছ দিলে মোৰ ভনী শ্ৰীমতী প্ৰিয়বালা বৰুৱাই। 'নিজৰা'ৰ প্ৰথম সাতটি কবিতা মই কলেজত পঢ়া কালৰপৰা জীৱনৰ আগ-বয়সত লিখা। জীৱনৰ আগবয়সত লিখা বাকী কবিতাবিলাক 'নিজৰা'ৰ কবিতাবিলাকৰ লগত খাপ নাখায় কাৰণে সেইবিলাক আঁতৰাই থৈ 'উদগণি' নাম দি আৰু এখন কবিতা পুথি ছপাই উলিয়াম বুলি ভাবিছিলো। কিন্তু 'উদগণি' ছপাই উলিয়াবলৈ সময় আৰু সুবিধা নাপালো। সেইখন এতিয়াও হাতেলিখা অৱস্থাতে পৰি আছে। 'নিজৰা'ৰ সৰহভাগ কবিতা লিখিছিলো মই শিৱসাগৰত, বৰপেটাত আৰু সোণাৰিত কাম কৰি থকা কালত। 'উষা', 'বাঁহী', 'আলোচনী', 'আসাম বান্ধৱ', 'মিলন', 'ঘৰ-জেউতি'

আদি আলোচনীবিলাক অচল হৈ পৰা কালত নতুনকৈ ওলোৱা 'আৱাহন'খন জনপ্ৰিয় কৰি দীৰ্ঘজীৱী কৰাই আমাৰ প্ৰধান উদ্দেশ্য আছিল। কিন্তু সেইকালত জনপ্ৰিয় জাতীয়তাবাদী কবিতা লিখিবলৈ সাহ কৰিব নোৱাৰি ডেকা-গাভৰুসকলৰ মন আকৰ্ষণ কৰিবলৈ তেওঁলোকৰ মনত খাপ খাই পৰা আৰু মোৰ অন্তৰৰপৰা আপোনা-আপুনি ওলাই অহা কিছুমান প্ৰেমৰ কবিতা লিখি আৱাহনত প্ৰকাশ কৰিছিলো। এই প্ৰেমৰ কবিতাসমূহৰে সৈতে 'নিজৰা'খন স্কুল-কলেজৰ পাঠ্যপুথি কৰা মোৰ উদ্দেশ্য নাছিল। এইখন লৰা-ছোৱালীৰ পাঠ্যপুথি কৰিলে সেই কালৰ সমালোচকসকলে কলমৰ খোচত মোক থকাসৰকা কৰিব বুলি মই জানিছিলো। 'নিজৰা' মেট্ৰিক পৰীক্ষাৰ পাঠ্যপুথি কৰিলে কলিকতা বিশ্ববিদ্যালয়ে; কিন্তু গাঁলি খালো মই। আমাৰ সমাজৰে এজন শিক্ষিত ডাঙৰ মানুহে এদিন মোক লগ পাই ক'লে,—"এইবোৰ কি 'পয়েটিকেল ননচেন্স' লিখি লৰা-ছোৱালীৰ পাঠ্যপুথি কৰিবলৈ দিছা?" 'মহম্মদী' নামে এখন বাতৰি কাকতত কোনোবা এজন সমালোচকে লিখিলে,—"ৰূপহী চতলাৰ উঠন বুকু', 'ডেকা মানাহৰ লুভীয়া চকু' 'গাভৰু ছোৱালীৰ চাদৰে নাঢাকে বুকু', 'ঘামত তিতা মেখেলা', 'হোমৰ কাষত আশা পালি থকা বিৰহী যক্ষ' আদি কবিৰ স্বভাৱ-সুলভ নিলাজ কথাৰ এখন প্ৰেমৰ কবিতাৰ পুথি লৰা-ছোৱালীৰ পাঠ্যপুথি কৰিছে।" আৰু কোনে ক'ত কি লিখিলে, কি ক'লে মোৰ মনত নপৰে। কিন্তু দুবছৰ চলাৰ পিছত 'নিজৰা' মেট্ৰিক পৰীক্ষাৰ পাঠ্যপুথিৰ তালিকাৰ পৰা বাদ দিবলৈ কলিকতা বিশ্ব-বিদ্যালয়ক বাধ্য কৰিলে আৰু ময়ো ৰক্ষা পালো।

স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াকে আদি কৰি ওখ খাপৰ সাহিত্যিকসকলে 'নিজৰা'ৰ কবিতাবোৰ পঢ়ি মোক গালি নাপাৰি আৰু লিখিবলৈ উৎসাহহে দিছিল যদিও 'নিজৰা' মেট্ৰিক পৰীক্ষাৰ পাঠ্যপুথি নকৰি বি-এ পৰীক্ষাৰ পাঠ্যপুথি কৰা হ'লেও এই

সমালোচকসকলে মোক ঠেকেচি পেলালেহেঁতেন। সেইকাৰণে ইং ১৯৩৮ চনত স্বৰ্গীয় ডঃ বাণীকান্ত কাকতিদেৱে 'নিজৰা'ৰ বিষয়ে মোলৈ যিখন চিঠি লিখিছিল সেই চিঠিখন মই প্ৰকাশ নকৰিলো। সেই চিঠি মোৰ হাততে আছে। এতিয়া সেই চিঠিৰ সাৰাংশ তলত প্ৰকাশ কৰিলো।

Dr. B. Kakati, M.A., Ph.D. Dated 17. 3. 38.
Professor, Cotton College
GAUHATI, Assam.

My dear Mr. Rajkhowa,

It is some time since I received an esteemed copy of your 'Nijara' with your kind letter. As I had the papers of various examinations in hand, I am late in answering your letter. I have read through your poems with great delight. I hope more would be coming in future. But the book is too stiff for the matric examination. In my opinion its appropriate place will be for the B.A. examination in Assamese. It may be a little too stiff for I. A. The ideas expressed are abstruse and pre-suppose experiences on the part of the readers either actual or imaginative for appreciation.

I hope it will have its proper place.

Yours faithfully,
B. Kakati.

নিজৰাৰ 'বাঁহী' নামৰ কবিতাটো ইং ১৯০৯-১০ চনত মই কটন কলেজত প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়াকালত বেজবৰুৱাৰ

'বাঁহী'ত প্ৰকাশ কৰিছিলো। 'বালিভাত' নামৰ কবিতাটো লিখিছিলো ইং ১৯১৩ চনত কটন কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰসকলে ব্ৰহ্মপুত্ৰৰ বালিত বালিভাত খোৱা উপলক্ষে। 'প্ৰেমিক সন্ন্যাসী' নামে কবিতাটো লিখিছিলো স্বৰ্গীয় কবি যতীন্দ্ৰনাথ দুৱৰাৰ উদ্দেশ্যে আৰু 'সন্ধিয়াৰ সুৰ' নামৰ কবিতাটো লিখিছিলো মহিলা কবি শ্ৰীযুতা নলিনীবালা দেৱীৰ উদ্দেশ্যে। তেতিয়ালৈকে মই তেখেতক দেখা নাছিলো যদিও সেইকালত ছপা হৈ ওলোৱা তেখেতৰ 'সন্ধিয়াৰ সুৰ' নামৰ কবিতা পুথিখনিৰ ভাব আৰু ভাষাই মোৰ অন্তৰত দকৈ সাঁচ বহুৱালে।

সোণাৰি চাৰ্কোলত এবছৰমান কাম কৰাৰ পিছত এদিন এখন ইউৰোপীয় চাহ-বাগিচাৰ ইংৰাজ মেনেজাৰ এজনে এখন চিঠি দি মোক মতাই পঠালে। ইংৰাজৰ দিনত আমাৰ নিচিনা চৰকাৰী চাকৰিয়ালসকলৰ ওপৰত চাহ-বাগিচাবিলাকৰ ইউৰোপীয় মেনেজাৰসকলৰ ক্ষমতা একোজন ডেপুটী কমিচনাৰৰ ক্ষমতাৰ প্ৰায় সমানেই আছিল। তেওঁলোকৰ হুকুমমতে নচলিলে নেটিভ অফিচাৰ কামত তিষ্ঠিব পৰাই টান আছিল। সেইকাৰণে চাহাবে মাতিলে যেতিয়া যাবই লাগিব।

পিছদিনা বাইচিকেলত উঠি চাহাবৰ বঙলালৈ গৈ মোৰ পৰিচয়-পত্ৰ চাহাবক দিবলৈ বাহিৰত থকা বেহেৰাটোৰ হাতত দিলো। কিন্তু চাহাব ওলাই নাহিল। কুৰি মিনিটমানৰ পিছত বেহেৰাটো ওলাই আহি মোক কলে—"চাহাবে আপোনাক অফিচলৈ যাবলৈ কৈছে।"

অপমান পাই বিদ্ৰোহী হব খোজা মনটো বলেৰে দমন কৰি মই গলো তেওঁৰ অফিচলৈ। অফিচত কেইজনমান কেৰাণী-মহৰীয়ে কাম কৰি আছিল। বৰ কেৰাণীজনে তেওঁৰ সমুখত থকা নালভগা চকি এখনত মোক বহিবলৈ ক'লে। কিন্তু মই তাত নবহি ইফালে-সিফালে ঘূৰি বাগিচাৰ কল-কৰখানাবোৰকে চাই ফুৰিবলৈ ধৰিলো। এনেকৈ পোন্ধৰ মিনিটমান বাট চোৱাৰ পিছতো

চাহাবজন অফিচলৈ নহা দেখি মই বৰ কেৰাণীজনক কলো—“আপোনাৰ চাহাবে মোক মাতিছিল কাৰণে মই আহিছিলো। মই ইয়াত অপেক্ষা কৰি থাকিব নোৱাৰো। মোৰো অফিচত কাম আছে। মোৰ লগত আপোনাৰ চাহাবৰ কিবা আছে যদি তেওঁক মোৰ অফিচলৈ যাবলৈ কব। মই আৰু ইয়ালৈ নাহো।” এই বুলি গুচি আহিলো।

দুদিনমানৰ পিছত পুৱা আঠমান বজাত সেই চাহাবজন গল মোৰ অফিচলৈ। সোণাৰিত চব-ডেপুটীৰ অফিচ আৰু চব-ডেপুটী থকা চৰকাৰী ঘৰ তেতিয়া একেটা কম্পাউণ্ডতে ওচৰা-উচৰিকৈ আছিল। মোৰ চাপ্ৰাচীয়ে অমুকখন বাগিচাৰ মেনেজাৰ চাহাবজন আহিছে বুলি মোক খবৰ দিয়াত মই কলো—“তেওঁক মণ্ডলৰ অফিচতে বহিবলৈ দেগৈ।”

“মণ্ডলৰ অফিচত কেইখনমান নালভগা চকিহে আছে। আপোনাৰ অফিচ কোঠাটো খুলি দি চাহাবজনক তাতে বহিবলৈ দিমনেকি” বুলি চাপ্ৰাচীয়ে সোধাত মই কলো—“মোৰ অফিচ নুখুলিবি। মই গ'লে খুলিবি। চাহাবক নালভগা চকি এখনতে বহিবলৈ দেগৈ।”

চাপ্ৰাচী ওলাই যোৱাৰ পিছত মই দাড়ি খুৰালো, মুখ ধুলো, চাহপানী খালো। তাৰ পিছত কাপোৰ পিন্ধি ওলাই যাবলৈ কুৰি মিনিটমান সময় লাগিল। অফিচলৈ গৈ চাহাবজনক অফিচৰ বাৰান্দাতে থিয় হৈ ৰৈ থকা দেখি মই কলো—“অ' তুমি আহিছা। আহা, মোৰ অফিচতে বহো।”

চাপ্ৰাচীয়ে কোঠাটোৰ দুৱাৰখন খুলি দিয়াত মই সোমাই গৈ মোৰ অফিচৰ চকিখনত বহিলো। চাহাবজনক সমুখত থকা বেতৰ চকিখনত বহিবলৈ দি সুধিলো,—“মোৰ লগত তোমাৰ কিবা কাম আছে নেকি?”

চাহাবজনে তেওঁৰ লগত অনা মেপ এখন মেলি দেখুৱাই মোক

ক'লে—"আমাৰ এই ফি চিম্পল গ্ৰাণ্টটোৰ এইটো সীমাৰ পিলাৰ-বিলাক হেৰাল। জৰিপ কৰি এই পিলাৰবিলাকৰ ঠাইত খুটি মাৰি দিব লাগে।"

মই কলো—"তোমাৰ ফি চিম্পল গ্ৰাণ্টৰ সীমা দেখুৱা কাম আমাৰ নহয়। তুমি প্ৰাইভেট ছাৰ্ভেয়াৰ নিযুক্ত কৰিব লাগিব। তথাপি তুমি মোক অনুৰোধ কৰিলা কাৰণে মই তোমাক সহায় কৰিম। তুমি আঠ অনাৰ কোৰ্ট ফি টিকট লগাই এখন দৰ্খাস্ত দিব লাগিব।"

চাহাবে কলে—"মই এতিয়াই এখন চিঠি তোমালৈ লিখি দিলে নহব জানো?"

মই কলো—"নহয়। দৰ্খাস্তত কোৰ্ট ফি ষ্টাম্প দিব লাগিব। আজি অফিচ বন্ধ; টিকট নোপোৱা। তোমাৰ বৰ কেৰাণীক কবা, টিকট লগাই এখন দৰ্খাস্ত দিবলৈ।"

মোৰ কথা শুনি চাহাবে আৰু একো নকলে। মেপখন চপাই লৈ লাহেকৈ উঠি গুচি গ'ল। কিন্তু চাহাবে মই কোৱামতে দৰ্খাস্ত নিদিলে।

এই ঘটনাৰ কিছুদিনৰ পিছত যোৰহাটৰ ডি-চি ৰাকাৰ চাহাব মোৰ অফিচ চাবলৈ আহিব বুলি খবৰ পাই নিৰ্দ্দিষ্ট দিনত চাহাবক দেখা কৰিবলৈ গৈ ডাক-বঙলাত অপেক্ষা কৰি আছিলো। যথা সময়ত চাহাবৰ চাপ্ৰাচী, বেহেৰা, খান্‌চমাইতে চাহাবৰ মালবিলাক লৈ ডাক-বঙলা পালেহি, কিন্তু চাহাবজন নাহিল। বৰচাহাব নাহিল কিয় বুলি সোধাত চাপ্ৰাচীয়ে কলে—"বৰচাহাব ইয়াত নেথাকে। অমুক চাহাবৰ বঙলাত আলহী হৈ থাকিব।"

যিখন বাগিচাৰ চাহাবৰ লগত মোৰ মনোমালিন্য হৈছিল, সেই চাহাবজনৰ বঙলাতে বৰচাহাব আলহী হৈ থাকিব বুলি খবৰ পাই মই বৰচাহাবক দেখা কৰিবলৈ সেই বাগিচাৰ চাহাবজনৰ বঙলালৈ নগলো।

পিছদিনা এঘাৰমান বজাত বৰচাহাব আহিল মোৰ অফিচ চাবলৈ। অফিচৰ কাকত-পত্ৰ চাই থাকোঁতেই তেওঁ মাজতে মোক সুধিলে—"তুমি ইউৰোপীয় চাহবাগিচা থকা কোনো চাৰ্কোলত কেতিয়াবা কাম কৰিছিলানে ?"

মই কলো—"কৰিছিলো, মই তিনিচুকীয়া চাৰ্কোলত আৰু শিৱসাগৰ চাৰ্কোলত কাম কৰিছিলো।"

চাহাবে আৰু একো নোকোৱা দেখি মই সুধিলো—"মোক এইষাৰ কথা কিয় সুধিলে ? ইয়াৰ বাগিচাৰ চাহাববোৰে মোৰ কথা কিবা কৈছেনেকি ?"

চাহাবে কলে—"কৈছে। তেওঁবিলাকে তোমাক ভাল নাপায়। তেওঁলোকক লগ পালে তুমি চালাম নিদিয়া, আৰু তেওঁবিলাকে কোনো কাম কৰিবলৈ অনুৰোধ কৰিলে তুমি নকৰা।"

মই কলো—"গৱৰ্ণমেণ্ট অফিচাৰে বাগিচাৰ চাহাব লগ পালে চালাম দিব লগা নিয়ম আছে যদি মই নাজানোঁ। চালাম দিব লাগে যদি দিম বাৰু আজিৰপৰা। কিন্তু তেওঁবিলাকে মোক কোনো বে-আইনী কাম কৰিবলৈ অনুৰোধ কৰিলে মই তেনে কাম নকৰোঁ আৰু তেওঁবিলাকে মাতিলে মই নেযাওঁ। আপুনি যিজন চাহাবৰ ঘৰত আলহী হৈ আছে, সেই চাহাবজনে মোক চিঠি দি মাতি নি বৰ অপমান কৰিলে।"

মোৰ কথা শুনি চাহাবে আৰু একো নকলে। অফিচ চাই কিবাকিবি কিছুমান লিখি লৈ গ'ল। কি লিখিলে মোক নেদেখুৱালে।

সাতদিনমানৰ পিছত শিৱসাগৰলৈ গৈ এচ-ডি-অ' পি-চি সেনগুপ্তক দেখা কৰি ডি-চিয়ে মোৰ অফিচ চাই কি লিখিলে বুলি সোধাত তেওঁ কলে—"ডি-চিয়ে আপোনাৰ অফিচ চাই দোষ ধৰিবলৈ একো নাপালে যদিও, তেওঁৰ 'ইন্সপেক্সন নোট'টোৰ তলত মন্তব্য স্বৰূপে লিখিছে,—"Sonari Circle is too light for an

**experienced officer like him. He should be transferred to a heavy circle.”** সেই কাৰণে আপুনি এতিয়া বদলি হৈ আন ঠাইলৈ যাবলৈ প্ৰস্তুত হৈ থাকক।”

তেতিয়া বেণ্টিঙ্ক চাহাবৰ ঠাইত হিগিন্স চাহাব কমিচনাৰ আছিল। দহদিনমানৰ পিছত তেওঁ মোক তেজপুৰলৈ বদলি কৰা আদেশ পালো।

# তেজপুৰত

সোণাৰি চাৰ্কোলৰ চাৰ্জ্জ আন এজন অফিচাৰক দি ডিব্রুগড়লৈ আহি দেউতাক সকলো কথা ভাঙি-পাতি কলত দেউতাই কলে—"এতিয়া অসহযোগ আন্দোলন চলি আছে। তদুপৰি আজিকালি ৰাজ্য শাসনৰ ক্ষমতা কিছু পৰিমাণে আমাৰ নেটিভ মন্ত্রীসকলৰ হাতলৈ আহিছে। সেইকাৰণে বৰচাহাবে তোক আন একো শাস্তি দিবলৈ সুবিধা নেপাই চাৰ্কোলৰপৰা বদলি কৰাই দিয়ালে। আগৰ দিনত হোৱা হ'লে বাগিচাৰ চাহাবৰ লগত ফেৰ পতাৰ কাৰণে তোক কামৰপৰা খেদিয়ে দিলেহেঁতেন। এতিয়া বদলি কৰা আদেশ পালন কৰি তেজপুৰলৈ গৈ কামত জইন কৰগৈ। কিন্তু মোৰ গা ভাল নহয় কাৰণে কমিচনাৰ বেন্টিঙ্ক চাহাবে তোক নিলগৰপৰা আনি ঘৰৰ ওচৰত সোণাৰি চাৰ্কোলত প'ষ্ট কৰিছিল। তেজপুৰলৈ গৈ কামৰ চাৰ্জ্জ লৈ তোক পুনৰ ঘৰৰ ওচৰলৈ বদলি কৰিবলৈ অনুৰোধ কৰি হিগিন্স চাহাবলৈ এখন দৰ্খাস্ত দিবি।"

মোৰ পৰিয়ালটো দেউতাৰ লগতে ডিব্রুগড়ত থৈ অকলে তেজপুৰলৈ গৈ তেজপুৰ সদৰ চাৰ্কোলৰ চাৰ্জ্জ ললো। কিছুদিন কাম কৰাৰ পিছত দেউতাৰ গা ভাল নাছিল কাৰণে মোক ঘৰৰ ওচৰৰ চাৰ্কোল এটালৈ বদলি কৰিবলৈ অনুৰোধ কৰি হিগিন্স চাহাবলৈ এখন দৰ্খাস্ত দিলো।

সেই সময়তে ৰজা পঞ্চম জৰ্জ্জৰ পঁচিশ বছৰীয়া ৰাজত্ব উপলক্ষে ৰূপালী জয়ন্তী উৎসৱ পাতিছিল। যিসকল গৱৰ্ণমেণ্ট অফিচাৰৰ কাম-কাজত ভাল নাম আছিল সেইসকলক 'চিলভাৰ জুবিলী মেডেল' নামে এটা ৰূপৰ পদক দিছিল। এখন ৰাজহুৱা সভাত ডেপুটী

কমিচনাৰে মোকো তেনেকুৱা এটা মেডেল দিয়াত বুজিব পাৰিলো যে, তেতিয়ালৈকে চৰকাৰী কামত মোৰ ভাল নামেই আছিল।

তেজপুৰত পাঁচমাহ কাম কৰাৰ পিছত কমিচনাৰ হিগিন্স চাহাবে মোৰ অনুৰোধ মতে মোক যোৰহাট টাউন চাৰ্কোললৈ বদলি কৰিলে।

সেইবাৰ তেজপুৰত মুঠেই পাঁচমাহ আছিলো যদিও তেজপুৰীয়া ৰাইজৰ আদৰ-সাদৰ পাইছিলো যথেষ্ট। সেইবাৰ তেওঁলোকৰ ৰঙালী বিহু উৎসৱৰ মুকলি সভাত মোক আদৰ-সাদৰকৈ মাতি নি সভাপতি পাতি ফুলৰ মালা পিন্ধাই এখন বিহুৰ গামোচা উপহাৰ দিছিল। সেইদিনা স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱাদেৱেও নিৰ্দ্দিষ্ট বক্তাৰ আসনৰপৰা এটি বক্তৃতা দিছিল। সভাপতিৰ আসনৰপৰা দিয়া মোৰ অভিভাষণখন পিছত 'আৱাহন'ত ছপা হৈ ওলাইছিল।

'নিজৰা' ছপা হৈ ওলোৱাৰ পিছত তেজপুৰৰ গাভৰু নৈৰ পাৰত কেম্প কৰি থকা কালত 'গাভৰু' নামে কবিতা এটি লিখি 'আৱাহন'ত প্ৰকাশ কৰিছিলোঁ। সেইকালৰ ৰাইজে এই কবিতাটি ভাল পাইছিল। সেইকাৰণে এইটো পেলাই নিদি তলত প্ৰকাশ কৰিলোঁ।

## গাভৰু

হাঁহি খেলি ঢউ তুলি গাভৰু তটিনী
মনোৰমা গতি যেন নিচেই আজলি,
ভাঙিছা পাতিছা পাৰ খলকনি তুলি
বাঁহ ভঙা, সূতা ছিঙা নাচনী ছোৱালী।

গাভৰু গাভৰু বুলি আকুল সুৰেৰে
কোনে মাতে নিলগত বাঁহীটি বজাই,
সেউজীয়া বৰণৰ চুলিটাৰি মেলি
অনন্ত যৌৱন লৈ আহিল ওলায়।

মুকলিমূৰীয়া মোৰ অসম গাভৰু
কোনে জানো বাধা দিলে নিজান থলিত,
সউ পাৰে বৈ গ'ল খোপাৰ কুসুম
এই পাৰে বিহাখনি ৰূপালী বালিত।

মনেপতা দৰা পাই গাভৰু তটিনী
উলাহতে মিলি গ'ল পৰৰ প্ৰাণত,
সেইদিনা এনেদৰে শোণিত কুঁৱৰী
উলাহতে পাৰ হ'ল গাভৰু ঘাটত।

এই ঘাটে পাৰ হ'ল চিত্ৰলেখা সখী
পাহি সৰি পৰি গ'ল লীলা কমলৰ,
মায়ানে সপোন একো বুজিব নোৱাৰি
আঁচলতে বন্ধা ৰ'ল ৰূপহ কোঁৱৰ।

এতিয়া সন্ধিয়া হ'ল অসম-গাভৰু
অকলশৰীয়া হৈ নাচাপিবা ঘাট
নিছিঙিবা বনফুল কাঁইটে ফুটিব
নেমেলিবা অচিনাকি আচহুৱা হাত।

মুঠিবা পুৱতী নিশা অসম-গাভৰু
সপোনত দেখা পাবা ৰূপহ কোঁৱৰ,
তুমি হবা অতীতৰ উষা-চিত্ৰলেখা
সপোনতে পাবাগৈ দ্বাৰকা নগৰ।

# যোৰহাটত

যোৰহাট সদৰ চাৰ্কোলৰ চাৰ্জ্জ লৈ তাত লৰা-ছোৱালী পঢ়ুৱাবলৈ সুবিধা পাই মোৰ পৰিয়ালটোকো ডিব্ৰুগড়ৰ পৰা যোৰহাটলৈ আনিলো। ধাৰ-ঋণৰ পৰা মুক্ত হৈ নিশ্চিন্তমনে থকাত দেউতাৰ শৰীৰৰ অৱস্থা আগতকৈ ভালেখিনি উন্নত হল। সেই সময়ত শিৱসাগৰৰ ৺মাণিকচন্দ্ৰ বৰুৱা ককাইদেৱে ডিব্ৰুগড়ৰ দেউতা থকা ঘৰটোৰ ওচৰতে লগা-লগিকৈ থকা ঘৰ এটা কেৰেয়ালৈ লৈ সপৰিবাৰে তাতে থাকিবলৈ ল'লে। দেউতা আৰু মাৰ লগত চাকৰ এটা আৰু ৰান্ধনি এটা দি মাণিক ককাইদেউৰ আশ্ৰয়তে এৰি আহিবলৈ সুবিধা পালো।

সেই সময়ত যোৰহাটত অসহযোগ আন্দোলনৰ গণ্ডগোল বিশেষ একো নাছিল। মোক চৰকাৰী চাকৰিয়াল বুলি যোৰহটীয়া ৰাইজেও ঘৃণাৰ চকুৰে চোৱা নাছিল। যোৰহাট কলেজৰ ছাত্ৰ-সকলে আৰু ৰাইজেও মোক আদৰ-সাদৰকৈ মাতি নি তেওঁলোকৰ ৰাজহুৱা সভাৰ সভাপতিৰ আসনত বহুৱাইছিল।

যোৰহাটত দুবছৰমান কাম কৰাৰ পিছত এদিন কমিচনাৰ হিগিন্স চাহাব যোৰহাটলৈ আহিল। মই তেওঁক দেখা কৰিবলৈ যোৱাত তেওঁ মোক সুধিলে—"তোমাক তহচিলদাৰ কৰি মাজুলীলৈ বদলি কৰিলে তোমাৰ যাবৰ ইচ্ছা আছেনে?"

মই কলো—"ছাৰ, খাজনা তোলা কামটো মই বৰ বেয়া পাওঁ; সেইকাৰণে তহচিলদাৰ হবৰ মোৰ ইচ্ছা নাই।"

হিগিন্স চাহাবে মোক তহচিলদাৰ কৰি মাজুলীলৈ পঠাব খোজাৰ কাৰণটো কিছুমান দিনৰ পিছত মাজুলীৰ তহচিলদাৰ

শ্ৰীনবহঁাস গোস্বামীৰ পৰাহে জানিব পাৰিলো। হিগিন্স চাহাব আছিল এজন নিপুণ চিকাৰী। তেওঁ সময়ে সময়ে মাজুলীলৈ গৈ নবহঁাস গোস্বামীক লগত লৈ হাঁহ চিকাৰ কৰি ফুৰিছিল। তেতিয়া নবহঁাস গোস্বামীয়ে ছুটী লোৱাত তেওঁৰ ঠাইত আন এজনক তহচিলদাৰ কৰি পঠাবৰ আৱশ্যক হৈছিল। ময়ো এজন চিকাৰী বুলি তেওঁ ভালকৈয়ে জানিছিল। সেইকাৰণেই বোধ কৰোঁ মই যাবলৈ অমান্তি হোৱাত তেওঁ বেয়াই পালে। কিন্তু মোক একো নকলে।

হিগিন্স চাহাব যোৰহাটৰপৰা উলটি যোৱাৰ কিছুদিনৰ পিছত তেওঁ মোক শিৱসাগৰলৈ বদলি কৰাৰ আদেশ পালো।

শিৱসাগৰলৈ বদলি কৰাত মই বেয়া পোৱা নাছিলো। কিন্তু তেতিয়া শিৱসাগৰত ছোৱালী হাইস্কুল নাছিল কাৰণে ছোৱালী পঢ়ুওৱাৰ অসুবিধা হল আৰু ছোৱালী কেইজনীৰে সৈতে মাকক পুনৰ ডিব্ৰুগড়লৈ পঠাব লগা হল।

তেতিয়া চিৰিংচাপৰিত দেউতা থকা কেচা ঘৰকেইটা ভাগি-ছিগি মানুহ থাকিব নোৱাৰা হৈছিল। সেইকাৰণে চৌকিডিঙি মই কিনি থোৱা মাটিডোখৰৰ ওচৰতে ঘৰ এটা কেৰেয়ালৈ লৈ দেউতা আৰু মাক তালৈ নিলো আৰু ছোৱালী কেইজনীৰে সৈতে মাককো তাতে থলো। লৰা দুটাক মোৰ লগতে ৰাখি শিৱসাগৰৰ হাইস্কুলত নাম লগাই দিলো।

# শিৱসাগৰত দ্বিতীয়বাৰ

ইং ১৯৩৭ চনত দহ বছৰৰ পিছত পুনৰ শিৱসাগৰলৈ আহি মোৰ পুৰণি বন্ধু-বান্ধৱসকলক লগ পালোহি। তেতিয়া মোৰ সহপাঠী বন্ধুসকলে ৰঙ্গমঞ্চত অভিনয় কৰা আৰু খেল-ধেমালি আদি সকলো বাদ দি একমনে ধন উপাৰ্জ্জন কৰাত লাগি গৈছিল। কিন্তু তেতিয়াও মোৰ মন আগৰ নিচিনাই হৈ আছিল কাৰণে আমাতকৈ ভালেমান তৰপৰ পিছৰ শ্ৰীসহজা ভৰালী, শ্ৰীশিৱপ্ৰসাদ বৰুৱা, শ্ৰীপুষ্পধৰ চলিহা, শ্ৰীফটিক চলিহা, শ্ৰীউপেন কটকী, শ্ৰীসুৰেন ভাগৱতী, তাৰা সিং আদি নাট্যামোদী ডেকাসকলৰ লগ লৈ তেওঁলোকৰ খেল-ধেমালিত যোগ দিলো। তেওঁলোকেও মোক লগ পাই ভাল পালে। তেতিয়া মই ৰঙ্গমঞ্চত অভিনয় কৰা নাছিলো যদিও দিহা-পৰামৰ্শ দি তেওঁলোকক সহায় কৰিছিলো। এই তৰপৰ ডেকাসকলেও দুৰ্গাপূজাত অভিনয় কৰিবলৈ নতুন নাটক লিখি দিব লাগে বুলি মোক টানি ধৰাত ইং ১৯৩৮ চনত 'দেবযানী' নামে আৰু তাৰ পিছৰ বছৰ 'মনৰ মানুহ' নামে দুখন নতুন নাটক লিখি তেওঁলোকক দিছিলো। তেওঁলোকে সুখ্যাতিৰে এই দুইখন নাটক অভিনয় কৰিছিল। অসমৰ অন্যান্য ঠাইৰ ৰঙ্গমঞ্চতো 'দেবযানী' নাটকৰ সুখ্যাতিৰে অভিনয় হৈছিল। কিন্তু ছেক্সপীয়েৰৰ **Twelvth Night** নামে নাটকৰ ছাঁ লৈ ৰচনা কৰা মোৰ 'মনৰ মানুহ' নামে নাটকখন শিৱসাগৰৰ ডেকাসকলৰ হাততে থাকি আছিল। সেইখন এতিয়াও বিচাৰি পোৱা নাই।

লগৰীয়া সমনীয়াসকলৰ পৰা উৎসাহ পাই শিৱসাগৰত থকা-কালতে সাহিত্য-চৰ্চ্চাত মন বহিছিল। এইবাৰো শিৱসাগৰত

থকাকালতেই নাটক লিখাৰ উপৰিও মাজে মাজে খণ্ড-কবিতা লিখি সাময়িক আলোচনী কেইখনত প্ৰকাশ কৰিছিলো।

সেইকালত শিৱসাগৰৰ এচ-ডি-অ' আছিল শ্ৰীশিশিৰ কুমাৰ দত্ত আই-চি-এছ। তেওঁ পিছত অসম চৰকাৰৰ মুখ্য সচিব হৈছিল। তেওঁ এদিন মোক অফিচলৈ মাতি নি কলে—"কমিচনাৰ হিগিন্স চাহাবৰ এখন চিঠি পাইছো। তেওঁ সুধিছে, আপোনাক দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি ইয়াত ক্ৰিমিয়েল কেচবিলাক লবলৈ দিলে আপোনাৰ নিজৰ কামৰ উপৰি এই কাম চম্ভালিব পাৰিবনে?"

মই কলো—"একেজন অফিচাৰে এচ-ডি-চিৰ কাম আৰু ই-এ-চিৰ কাম একেলগে চম্ভালিব পৰা সম্ভৱ নহয়। এচ-ডি-চিয়ে বছৰৰ সৰহ ভাগ দিন মফছলতে কটাব লাগে।"

তেওঁ কলে—"এৰা, ময়ো তাকে ভাবিছো। আপোনাৰ নিজৰ কামৰ উপৰি ক্ৰিমিনেল কেচ লবলৈ সময় হব কেনেকৈ? মই কমিচনাৰলৈ তাকে লিখিম।"

কেইমাহমানৰ পিছত হিগিন্স চাহাবৰ ঠাইত ৰাকাৰ চাহাব কমিচনাৰ হল। হিগিন্স চাহাবে দুবাৰ যাচি দিয়া নতুন কামৰ ভাৰ লব নোৱাৰোঁ বুলি কোৱাত তেওঁ যাবৰ সময়ত 'কন্‌ফিডেন্সিয়েল ৰিপ'ৰ্টত মোক এটা কামোৰ মাৰি থৈ গল বুলি বহুকালৰ পিছতহে খবৰ পাইছিলো।

ৰাকাৰ চাহাব কমিচনাৰ হোৱাৰ পিছত এদিন তেওঁ শিৱসাগৰৰ অফিচ চাবলৈ আহোঁতে মই গলো তেওঁক ডাক-বঙলাত দেখা কৰিবলৈ। চাহাবজনে মোক দেখিয়েই পোনেই দপ্‌দপাই উঠি কলে—"তোমাক কোনো দায়িত্বপূৰ্ণ কামৰ ভাৰ দিব খুজিলে তুমি পাচ হুহঁকি যোৱা। এতিয়া যদি মই তোমাক ছয়গাওঁ চাৰ্কোললৈ বদলি কৰোঁ?"

মোক বহিবলৈ নোকোৱাকৈয়ে চাহাবজনে মোক তেনেকৈ ডাবি-ধমকি দি কথাবোৰ কোৱাত মোৰ মূৰ গৰম হৈ গল। মই

কলো—"তোমাৰ তলত চাকৰি কৰিছো যেতিয়া, তুমি ছয়গাঁৱলৈ নালাগে আন্দামানলৈ বদলি কৰিলেও মই যাবলৈ বাধ্য। কিন্তু তুমি যদি মোক সোধা, তোমাক আন্দামানলৈ পঠালে তোমাৰ যাবৰ ইচ্ছা আছেনে নাই, তেনেহলে মই কম মোৰ ইচ্ছা নাই। মোৰ নিজৰ কামৰ উপৰিও মোৰ মূৰত আৰু কিছুমান নতুন কামৰ ভাৰ জাপি দিবৰ ইচ্ছা কৰা যদি, তেন্তে মোক নোসোধা-কৈয়ে দিবা। মোৰ নিজৰ কাম কৰি নতুন কাম কৰিবলৈ সময় পাওঁ যদি কৰিম। সময় নেপালে সেইবোৰ পেলাই থৈ দিম। তাৰবাবে গৱৰ্ণমেণ্টে মোক যি শাস্তি দিয়ে দিব।"

মোৰ গৰম গৰম কথা শুনি চাহাবজনে অলপ শান্ত হৈ মোক কলে—"তোমাক নোসোধাকৈয়ে কোনো দায়িত্বপূৰ্ণ কামৰ ভাৰ তোমাক দিব নোৱাৰি। তুমি বহা, তোমাৰ লগত মোৰ অলপ কথা আছে।"

সমুখৰ চকিখনত মই বহাৰ পিছত চাহাবে কলে—"তোমাক মই ছয়গাওঁ চাৰ্কোললৈ বদলি কৰিব খোজা নাই। কিন্তু তোমাৰ নিজৰ কামৰ উপৰি আৰু এটা কামৰ ভাৰ তোমাক দিব লগা হৈছে। এই শিৱসাগৰ মহকুমাৰ চাৰিটা মৌজা ভাঙি তাৰ ঠাইত এটা তহচিল পাতিব লগা হৈছে। তোমাৰ চাৰ্কোলৰ কামৰ উপৰি গৌৰীসাগৰ তহচিল স্থাপন কৰা কামটো কৰিব পাৰিলে মই বৰ সন্তোষ পাম। তাৰবাবে তুমি একটিং এলাৱেন্স পাবা।"

সেই সময়ত মোৰ টকাৰ বৰ আৱশ্যক হৈছিল। ১৯৩৫ চনত যোৰহাটত থকা কালতে লাইফ ইন্সিওৰেন্স কোম্পানীৰ পৰা চাৰিহেজাৰ টকা পাই ডিব্রুগড়ৰ চৌকিডিঙিত কিনি থোৱা মোৰ মাটিডোখৰৰ ওপৰত ঘৰ এটা সজাবলৈ আৰম্ভ কৰিছিলো। কিন্তু সেই টকা শেষ হলত ঘৰটো আধা-সজাকৈ পেলাই থবলগা হল। তেতিয়া দুঠাইত দুখন ঘৰ চলাব ল'গা হোৱাত দৰ্মহাৰ টকাও ঘৰ সজা কামত লগাবপৰা নাছিলো। আগৰ সাঁচতীয়া টকা যি

আছিল সেইখিনিও ঘৰ সজা কামতে খৰছ কৰিলো; তথাপি ঘৰটো মানুহ সোমাব পৰা কৰিব নোৱাৰিলো। এতিয়া মাহে এশটকাকৈ একটিং এলাৱেন্স পালে সেই টকাৰে ঘৰটোৰ তিনিটা-মান কোঠাত মানুহ থাকিব পৰা কৰিব পাৰিম বুলি ভাবি মই চাহাবক কলো—"মই গৌৰীসাগৰ তহচিল স্থাপন কৰিব পাৰিম, কিন্তু তহচিলদাৰ হৈ থাকিবৰ মোৰ ইচ্ছা নাই।"

চাহাবে কলে—"তুমি তহচিলদাৰ হব নালাগে। তহচিল স্থাপন কৰি তহচিলদাৰৰ কামৰ গৎ লগাই দিলে আন এজনক তহচিলদাৰ পতা হব।"

মই পাৰিম বুলি ক'লত চাহাবে তেতিয়াই মোক এই কামৰ চাৰ্জ্জ দিবলৈ এচ-ডি-অ'লৈ লিখি দিলে।

তেতিয়া শ্ৰীখগীন্দ্ৰচন্দ্ৰ বৰুৱা শিৱসাগৰত ছিনিয়ৰ ই-এ-চি হৈ আছিল। সেইদিনা তেওঁ চাহাবক দেখা কৰিবলৈ গৈ বাহিৰতে বহি আছিল। মই চাহাবৰ ওচৰৰ পৰা ওলাই যাওঁতে তেওঁ মোক লগ পাই সুধিলে—"চাহাবে দেখোন দপ্‌দপাই উঠিছিল, কি হ'ল?"

মই কলো—"এৰা, এওঁৰ লগত মোৰ ৰাহি নাহে; মোক দেখিলেই দপ্‌দপাই উঠে। ময়ো চুঙা চাই সোপা দি আহিছো।"

এছ-ডি-অ' এছ. কে. দত্তই খাজানা তোলা টকা-পইচাৰ হিচাপ সহ মৌজাৰ কাকত-পত্ৰ মোক চমজাই দিবলৈ মৌজাদাৰ-সকললৈ আদেশ-পত্ৰ লিখি দি মোক কলে—"আপুনি তহচিল পতা কামত গৌৰীসাগৰ ডাক-বঙলাত থকাকালতে আপোনাৰ লগত জকাইচুক পথাৰত হাঁহ চিকাৰ কৰিবলৈ যাম। আপোনাৰ কোনদিনা সুবিধা হয় মোলৈ লিখিব।"

মই কলো—"আপুনি মোক আগতে খবৰ দি যেতিয়াই ইচ্ছা তেতিয়াই যাব পাৰে। কিন্তু আপুনি নতুন চিকাৰী। ওপৰেদি উৰি যোৱা হাঁহ মাৰিব নোৱাৰিলে মুকলি জকাইচুক পথাৰত হাঁহ

চিকাৰ কৰিব নোৱাৰে। চিকাৰ কৰিবৰ মন আছে যদি মই আপোনাক দিখৌমুখলৈ লৈ যাম। তাত হাইঠা চৰাই আৰু ব্ৰহ্মপুত্ৰৰ বালিত স্নাইপ চিকাৰ কৰিব পাৰিব। এইবোৰ চিকাৰ কৰি হাত পকা হলেহে ওপৰেদি উৰি যোৱা হাঁহ চিকাৰ কৰিব পাৰিব।"

এছ. কে. দত্তই তেতিয়া নতুন বন্দুক এটা কিনি লৈ বন্দুক চলাবলৈ শিকিছিল। তেওঁ আৰু খগেন্দ্ৰ বৰুৱাই দুদিনমান মোক লগত লৈ কোঁৱৰপুৰৰ বিলবিলাকত হাঁহ চিকাৰ কৰিবলৈ গৈছিল। কিন্তু এছ. কে. দত্তই বন্দুক মাৰিবলৈকে সুবিধা নেপালে। খগেন্দ্ৰ বৰুৱাই এদিন ওপৰেদি উৰি যোৱা হাঁহ এটা মাৰিলে।

মই গৌৰীসাগৰ ডাক-বঙলাতে কেম্প কৰি থাকি মৌজাদাৰ-সকলৰ বাকী তালিকা প্ৰস্তুত কৰিবলৈ কলো আৰু গৌৰীসাগৰ পুখুৰীৰ পাৰত তহচিল অফিচ, তহচিলদাৰ আৰু তেওঁৰ কেৰাণী-মহৰীসকল থকা ঘৰবিলাক সজাবলৈ আৰম্ভ কৰিলো। মাজে মাজে শিৱসাগৰলৈ গৈ নামজাৰি মোকৰ্দ্দমাবোৰ লৈছিলো আৰু চাৰ্কোলৰ অন্যান্য কামবিলাকো লগে লগে কৰি গৈছিলো।

সেই সময়ৰ ভিতৰতে এদিন এছ. কে. দত্তক দিখৌমুখত চিকাৰ কৰিবলৈ লৈ গৈছিলো। সেইদিনা তেওঁ তেলিয়াদোঙা পুখুৰীত স্নাইপ এটা মাৰিলে। নতুন চিকাৰীৰ এয়ে প্ৰথম চিকাৰ। তাৰ পিছত ব্ৰহ্মপুত্ৰৰ বালিলৈ গৈ তেওঁ আৰু এটাও স্নাইপ মাৰিব নোৱাৰিলে। মই দুই নলৰ দুটা আঠ নম্বৰ চাৰাগুলীৰ কাট্ৰিজ অলপ অগাপিচাকৈ ফুটাই বাৰটা স্নাইপ বগৰাই পেলোৱা দেখি তেওঁ আচৰিত হৈ সুধিলে—"আপুনি এটা কাট্ৰিজ ফুটাই ইমান-বোৰ চৰাই মাৰিলে কেনেকৈ?"

মই কলো—"এটা নহয়, দুটা ফুটাইছিলো। এনেকৈ মাটিত জাক বান্ধি চৰি থকা চৰাইবিলাক প্ৰথমে এটা কাট্ৰিজ ফুটাই উকৰাই লব লাগে। সিহঁত উৰি দুহাতমান ওপৰলৈ উঠোতেই

সিহঁতলৈ লক্ষ্য কৰি ইটো কাট্ৰিজ ফুটাই দিলে একে শাৰীতে যিমানবিলাক চৰাই থাকে সেই আটাইবিলাক বাগৰি পৰিব। আপুনি কিছুমান কাট্ৰিজ খৰছ কৰি কিছুদিন অভ্যাস কৰিলেহে চিকাৰ কৰিব পাৰিব।"

গৌৰীসাগৰ পুখুৰীৰ পাৰত ঘৰবিলাক সজোৱাৰ লগে লগে মৌজাদাৰসকলৰ পৰা খাজানা তোলা টকা-পইচাৰ হিচাপ সহ তেওঁলোকৰ মৌজাৰ সকলো কাকত-পত্ৰ চমজি লৈ ওপৰলৈ এটা ৰিপ'ৰ্ট দিলো।

কিছুদিনৰ পিছত শ্ৰীপ্ৰেমধৰ গোহাঁইদেৱক গৌৰীসাগৰ তহচিলৰ প্ৰথম তহচিলদাৰ কৰি পঠালে। মৌজাদাৰসকলৰ বাকী তালিকা সহ মৌজাৰ সকলো কাকত-পত্ৰ তেওঁক গতাই দি তহচিলৰ কাম আৰম্ভ কৰিবলৈ দিহা দি মই শিৱসাগৰলৈ উলটি আহিলো।

এই প্ৰেমধৰ গোহাঁইদেৱেই আছিল খৃঃ ১৯১৩-১৪ চনত কটন কলেজৰ প্ৰথম অসমীয়া প্ৰফেছাৰ। কিন্তু তেওঁ দৰ্শন শাস্ত্ৰত দ্বিতীয় শ্ৰেণীৰ এম. এ. আছিল কাৰণে তেওঁক কামত নেৰাখি তেওঁৰ ঠাইত এজন প্ৰথম শ্ৰেণীৰ এম. এ. বঙালী প্ৰফেছাৰ নিযুক্ত কৰিলে।

এই সময়ৰ ভিতৰতে ডিব্ৰুগড়ৰ চৌকিডিঙিত আধা-সজাকৈ পেলাই থোৱা ঘৰটো সজাবলৈ শিৱসাগৰৰ এজন মাৰোৱাৰী মহাজনৰ পৰা দুহেজাৰ টকা ধাৰ কৰি আনি দেউতালৈ পঠালো। দেউতাই সেই টকাৰে ঘৰটোৰ তিনিটা কোঠা মানুহ সোমাব পৰাকৈ সজাই ১৯৩৮ চনৰ বিজয়া দশমীৰ দিনা মোৰ পৰিয়ালটোৰে সৈতে ভাৰাঘৰ এৰি মোৰ নতুন ঘৰলৈ উঠি গ'ল। শিৱসাগৰৰ মই থকা ঘৰত ল'ৰা দুটাক অকলে এৰি মই অনবৰত মফছলত ঘূৰি ফুৰিব লগা হোৱাত তিনি ঠাইত তিনিখন ঘৰ চম্ভালিব লগাত পৰিছিলো। সেইকাৰণে মাকৰ লগতে থাকি ডিব্ৰুগড়ৰ হাইস্কুলত নাম লগাই পঢ়িবলৈ ল'ৰা দুটাকো ডিব্ৰুগড়লৈ পঠালো।

গৌৰীসাগৰ তহচিল স্থাপন কৰাৰ পিছত খৃঃ ১৯৩৯ চনত মোৰ নিজৰ চাৰ্কোলৰ কামৰ উপৰি চেনচচ্ পিয়লৰ কাম আৰম্ভ কৰিব লগা হল। কিন্তু এই কাম শেষ নৌ হওঁতেই খৃঃ ১৯৪০ চনত মোক দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি চৰ-ডেপুটী মেজিষ্ট্ৰেট কৰি গোলাঘাটলৈ বদলি কৰিলে।

# গোলাঘাটত

খৃঃ ১৯৪০ চনত গোলাঘাটলৈ গৈ মোৰ ভনী-জোঁৱাই শ্ৰীমহেন্দ্ৰ নাথ বৰুৱাৰ ঘৰতে কিছুদিনৰ কাৰণে আলহী হলোগৈ। পিছদিনা কাছাৰীলৈ গৈ জয়নিং ৰিপ'ৰ্ট দি নতুন কামত হাত দিবলৈ পাই মই ভালেই পালো। ৰ'দে-বৰষুণে অনবৰত বাইচিকেলত উঠি ঘূৰি ফুৰিব নলগা হল।

তেতিয়া গোলাঘাটত স্বৰ্গীয় ভোলানাথ কাকতী আছিল ছিনিয়ৰ ই. এ. চি.। মই দ্বিতীয় অফিচাৰ হৈ ফৌজদাৰী মোকৰ্দ্দমা লোৱাৰ উপৰি গোলাঘাট চব-ট্ৰেজুৰিৰ চাৰ্জ্জো লব লগা হল। সাক্ষী-বাদীৰ জবানবন্দী লোৱা কাম মোৰ নিমিত্তে নতুন আছিল। আইন জনা থাকিলে ফৌজদাৰী মোকৰ্দ্দমা লোৱা একো টান কাম নহয়। মই চব-ডেপুটী কামত সোমোৱাৰ সময়তে Lower Standard Civil and Criminal Law 'with credit' পাছ কৰিছিলো। এতিয়া মোকৰ্দ্দমা লোৱাৰ সময়ত উকীলসকলেই আইনৰ কথাবোৰ মনত পেলাই দিছিল। ট্ৰেজুৰিৰ প্ৰধান একাউণ্টেণ্ট আৰু ট্ৰেজাৰাৰজনৰ সহায় পাই ট্ৰেজুৰি চলোৱা কামটোও টান পোৱা নাছিলো।

দিনটো অফিচত কাম কৰি আবেলি ঘৰলৈ গৈ ভাবিব লগা একো নথকাৰ কাৰণে মোৰ মনটো ফৰকাল লাগিছিল। গধূলি ট্ৰেজুৰিৰ হিচাপ-পত্ৰ ৰখা বিষয়ে আৰু আইনৰ বিষয়ে কিতাপবিলাক পঢ়ো আৰু পুৰা জাজমেণ্ট লিখো। এনেকৈ কিছুদিন কাম কৰাৰ পিছত বুজিলো যে, মেজিষ্ট্ৰেটৰ কাম বা ই. এ. চি.ৰ কামতকৈ এছ-ডি-চি.ৰ কাম চম্ভালিব পৰাহে টান।

স্বৰ্গীয় ভোলানাথ কাকতী আছিল মোৰ ওচৰ সম্বন্ধীয়া ভনী-জোঁৱাই। তেওঁ এজন বৰ সৰল প্ৰকৃতিৰ আৰু অমায়িক স্বভাৱৰ মানুহ আছিল। চাকৰি জীৱনত মই তেওঁক কেইবা ঠাইতো লগ পাইছিলো। ইংৰাজী ১৯২০ চনত তেওঁ তিনিচুকীয়া চাৰ্কোলৰ এছ-ডি-চি হৈ থকা কালত মই সেই চাৰ্কোলৰ সংযুক্ত বিষয়া ( attached officer ) হৈ কেইমাহমান তেওঁৰ লগতে থাকি চাৰ্কোলৰ কাম শিকিছিলো। তাৰ পিছত মই শিৱসাগৰত প্ৰথমবাৰ এছ-ডি-চি হৈ থকা কালত তেওঁ দুবছৰমান শিৱসাগৰত চৰ-ডেপুটী মেজিষ্ট্ৰেট হৈ আছিল। সেই সময়তে তেওঁ শিৱসাগৰৰ ফুকন নগৰত কুৰিবিঘামান বাম মাটি কিনি লৈছিল। তেতিয়া সেই মাটিৰ দাম আছিল বিঘাত ডেৰশ টকা। মই সেই মাটিৰ ভিতৰৰে দুবিঘা মাটি তিনিশ টকাত কাকতীৰপৰা কিনি ললো।

গোলাঘাটত কাছাৰী ঘৰৰ ওচৰতে ডাঙৰ ঘৰ এটা কেৰেয়ালৈ লৈ তেওঁৰ সৰু ল'ৰা দুটাৰে সৈতে কাকতী অকলে আছিল। তেতিয়া তেওঁৰ পৰিবাৰ আছিল শিৱসাগৰত। তেওঁ মোক কলে— "মোৰ ঘৰটো খালি হৈ আছে। আপুনি সুবিধাজনক ভাৰাঘৰ এটা নোপোৱালৈকে মোৰ ঘৰতে থাকিব পাৰে।"

তেওঁৰ লগত থাকিলে কাম-কাজৰ বিষয়ে পৰামৰ্শ কৰিবলৈ সুবিধা হব বুলি ভাবি মই বৰুৱাৰ ঘৰৰপৰা গৈ কাকতীৰ লগতে দুমাহমান থাকিলো। তাৰ পিছত এটা ঘৰ ভাৰালৈ লৈ তালৈ উঠি গলো। বৰুৱাৰ ঘৰত থকা কালত তাছ খেলিবলৈ আৰু কাজিৰঙা ৰিজাৰ্ভ ফৰেষ্টৰ ওচৰৰ হাবিত ৰাতি হৰিণ চিকাৰ কৰিবলৈ লগ পাইছিলো।

ইং ১৯৪০ চনত মোৰ বৰ জীয়ৰী শ্ৰীমতী ৰেণুমালাই প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি কুৰিটকীয়া জলপানী পাই কটন কলেজত পঢ়িবলৈ গল। তাই মেট্ৰিক পৰীক্ষাত 'ষ্টাৰ' পাইছিল

আৰু সেই বছৰ কলিকতা বিশ্ববিদ্যালয়ৰপৰা পৰীক্ষা দিয়া ছোৱালী-বিলাকৰ ভিতৰত অঙ্কত প্ৰথম হৈ এটা সোণৰ পদক পাইছিল।

ইং ১৯৪২ চনত আইন অমান্য আন্দোলনত দেশত পুনৰ হুলস্থুল লাগিল। এই সময়ৰ অলপ আগতে মোক প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি যোৰহাটলৈ বদলি কৰিলে।

# যোৰহাটত দ্বিতীয়বাৰ

ইংৰাজী ১৯৪১ চনত যোৰহাটলৈ বদলি হৈ গৈ 'ডিষ্ট্ৰিক্ট ট্ৰেজুৰি'ৰ ট্ৰেজুৰি অফিচাৰ হৈ কাম চলোৱাৰ উপৰি প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দিয়া বাবে ছেছন কৰ্টলৈ পঠাব লগা মোকৰ্দ্দমাবিলাককে আদি কৰি ফৌজদাৰী আইনৰ সকলোবিলাক ধাৰাৰ ফৌজদাৰী মোকৰ্দ্দমাবিলাক লৈ এজন ই-এ-চিৰ কামকে কৰি আছিলো। তথাপি সেই কালৰ ছাদুল্লা গভৰ্ণমেণ্টে মোক ই-এ-চি কামলৈ প্ৰমোচন নিদি এছ-ডি-চিৰ চিলেকছন গ্ৰেডলৈ প্ৰমোচন দিলে আৰু মোৰ পিছৰ মোতকৈ জুনিয়ৰ মুছলমান এছ-ডি-চি জনক তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি ই-এ-চি কামলৈ প্ৰমোচন দিলে। মোক দেখা-শুনাকৈ অন্যায় কৰিলে যদিও মই তেতিয়া কোনো আপত্তি নকৰি মনে মনে থাকিলো। কাৰণ মোৰ আৰু এই মুছলমান এছ-ডি-চি জনৰ দৰ্ম্মহা সমান আছিল। আমাৰ দুয়োৰে দৰ্ম্মহা time scale increment মতে বাঢ়ি গৈ এছ-ডি-চিৰ শেষ দৰ্ম্মহা চাৰিশ টকা হৈ তাতে বৈ গল। তাৰ ওপৰৰ দৰ্ম্মহা আছিল চিলেকছন গ্ৰেডৰ ৪৫০৲ টকা। মুছলমান এছ-ডি-চি জনে ই-এ-চি কামলৈ প্ৰমোচন পাই দৰ্ম্মহা পালে ৪৫০৲ টকাকৈ। তাৰ পিছত ছমাহ এবছৰৰ ভিতৰতে মই যদি ই-এ-চি কামলৈ প্ৰমোচন পাওঁ তেন্তে মোৰ দৰ্ম্মহা হব পাঁচশ টকা, কিন্তু তেওঁ চাৰিশ পঞ্চাশ টকাতে দুবছৰ থাকিব লাগিব। সেই কাৰণে মোৰ লোকচান নহৈ লাভহে হব বুলি ভাবি মই তেতিয়া আপত্তি নকৰিলো।

সেই বছৰতে মোৰ বৰপুত্ৰ শ্ৰীমান অনুপোনাই (শ্ৰীশশীধৰ

ৰাজখোৱাই ) প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষা পাছ কৰি পোন্ধৰ-টকীয়া বৃত্তি পাই কটন কলেজত পঢ়িবলৈ গল। অমুপোনায়ো মেট্ৰিক পৰীক্ষাত দুটা 'লেটাৰ' আৰু 'ষ্টাৰ' পাইছিল। সি সেইবাৰ কলিকাতা বিশ্ববিদ্যালয়ৰ পৰা পৰীক্ষা দিয়া ছাত্ৰ-ছাত্ৰীবিলাকৰ ভিতৰত প্ৰথম দহজনৰ তলত একাদশ স্থান পাইছিল। কটন কলেজত এবছৰ পঢ়াৰ পিছত সি ছুদমাৰ্ছন স্বৰ্ণপদকটো পাইছিল।

লৰা-ছোৱালী দুটিয়ে বৃত্তি পাইছিল কাৰণে তেতিয়া সিহঁতৰ প্ৰত্যেকলৈ ১৫৲ টকাতকৈ বেছি পঠাব লগা হোৱা নাছিল। আমাৰ দিনত কটন হোষ্টেলত থাকি কলেজত পঢ়া খৰছ মাহে কুৰি টকাই যথেষ্ট আছিল। কোনো কোনো লৰাই মাহে ১৫৲ টকাতো চলিব পাৰিছিল।

ইংৰাজী ১৯৪২ চনত জাপানী আহি অসমৰ কহিমা আৰু মণিপুৰৰ ওচৰ পোৱাৰ লগে লগে গুৱাহাটীৰপৰা শদিয়ালৈকে গোটেই অসম দেশ গোৰা আমেৰিকান আৰু নিগ্ৰো চিপাহীৰে ঠাহ খাই পৰিল। ৰেলৰ ষ্টেছনবিলাকো মিলিটেৰীয়ে দখল কৰি ললে। মানুহৰ জীৱন ধাৰণৰ আৱশ্যকীয় সকলো বস্তুৰ দাম আগতকৈ পাঁচগুণমান বাঢ়িল। দেশৰ খালি ঘৰ আটাইবিলাক মিলিটেৰীৰ নিমিত্তে 'ৰিকুইজিচন' কৰি ললে। কটন কলেজৰ হোষ্টেলবিলাক হল মিলিটেৰীৰ হস্পিতাল।

ইফালে অসহযোগ আন্দোলনৰ নেতাসকলে ভাৰতে যুদ্ধত অংশ গ্ৰহণ নকৰে বুলি আন্দোলন চলোৱা বাবে তেওঁলোকক ধৰি নি জেলত ভৰাই থোৱাত বাকি কংগ্ৰেছ কৰ্ম্মীসকল আৰু অহিংস হৈ থকা নাছিল। সৈন্য চলাচলত বাধা দিবৰ উদ্দেশ্যেৰে তেওঁলোকে ঠায়ে ঠায়ে ৰেলৰ আলিবিলাক উঠাই পেলাই মেলিটেৰীক বিপদত পেলাইছিল।

এই বছৰতে মোৰ বৰ জীয়ৰী শ্ৰীমতী ৰেণুমালাই প্ৰথম বিভাগত আই-এ পাছ কৰিলে আৰু কটন কলেজত পঢ়িবলৈ গৈ

গুৱাহাটীত থাকিবলৈ ঠাই নাপাই কাশীৰ হিন্দু বিশ্ববিদ্যালয়ত পঢ়োগৈ বুলি কেইজনমান লৰা-ছোৱালীৰ লগত গৈ কলিকতা পালেগৈ। কিন্তু কলিকতাৰ পৰা পশ্চিমলৈ যোৱা ৰেলৰ আলি মানুহে ঠায়ে ঠায়ে তুলি পেলোৱাত ৰেণুহঁত কাশীলৈ যাব নোৱাৰি উলটি আহি ঘৰ পালেহি। সেই বছৰ তাই আৰু কলেজত পঢ়িব নোৱাৰিলে।

সেই সময়ত অসমৰ বাহিৰৰ পৰা অহা ট্ৰেজুৰিৰ টেলিগ্ৰাফ আৰু কেতিয়াবা অসমৰ Comptrollerৰ পৰা অহা একোখন চিঠিৰ ওপৰতে নিৰ্ভৰ কৰি যোৰহাট ট্ৰেজুৰিৰপৰা মিলিটেৰী অফিচাৰ সকলক প্ৰত্যেক দিনে ৫০।৬০ হেজাৰকৈ টকা দিব লগা হোৱাত ট্ৰেজ্‌ৰিৰ হিচাপ-পত্ৰত কিবা গণ্ডগোল লাগে বুলি মই বৰ ভয়ে ভয়ে চলিব লগাত পৰিছিলো। কিন্তু সেই সময়ত যোৰহাট ট্ৰেজুৰিৰ একাউন্টেন্ট আৰু তেওঁৰ সহকাৰী কেৰাণীসকল কাম জনা হুচিয়াৰ মানুহ আছিল কাৰণে ক'তো গণ্ডগোল নহল। মোৰ কামত সন্তুষ্ট হৈ যোৰহাটত থকা আমেৰিকান কৰ্ণেলজনে যাবৰ সময়ত মোক এখন চাৰ্টিফিকেট দি গৈছিল।

সেই সময়ত অসহযোগীসকলে কাছাৰী ঘৰতো পিকেটিং কৰিছিল। এদিন মই এজলাচত বহি ফৌজদাৰী মোকৰ্দ্দমা এটা লৈ থকা সময়তে এজাক ডেকা মানুহ মোৰ কোঠাত সোমাই তাৰে এজনে মোৰ ওচৰলৈ আহি কলে—“আপুনি কামত ইস্তফা দিয়ক। বিদেশী চৰকাৰৰ গোলাম হৈ থাকিব নোৱাৰে।”

মই কলো—“বাৰু সেইবোৰ কথা পিছত বিবেচনা কৰি চাম। এতিয়া এইবোৰ আমাৰ মানুহৰে মোকৰ্দ্দমা এটা সোধপোছ কৰি আছেঁ। বিদেশী চৰকাৰৰ মানুহৰ কাম কৰা নাই। আমাৰ মানুহ মোকৰ্দ্দমা কৰিবলৈ কাছাৰীলৈ নাহিলে আমাৰ কাম আপোনা-আপুনি বন্ধ হৈ যাব। এতিয়া তোমালোক ওলাই যোৱা। ইয়াত গণ্ডগোল নকৰিবা।”

কিন্তু তেওঁলোক ওলাই নগৈ মোৰ লগত তৰ্ক কৰিবলৈ আৰম্ভ কৰাত এজন পুলিচ অফিচাৰ আহি তেওঁলোকক গ্ৰেপ্তাৰ কৰি লৈ গল। মই তেওঁলোকক গ্ৰেপ্তাৰ কৰিবলৈ কোৱা নাছিলো; পুলিচ অফিচাৰজনে নিজৰ কৰ্ত্তব্য পালন কৰিলে।

সেইদিনা আৰু ১০।১৫ জনমান কণ-কণ স্কুলীয়া লৰাই কাছাৰীত পিকেটিং কৰা বাবে পুলিচে তেওঁবিলাকক গ্ৰেপ্তাৰ কৰি এখন বাছত তুলি পোন্ধৰ মাইলমান নিলগলৈ নি তাত এৰি দিলেগৈ। সিহঁত তাৰপৰা খোজকাঢ়ি আহিব লগাত পৰিল।

কিছুদিনৰ পিছত মোৰ পেটৰ বিষ হল। যোৰহাটৰ এচিষ্টেণ্ট চাৰ্জ্জনৰ দৰবে একো গুণ নিদিলে। শৰীৰ ক্ৰমাৎ দুৰ্ব্বল হৈ যাবলৈ ধৰিলে। কিন্তু তথাপি মই ছুটীৰ নিমিত্তে দৰ্খাস্ত দিয়া নাছিলো; কাৰণ সেই সময়ত মিলিটেৰীৰ হেচাত ৰেল-জাহাজত অহা-যোৱা কৰাই মস্কিল আছিল আৰু অসমৰ কোনো চহৰতে থাকিবলৈ খালি ঘৰ পোৱা টান আছিল। ছুটীৰ অন্তত দূৰলৈ বদলি কৰি দিলে মই বিপদত পৰিম বুলি ভাবি বেমাৰী গাৰেই কোনোমতে কাম কৰি আছিলো।

সেই সময়ত গানিং চাহাব গুৱাহাটীত কমিছনাৰ হৈ আছিল। এদিন অকস্মাৎ কমিছনাৰৰ অফিচৰপৰা মোক তেজপুৰলৈ বদলি কৰা আদেশ পালো। এই আদেশ পাই এছিষ্টেণ্ট চাৰ্জ্জনৰ লগত পৰামৰ্শ কৰাত তেওঁ মোক কলে—"আপুনি এই অৱস্থাত তেজপুৰলৈ যাব নোৱাৰে। চিভিল চাৰ্জ্জনৰ চাৰ্টিফিকেট লৈ চাৰিমাহৰ ছুটীৰ নিমিত্তে দৰ্খাস্ত দিয়ক।"

এইবুলি তেওঁ নিজে এখন চাৰ্টিফিকেট লিখি দি মোক যোৰহাটৰ বঙালী চিভিল চাৰ্জ্জনজনৰ ওচৰলৈ পঠালে। চিভিল চাৰ্জ্জনে মোক ভালেমান পৰ নানাৰকমে পৰীক্ষা কৰি চাই সুধিলে—"আপোনাৰ পেটত এই বিষটো আগেয়ে কেতিয়াবা হৈছিলনে?"

মই কলো—"হৈছিল। ইংৰাজী ১৯২৮ চনত এই বিষটোৰ কাৰণেই মই চাৰিমাহৰ ছুটী লৈছিলো।"

তেওঁ কলে—"আপুনি এতিয়া কাম কৰিব নোৱাৰে। চাৰিমাহ ছুটী লৈ ঘৰত বিশ্রাম কৰকগৈ। আপোনাৰ নাড়ীত আলচাৰ হৈছে।"

এইবুলি পূজাৰ বন্ধৰ লগতে আৰু চাৰিমাহ ছুটী দিবলৈ ৰিকমেণ্ড কৰি এখন চাৰ্টিফিকেট লিখি দিলে। মই সেই চাৰ্টিফিকেট সহ চাৰিমাহৰ ছুটীৰ নিমিত্তে এখন দৰ্খাস্ত ডি-চিৰ যোগে কমিছনাৰ গানিং চাহাবলৈ পঠালো। তেজপুৰলৈ নগৈ পূজাৰ বন্ধত ডিব্রুগড়ৰ নিজ ঘৰলৈ আহি স্বৰ্গীয় ডাক্তৰ ফণীন্দ্রনাথ ঘোষৰ লগত পৰামৰ্শ কৰিলো। ফণীবাবুৰ দৰৱ খাই আৰু তেওঁৰ উপদেশ মতে চলি নিশ্চিন্ত মনেৰে কিছুদিন বিশ্রাম কৰাৰ পিছত মোৰ পেটৰ বিষটো ক্রমাৎ কমি আহিবলৈ ধৰিলে।

এনেতে কমিছনাৰৰ অফিচৰপৰা মই ছুটীৰ নিমিত্তে দিয়া দৰ্খাস্ত-খনৰ উত্তৰ পালো। কমিছনাৰ গানিং চাহাবে মোলৈ লিখিলে—"তোমাৰ একো বেমাৰ হোৱা নাই। সেইকাৰণে তোমাক ছুটী দিয়া নাযায়। তুমি তৎক্ষণাৎ তেজপুৰলৈ গৈ কামত জইন কৰাগৈ।"

গানিং চাহাবৰ এই হুকুমটো পাই ডাক্তৰ ফণীবাবুৰ লগত পৰামৰ্শ কৰাত তেওঁ মোক কলে—"গানিং চাহাবে যদি চিভিল চাৰ্জ্জনৰ চাৰ্টিফিকেট বিশ্বাস নকৰে তেন্তে তেওঁ আপোনাক মেডিকেল ব'ৰ্ডৰ আগত হাজিৰ হবলৈ কব লাগিছিল। তাকে নকৰি কামত জইন কৰিবলৈ কোৱা অন্যায় হৈছে। আপুনি এই হুকুমটোৰ এটা নকলেৰে সৈতে গভৰ্ণমেণ্টলৈ এখন দৰ্খাস্ত দিয়ক।"

ডাক্তৰ ফণীবাবুৰ পৰামৰ্শ মতে চিভিল চাৰ্জ্জনৰ চাৰ্টিফিকেট আৰু গানিং চাহাবৰ হুকুমৰ একোটা নকলেৰে সৈতে চিফ ছেক্রেটাৰীলৈ এখন দৰ্খাস্ত দিলো আৰু তেজপুৰলৈ নগৈ নিশ্চিন্ত মনেৰে ঘৰত বহি থাকিলো। গানিং চাহাবলৈ একো নিলিখিলো। দহদিনমানৰ ভিতৰতে চিফ ছেক্রেটাৰীৰপৰা মোৰ দৰ্খাস্তখনৰ উত্তৰ

পালো। তেওঁ মোক এটা নিৰ্দ্দিষ্ট দিনত ছিলঙৰ মেডিকেল বৰ্ডৰ আগত হাজিৰ হবলৈ আদেশ দিলে।

যথাসময়ত ছিলঙলৈ যাওঁতে নংপুত স্বৰ্গীয় প্ৰধান মন্ত্ৰী ছাৰ ছৈয়দ ছাদুল্লা চাহাবক লগ পালো। কলেজত পঢ়া দিনৰেপৰা তেওঁৰ লগত মোৰ চিনা-পৰিচয় আছিল। মই যেতিয়া কটন কলেজৰ হকি আৰু ফুটবল দলৰ কেপ্তেন আছিলো তেতিয়া তেওঁ গুৱাহাটীৰ টাউন ক্লাবৰ ছেক্ৰেটাৰী আছিল। ফুটবল আৰু ক্ৰিকেট খেলৰ প্ৰতিযোগিতাত তেওঁ প্ৰায়ে আমাৰ বিপক্ষে খেলিছিল। মই সকলো খেল-ধেমালিত পাকৈত আছিলো কাৰণে তেওঁ মোক ভাল পাইছিল।

সেইদিনা নংপুত মোক লগ পাই তেওঁ সুধিলে—"তোমাৰ গা ভাল নহয় বুলি শুনিছিলো। এতিয়া ছুটীত আছানেকি ?"

তেওঁক মই ছুটীলৈ দৰ্খাস্ত দিয়া বিষয়ে আৰু গানিং চাহাবৰ হুকুমৰ বিষয়ে সকলো কথা কলত তেওঁ কলে—"বাৰু তুমি ছিলঙলৈ গৈ মেডিকেল বৰ্ডৰ আগত হাজিৰ হোৱাগৈ। বৰ্ডে তোমাক ছুটী নিদিয়ে যদি এই চিভিল চাৰ্জ্জনৰ চাৰ্টিফিকেটৰ ওপৰতে নিৰ্ভৰ কৰি মই তোমাক চাৰিমাহ ছুটী দিম।"

তেতিয়া আৰু মোক পায় কোনে ? ছিলঙলৈ গৈ মোৰ ভাগিন-জোঁৱাই স্বৰ্গীয় হেৰম্বপ্ৰসাদ বৰুৱাৰ ঘৰতে আলহী হলোগৈ। তেতিয়া বৰুৱাদেউ আছিল পাব্লিক চাৰ্ভিছ কমিছনৰ চেয়াৰমেন। সেই সময়তে মোৰ ভাগিন শ্ৰীনবকুমাৰ দত্তও এজন মিনিষ্টাৰ আছিল।

পিছদিনা পুৱা দহমান বজাত মেডিকেল বৰ্ডৰ আগত হাজিৰ হলোগৈ। তিনিজন ডাক্তৰ চাহাবে মোক চিৎ খুৱাই শুৱাই লৈ নানা প্ৰকাৰে পৰীক্ষা কৰি চাই এজনে সুধিলে—"আপোনাৰ পেটত এতিয়া বিষ আছেনে ?"

মই কলো—"এতিয়া বিষ নাই। এমাহমানৰ পূৰ্ব্বে যোৰহাটত কাম কৰি থকা কালত পেটত ভয়ানক বিষ হৈছিল। পূজাৰ

বন্ধত ডিব্রুগড়লৈ গৈ ডাক্তৰ ফণীন্দ্রনাথ ঘোষৰ দৰব খাই আৰু তেওঁৰ উপদেশমতে চলি কিছুদিন জিৰণি লোৱাৰ পিছত বিষটো ক্রমাৎ কমি আহি এতিয়া একেবাৰে নাইকিয়া হল।"

ডাক্তৰজনে সুধিলে—"আপোনাৰ পেটত এই বিষটো আগেয়ে কেতিয়াবা হৈছিলনে?"

মই কলো,—"হৈছিল। খৃঃ ১৯২৮ চনত এই বিষটো হোৱাৰ কাৰণেই ডাক্তৰৰ উপদেশমতে চাৰিমাহ ছুটী লৈ ডিব্রুগড়লৈ গৈ মেডিকেল স্কুলৰ হস্পিতালত এক্স-ৰে কৰালো। ডাক্তৰে পৰীক্ষা কৰি চাই 'ডুয়ডনেল আলচাৰ' হৈছে বুলি কলে। ডাক্তৰৰ দৰব খাই চাৰিমাহ জিৰণি লোৱাৰ পিছত বিষটো নাইকিয়া হল। এতিয়া যোৰহাটৰ চিভিল চাৰ্জ্জনেও মোক পৰীক্ষা কৰি চাই নাড়ীত 'আলঁচাৰ' হৈছে বুলি কৈছে। কিন্তু কমিছনাৰ গানিং চাহাবে মোক পৰীক্ষা কৰি নোচোৱাকৈয়ে কৈছে, মোৰ হেনো একো বেমাৰ হোৱা নাই। এই দুজন অফিচাৰৰ ভিতৰত কোনজন ডাঙৰ মেডিকেল অফিচাৰ মই কব নোৱাৰো। মেডিকেল বৰ্ডেই বিচাৰ কৰিব বুলি চীফ ছেক্রেটাৰীলৈ লিখি তেওঁৰ আদেশমতে আপোনালোকৰ আগত হাজিৰ হৈছোহি।"

মোৰ বক্তৃতাটো শুনি চাহাব তিনিজনে ইজনৰ মুখলৈ সিজনে চোৱাচুই কৰিলে। আই-জি-চি-এইছে সুধিলে,—"এতিয়া আপোনাৰ পেটত বিষ নাই নহয়; এতিয়া আপুনি কামত জইন কৰিবৰ ইচ্ছা কৰেনে আপোনাক ছুটী লাগে?"

মই কলো,—"যোৱা ৮ বছৰৰ ভিতৰত এদিনো ছুটী নোলোৱাকৈ কঠোৰ পৰিশ্রম কৰি চৰকাৰী কাম কৰাৰ ফলতেই সম্ভৱতঃ বেমাৰটোৱে উক দিলে। এতিয়া পেটৰ বিষ নাই যদিও মোৰ গা দুৰ্ব্বল হৈয়ে আছে। চাৰিমাহৰ ছুটী লৈ ঘৰত জিৰণি লবলৈ পালে সম্পূৰ্ণ সুস্থ হম বুলি ভাবিছো।"

আই-জি-চি-এইছে কলে,—"বাৰু পূজাৰ বন্ধৰ লগ লগাই

আপোনাক চাৰিমাহৰ ছুটী দিয়া যাব।" এইবুলি এখন প্ৰেছক্ৰিপচন লিখি দি পুনৰ ক'লে—"আপুনি ঘৰলৈ গৈ সম্পূৰ্ণ সুস্থ নোহোৱালৈকে এই দৰবটো খাই থাকিব।"

পিছদিনা হেৰম্ব বৰুৱা কিবা কামত ডিব্ৰুগড়লৈ আহিব লগা হোৱাত মোক তেওঁৰ মটৰতে লৈ আহিল।

সেই সময়ত মোৰ বৰপুত্ৰ শ্ৰীমান অমুপোনাই (শ্ৰীশশীধৰ ৰাজখোৱা) তাৰ কেইজনমান সহপাঠীৰে সৈতে গুৱাহাটীত ঘৰ এটা কেৰেয়ালৈ লৈ তাতে মেছ কৰি থাকি কটন কলেজত আই. এচ-ছি. পঢ়িছিল। সিহঁতৰ আই. এচ-ছি. পৰীক্ষালৈ এমাহমান থকা সময়তে অমুপোনা 'এপেণ্ডিচাইটিচ' বেমাৰত ভুগি হস্পিতালত পৰি আছে বুলি খবৰ পাই ঘৰত কন্দাকটা লাগিল আৰু মই ততালিকে গুৱাহাটীলৈ যাব লগা হ'ল। গুৱাহাটীৰ চৰকাৰী হস্পিতাললৈ গৈ ল'ৰাটোৰ অৱস্থা দেখি মোৰ চকুৰ পানী ওলাল। সি ক্ষীণাই শুকাই বিছনাৰ পৰা উঠিবই নোৱাৰা হল। গুৱাহাটীৰ ডাক্তৰ শ্ৰীকনকচন্দ্ৰ বৰুৱাৰ লগত পৰামৰ্শ কৰি তাক হস্পিতালৰ পৰা নি ডাক্তৰ বৰুৱাৰ ঘৰতে থলো। কনক বৰুৱা অমুপোনাৰ মাকৰ আপোন মোমায়েক আৰু তেওঁ আছিল ডিব্ৰুগড় হাইস্কুলত মোৰ এজন প্ৰিয় ছাত্ৰ। ডাক্তৰ বৰুৱাই মোক ক'লে—"অমুপোনা উঠিব পৰা হ'লেই তাক কলিকতালৈ নি অপাৰেচন কৰাব লাগিব। তাৰ আই. এচ-ছি. পৰীক্ষালৈ আৰু কুৰিদিনমানহে আছে। এই কেইদিন ইয়াতে থাকি পাৰে যদি পৰীক্ষা দিয়ক। তাৰ পিছত মই তাক কলিকতালৈ নি অপাৰেচন কৰাম।"

মই কলো—"তুমি যেনে ভাল দেখা কৰিবা। ল'ৰাটো মই তোমাকে গতালো।"

পিছদিনা কমিচনাৰ গানিং চাহাবক দেখা কৰি যাওঁ বুলি তেওঁৰ বঙলালৈ গৈ মোৰ কাৰ্ডখন পঠাই দিলো। কিন্তু চাহাবে মোক দেখা নকৰি কাৰ্ডখন ঘূৰাই দিলে।

ডিব্ৰুগড়লৈ উলটি আহি কিছুমান দিনৰ পিছত ছুটীৰ অন্তত মই ক'ত জইন কৰিব লাগিব বুলি সুধি কমিচনাৰলৈ এখন অফিচিয়েল চিঠি দিলো। সেই চিঠিৰ উত্তৰত গানিং চাহাবে মোলৈ লিখিলে—"আপোনাক তেজপুৰত জইন কৰিবলৈ আদেশ দিয়াই আছে। ছুটীৰ অন্তত তেজপুৰত জইন কৰিব।"

সেই চিঠি পাই মোৰ পৰিয়ালটো দেউতা আৰু মাৰ লগত ডিব্ৰুগড়তে এৰি মই তেজপুৰলৈ যাবলৈ প্ৰস্তুত হলো। ইতিমধ্যে অনুপোনাৰ খবৰ পায়ে আছিলো। ডাক্তৰ কনক বৰুৱাৰ যত্নত তাৰ পেটৰ বিষটো লাহে লাহে কমি আহিলত সি উঠিব পৰা হৈ সেইবাৰ কোনোমতে আই. এচ-ছি. পৰীক্ষাটো দিলে। পৰীক্ষাৰ পিছত ডাক্তৰ কনক বৰুৱাই তাক অপাৰেচন কৰাবলৈ কলিকতালৈ লৈ গল। সেই সময়তে ময়ো তেজপুৰলৈ গৈ কামত হাজিৰ হলো।

# তেজপুৰত দ্বিতীয়বাৰ

খৃষ্টাব্দ ১৯৪৩ চনত তেজপুৰলৈ যোৱাৰ কিছুদিনৰ পিছত খবৰ পালো, কলিকতাত শ্ৰীমান অনুপোনাৰ অপাৰেচন সুকলমে হৈ গ'ল। ডাক্তৰ কনক বৰুৱাই তাৰ লগতে কিছুদিন থাকি তাক সম্পুৰ্ণ সুস্থ কৰি গুৱাহাটীলৈ আনিলে। ডাক্তৰ কনক বৰুৱাই নিজৰ কাম ক্ষতি কৰি নিঃস্বাৰ্থভাবে ল'ৰাটোক সহায় নকৰা হ'লে তাৰ অৱস্থা কি হলহেঁতেন ভগবানেহে জানে। কাৰণ সেই সময়ত তাক অপাৰেচন কৰাবলৈ নিবলৈ মই পুনৰ ছুটী পোৱাৰ আশা নাছিল। ডাক্তৰ কনক বৰুৱাই আমাৰ ইমানখিনি উপকাৰ কৰা বাবে আমি তেওঁৰ ওচৰত চিৰকৃতজ্ঞ। মোৰ সহপাঠী বন্ধু শিৱসাগৰৰ উকীল স্বৰ্গীয় ভূপেন্দ্ৰনাথ ঘোষৰ ভায়েক আৰু তেওঁলোকৰ বায়েকেও কলিকতাত অনুপোনাক বহুত সহায় কৰিলে। তেওঁ আছিল শিৱসাগৰৰ জীয়ৰী। কলিকতাৰ কোনোবা এজন ডাঙৰ মানুহলৈ বিয়া দিছিল। অনুপোনাৰ মাকো শিৱসাগৰৰ জীয়ৰী আছিল। সেইকাৰণেই অনুপোনাৰ মাকৰ লগত তেওঁৰ সৰুৰেপৰা চিনা-পৰিচয় আছিল। অনুপোনা কলিকতাৰ হস্পিতালত পৰি আছে বুলি খবৰ পাই তেওঁ ল'ৰাটোক মাকৰ নিচিনাকৈয়ে ঘৰৰপৰা ৰান্ধি নিয়া ভাতপানী আৰু অন্যান্য পুষ্টিকৰ পথ্য খুৱাই তাক সম্পুৰ্ণ সুস্থ কৰি তুলিলে। আমি তেতিয়া সেইবোৰ খবৰ পোৱাই নাছিলো। অনুপোনা উলটি অহাৰ পিছতহে খবৰ পালো। সেইকাৰণে এই গৰাকী আদৰ্শ মাতৃৰ ওচৰতো আমি চিৰকৃতজ্ঞ।

বেমাৰী গাৰে পৰীক্ষা দিয়া বাবে সেইবাৰ অনুপোনাৰ পৰীক্ষাৰ ৰিজাল্ট ভাল নহব বুলি ভাবিছিলো। কিন্তু সি প্ৰথম বিভাগত

আই. এচ-ছি. পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিয়া ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত প্ৰথম ঊনত্ৰিশজনৰ পিছতে ঠাই পালে। সি ফিজিক্সত অনাৰ্চ লৈ কটন কলেজত বি. এচ-ছি. পঢ়া আৰম্ভ কৰিলে। তাৰ বায়েক শ্ৰীমতী ৰেণুমালায়ো সেই বছৰ ইংৰাজীত অনাৰ্চ লৈ কটন কলেজৰ বি. এ. শ্ৰেণীত নাম লগালে। ১৯৪২ চনৰ স্কুলস্কুলত তাইৰ এবছৰ পঢ়া ক্ষতি হ'ল।

* * *

সেই সময়ত তেজপুৰত ডি. চি. আছিল মিঃ গিৰিজাশঙ্কৰ গুহ আৰু এডিচনেল ডি. চি. আছিল এজন বয়সীয়াল মুছলমান অফিচাৰ। কাছাৰীৰ সকলোবিলাক কাম চম্ভালিছিল এডিচেনল ডি. চি.জনে আৰু ডি চি মিঃ গুহ আছিল বাহিৰা কামবোৰৰ চাৰ্জ্জত। চিনিয়ৰ ই. এ. চি জনে দেৱানী মোকৰ্দ্দমাবিলাক লৈছিল। মোতকৈ জুনিয়ৰ যিজন এচ. ডি. চি.ক মোক চেৰ পেলাই ই.এ চি. কামলৈ প্ৰমোচন দিছিল, তেতিয়া তেওঁ আছিল তেজপুৰ ট্ৰেজুৰিৰ ট্ৰেজুৰি অফিচাৰ। কাছাৰীৰ অন্যান্য কামৰ উপৰি তেওঁ তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতাৰ দুই-চাৰিটা সৰুসুৰা ফৌজদাৰী মোকৰ্দ্দমাও লৈছিল। মোৰ প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা থকা বাবে বাকী প্ৰায় আটাইবোৰ ফৌজদাৰী মোকৰ্দ্দমা ময়ে লব লগা হল।

এদিন কথাই কথাই মই এডিচনেল ডি. চি. জনক কলো— "আপোনাৰ ট্ৰেজুৰি অফিচাৰজন আছিল মোতকৈ জুনিয়ৰ এচ. ডি. চি.। মোক চেৰ পেলাই তেওঁক ই. এ. চি. কামলৈ প্ৰমোচন দিলে; মোক নিদিলে। কিন্তু আপুনি এতিয়া মোক যিবিলাক কাম কৰিবলৈ দিছে সেইবিলাক কামেই এজন ই. এ. চি.ৰ ঘাই কাম নহয় জানোঁ? এইবিলাক কাম তেওঁহে কৰা উচিত আছিল। ই. এ. চি.ৰ দৰ্মহা পাব তেওঁ কিন্তু ই. এ. চি.ৰ কামবিলাক কৰিবলৈ দিছে মোক। গৱৰ্ণমেণ্টে মোক দেখাশুনাকৈ অন্যায় কৰা নাইনে?"

তেওঁ ক'লে—"আপুনি কোৱা কথাটো ময়ো মন কৰিছো। আপুনি কেতিয়াবাই প্ৰমোচন পোৱা উচিত আছিল। কিন্তু আপুনি পোনপটীয়া মানুহ; যোগাৰ কৰিব নেজানে। এতিয়া মোক যিটো কথা কলে, কোনোবা এজন মিনিষ্টাৰক সেই কথাটো কৈছিলনে?"

মই কলো—"মই কাকো একো কোৱা নাই। মিনিষ্টাৰসকলক খাটিলুটি প্ৰমোচন লবলৈ মোৰ লাজ লাগে। স্কুলীয়া ল'ৰাই পৰীক্ষা দিয়াৰ পিছত শিক্ষকসকলক খাটিলুটি প্ৰমোচন লোৱা আৰু চাকৰিয়ালসকলে ওপৰৰ অফিচাৰসকলক খাটিলুটি প্ৰমোচন লোৱা একে কথা যেন লাগে।"

তেওঁ কলে—"আপুনি ভুল বুজিলে। মই আপোনাক খাটিলুটি প্ৰমোচন লবলৈ কোৱা নাই। আপুনি প্ৰমোচন দাবী কৰিব। আপুনি এতিয়া এজন ছিনিয়ৰ ই. এ. চি.ৰ কামকে কৰি আছে। আপোনাক ই. এ. চি. কামলৈ প্ৰমোচন নিদিব কিয়? প্ৰধান মন্ত্ৰী ছাদুল্লা চাহাব অলপতে তেজপুৰলৈ আহিব। আপুনি তেওঁক সুধিবচোন, আপোনাৰ প্ৰমোচন বন্ধ কৰি থৈছে কিয়। নিশ্চয় কিবা বিশেষ কাৰণ আছে।"

কেইদিনমানৰ পিছত প্ৰধান মন্ত্ৰী ছাৰ ছৈয়দ ছাদুল্লা চাহাব মন্ত্ৰী ছৈয়দুৰ ৰহমানেৰে সৈতে তেজপুৰলৈ আহি চাৰ্কিট হাউচতে আছেহি বুলি খবৰ পাই মই তেওঁলোকক দেখা কৰিবলৈ গলো। ছৈয়দুৰ ৰহমান আছিল ডিব্ৰুগড়ৰ স্কুলত মোৰ সহপাঠী। মই চাদুল্লা চাহাবক কলো—"আপুনি মোতকৈ জুনিয়ৰ এচ. ডি. চি.জনক তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি ই. এ. চি. কামলৈ প্ৰমোচন দিলে, কিন্তু মই প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতাৰে এজন ই. এ. চি.ৰ কামকে কৰি আছো যদিও, মোক ই. এ. চি. কামলৈ প্ৰমোচন নিদিলে। এইটোনো কেনেকুৱা বিচাৰ হ'ল?"

ছাদুল্লা চাহাবে কলে—"হিগিন্স চাহাবে তোমাৰ চাৰ্ভিছ বুকত

এটা বেয়া ৰিমার্ক দি থৈছে আৰু গানিং চাহাবেও তেনেকুৱা এটা ৰিমার্ক দি তোমাৰ প্ৰমোচন বন্ধ কৰি থৈছে।”

এই দুজন কমিচনাৰ চাহাবে মোক কি ৰিমার্ক দিলে বুলি সোধাত তেওঁ কলে—“হিগিন্স চাহাবে লিখিছে, এই অফিচাৰজনক কোনো দায়িত্বপূর্ণ কামৰ ভাৰ দিব খুজিলে পাছ হোঁহকে। গানিং চাহাবেও তেনেকুৱা ৰিমার্ক দি তোমাক ৰিকমেণ্ড নকৰিলে।”

মই কলো—“ছাৰ, এই দুজন চাহাবে মোক অন্যায় কৰিলে। গানিং চাহাবে মোক বেয়া পোৱাৰ কাৰণটো আপুনি জানেই দেখোন। মই মেডিকেল চার্টিফিকেট সহ ছুটীৰ দৰ্খাস্ত দিছিলো। গানিং চাহাবে নেটিভ চিভিল চাৰ্জ্জনৰ চার্টিফিকেট বিশ্বাস নকৰি মোক ছুটী নিদি তৎক্ষণাৎ কামত হাজিৰ হবলৈ আদেশ দিলে। কিন্তু চিলঙৰ মেডিকেল ব’ৰ্ডে মোক পৰীক্ষা কৰি ছুটী দিয়াত গানিং চাহাবে লাজ পাই ব্যক্তিগতভাবে শত্ৰুতা কৰি বেয়া ৰিমার্ক দি মোৰ প্ৰমোচন বন্ধ কৰি থৈছে। এনেস্থলত তেওঁৰ ৰিমার্কটোৰ কি মূল্য আছে? যোৰহাটত এচ. ডি. চি. হৈ থকা কালত হিগিন্স চাহাবে মোক সুধিছিল, ‘আপোনাক মাজুলীৰ তহচিলদাৰ কৰি পঠালে যাবৰ ইচ্ছা আছেনে নাই?’ তুথীয়া ৰাইজক চেপিখুন্দি খাজানা তোলা কাম মই কৰিব নোৱাৰোঁ। সেইকাৰণে মোৰ ইচ্ছা নাই বুলি কলো। তাৰ পিছত শিৱসাগৰত এচ. ডি. চি. হৈ থকা কালত তেওঁ মোক পুনৰ সুধিছিল,—‘আপোনাক দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দি শিৱসাগৰত ক্ৰিমিনেল কেছবিলাক লবলৈ দিলে আপোনাৰ চাৰ্কোলৰ কামৰ উপৰি এই কামটো কৰিব পাৰিবনে?’ কামত ফাকি দিয়া মোৰ অভ্যাস নাই। সেইকাৰণে একজন অফিচাৰে এছ. ডি. চি.ৰ কাম আৰু মেজিষ্ট্ৰেটৰ কাম চম্ভালিব পৰা সম্ভৱ নহয় বুলি কলো। কাৰণ এচ. ডি. চি.ৰ কামৰ আদি-অন্ত নাই। গোটেই বছৰটো কাম কৰি সদৰ চাৰ্কোলৰ কাম কোনোমতে শেষ কৰিব পাৰিছিলো। তাৰ উপৰি

মেজিষ্ট্ৰেটৰ কাম কৰিম কেতিয়া ? সেইকাৰণেই হিগিন্স চাহাবে মোক সেই ৰিমাৰ্কটো দি গল। কিন্তু তাৰ পিছত মোৰ নিজৰ কামৰ উপৰি গৌৰীসাগৰ তহচিল স্থাপন কৰি ঘৰবিলাক সজাই দি তহচিলৰ কামৰ গৎ লগাই দিয়াত কমিচনাৰ ৱাকাৰ চাহাবে মোক ভাল পালে। শিৱসাগৰ ৰিচেটেলমেণ্টৰ কামত সন্তুষ্ট হৈ চেটেলমেণ্ট অফিচাৰে মোক ভাল ৰিমাৰ্ক দি গৱৰ্ণমেণ্টলৈ ৰিপ'ৰ্ট দিছিল। বৰপেটাত এচ. ডি. চি. হৈ থকা কালত কমিচনাৰ বেণ্টিঙ্ক চাহাবে মোৰ কামত সন্তুষ্ট হৈ তেতিয়াই মোক তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা দিছিল। এইসকল চিনিয়ৰ অফিচাৰৰ ভাল ৰিমাৰ্কবোৰে হিগিন্স চাহাবে বিনা কাৰণত দিয়া ক্ষুদ্ৰ ৰিমাৰ্কটো কাটিব নোৱাৰিবনে ? এতিয়া মোক ই. এ. চিৰ দৰ্মহা দিয়া নাই যদিও গৱৰ্ণমেণ্টৰ আদেশমতে দায়িত্বপূৰ্ণ ই. এ. চি.ৰ কামবোৰকে মই কৰি আছো। আপুনি মোৰ কামত কিবা দোষ ধৰিবলৈ পাইছে জানো ?"

এনেতে ছৈয়দুৰ ৰহমানে মাত লগালে—"এৰা, এওঁক প্ৰমোচন নিদিবৰতো কোনো কাৰণ নাই।"

ছাদুল্লা চাহাবে কলে—"তুমি মোক ক'লে কি হব ? তোমাৰ ভাগিন নবক কৰা, হেৰম্বক কৰা। তেওঁলোকে তলৰপৰা তোমাৰ নামটো পঠাই দিলেই মই তোমাক প্ৰমোচন দিম।"

ছাদুল্লা চাহাবে কোৱা কথা সেইদিনাই এখন প্ৰাইভেট চিঠিত হেৰম্ব বৰুৱালৈ লিখি দিলো। পোন্ধৰ দিনমানৰ পিছত হেৰম্ব বৰুৱাই মোলৈ লিখিলে—"আপোনাক ই. এ. চি. কামলৈ প্ৰমোচন দিছে। অহা সপ্তাহৰ গেজেটত ওলাব।"

গৱৰ্ণমেণ্টে গানিং চাহাবৰ ৰিমাৰ্কটো দলিয়াই পেলাই মোক প্ৰমোচন দিয়াত মই ভাবিলো, গানিং চাহাবে পুনৰ লাজ পাই এতিয়া দেখাশুনাকৈ মোৰ অনিষ্ট কৰিবলৈ চেষ্টা কৰিব। তেওঁ মোক ভাল নাপায়েই, মইনো মোৰ শত্ৰুৰ ওচৰত সেও হৈ থাকোঁ

কিয় ? এওঁনো মোক কি কৰিব পাৰে চাওঁচোন বুলি ভাবি তেওঁকো এটা কামোৰ মাৰি সমানে সমানে যুঁজিবলৈ ফেৰ পাতি ললো। এখন প্ৰাইভেট চিঠিত গানিং চাহাবলৈ লিখিলো— "আপোনাৰ অনুগ্ৰহতে ই. এ. চি. কামলৈ প্ৰমোচন পাই আপোনাৰ ওচৰত মই চিৰকৃতজ্ঞ। তাৰবাবে আপোনাক অশেষ ধন্যবাদ জনালো।"

সেইখন চিঠি দি মই তেওঁক ঠাট্টা কৰিলো বুলি তেওঁ নুবুজাকৈ থকা নাছিল; কিন্তু বুজিও নুবুজাৰ ভাও ধৰি তেওঁ মোক সেই চিঠিৰ উত্তৰ দিছিল। কাম-কাজ মন দি কৰিবলৈ উপদেশ দিছিল। কিন্তু চিঠিখনৰ লেফাফাটোৰ ওপৰত মোৰ নামটো লিখি তাৰ তলত ডাঙৰ ডাঙৰ আখৰেৰে লিখিলে **Probationary E. A. C.**। তাৰ দ্বাৰা তেওঁ মোক ইয়াকে বুজালে যে, মই তেতিয়াও তেওঁৰ হাতৰ তলুৱাতহে। তেওঁ ৰিকমেণ্ড নকৰিলে মোক ই. এ. চি. কামত কন্‌ফাৰ্ম্ম নকৰে।

তেতিয়া মোৰ অন্তৰ্নিহিত সুপ্ত দৈত্যটো সম্পূৰ্ণ সজাগ হৈ উঠিছিল। মনতে ভাবিলো, এওঁ মোক ভয় দেখুৱাইছে। ময়ো যুঁজিবলৈ প্ৰস্তুত হৈ আছো। কোন হাৰে, কোন জিকে দেখা যাব।

* * * *

ই. এ চি. হোৱাৰ পিছত মই আগেয়ে কৰি থকা কামৰ উপৰি জেলত থকা ৰাজনৈতিক বন্দীসকলৰ চিঠিবোৰ চেন্সৰ কৰা আৰু ভাৰতৰক্ষা আইনমতে বিচাৰ কৰি স্বাধীনতা আন্দোলনত যোগ দিয়া সকলক জেললৈ পঠোৱা কামো মই কৰিব লগা হ'ল। বিচাৰ আছিল নামমাত্ৰ। তেওঁলোকে মোকৰ্দ্দমাত অংশ গ্ৰহণ নকৰিছিল। এই দুটা লেতেৰা কাম কৰিবলৈ মই বৰ বেয়া পাইছিলো। বিশেষকৈ তেজপুৰীয়া ৰাইজক বিনা বিচাৰে জেললৈ পঠাবলৈ বাধ্য হৈ মই অন্তৰত আঘাত পাইছিলো। কেইবছৰমানৰ পূৰ্ব্বে মই তেজপুৰত এছ. ডি. চি. হৈ থকা কালত তেজপুৰীয়া

ৰাইজে মোক আদৰ-সাদৰকৈ মাতি নি তেওঁলোকৰ ৰঙালী বিহু সন্মিলনৰ মুকলি সভাত সভাপতিৰ আসনত বহুৱাই ফুলৰ মালা পিন্ধাই বিহুৰ গামোছা উপহাৰ দিছিল। দ্বিতীয়বাৰ তেজপুৰলৈ গৈ সেইসকল মানুহৰ ভিতৰৰে কিয়ানক বা জেললৈ পঠালো !

এদিন এজলাচত বহি কাম কৰি থকা সময়ত এজন পুলিচ অফিচাৰ আৰু দুজন চিপাহীয়ে আঠজনমান মানুহৰ এখন এখন হাত এডাল জৰীৰে বান্ধি মোৰ ক'র্টৰুমৰ ফাললৈকে অনা দেখিলো। এই দৃশ্য দেখি মোৰ বৰ বেয়া লাগিল। তেওঁলোক চোৰ-ডকাইত নহয়। অপমান কৰিবৰ কি আৱশ্যক আছিল ? মোৰ কোঠাৰ বাহিৰত হাতবোৰ খুলি দি তেওঁলোকক আনি মোৰ আগত হাজিৰ কৰি দিলেহি। তেওঁলোকক দেখিয়েই বুজিলো, তেওঁলোক ৰাজবন্দী। মই চাপ্ৰাচীক কলো—"দুখন ইজি-বেঞ্চ অনাই এওঁলোকক বহিবলৈ দে।"

চাপ্ৰাচীয়ে বেঞ্চ দুখন অনালত মই তেওঁলোকক কলো—"আপোনালোক তাতে বহক।"

তেওঁলোক বহাৰ পিছত যথানিয়মে সাক্ষী-বাদী লৈ চাৰ্জ্জ ফ্ৰেম কৰি মই তেওঁলোকক দোষী নে নিৰ্দ্দোষী বুলি সোধাত এজনে কলে—"আমি এই মোকৰ্দ্দমাত অংশ গ্ৰহণ নকৰোঁ।"

মই কলো—"তেনেহলে ইংৰাজৰ আইনমতে আপোনালোক ছমাহ ৰাজঅতিথি হৈ থাকিব লাগিব।"

সেই মুখীয়ালজনেই পুনৰ কলে—"একো কথা নাই। এবছৰ দিলেও বেয়া নাপাওঁ। আপুনি অলপো সঙ্কোচ নকৰি নিজৰ কৰ্ত্তব্য পালন কৰক।"

তেওঁলোকৰ কথা শুনিয়েই মই বুজিলো, তেওঁলোক শিক্ষিত ভদ্ৰলোক আৰু মোক বহুদিনৰ আগৰপৰাই চিনি পায়। ৰায় লিখি পুলিচ বিষয়াজনক কলো—"এওঁলোকৰ ছমাহ জেল হৈছে। লৈ যাওক।"

পুলিচ অফিচাৰজনেও ভদ্ৰভাবে তেওঁলোকক কলে—“আপোনালোক মোৰ লগতে আহক।”

তেওঁলোকক বাহিৰলৈ নি হাতবোৰ পুনৰ বান্ধিব বুলি ভাবিছিলো। কিন্তু অফিচাৰজনে হাত নাবান্ধিলে। আগে-পাছে দুজন চিপাহী থিয় কৰি সকলোকে মাৰ্চ কৰাই লৈ গল।

সেই সময়ত তেজপুৰত শালনি আৰু মিছামাৰী বিমানকোঠ স্থাপন কৰা কাম চলি আছিল। মিলিটেৰীৰ নিমিত্তে ঘৰ আৰু মাটি অধিগ্ৰহণ কৰা কামত এজন ই. এ. চি. নিযুক্ত হৈ আছিল। সেই ই. এ. চি.জনে ছুটী লোৱাত মোকেই তেওঁৰ কামলৈ বদলি কৰা আদেশ পাই মই বিমোৰত পৰিলো। ৰাজনৈতিক বন্দী-সকলৰ লগত ভাল ব্যৱহাৰ কৰা কাৰণে গানিং চাহাবে মোক এই কামত আৰু নথয় বুলি জানিছিলো। কিন্তু মিলিটেৰীৰ কামলৈ বদলি কৰিব বুলি ভবাই নাছিলো। শালনি বিমানকোঠ তেজপুৰৰপৰা উত্তৰফালে চৌব্বিশ মাইল দূৰত; মিছামাৰী বিমান-কোঠ পশ্চিমফালে ত্ৰিশ মাইল দূৰত। মিলিটেৰীক লাগে বুলিলে ভুকুতে কলটো পকাই দিব লাগিব। মোৰ মটৰ গাড়ী নাই; কাম চলাম কেনেকৈ?

বিপদত পৰি ডি. চি. মিঃ গুহক কলো—“আপুনি মোক এই কামলৈ পঠালে কিয়? মোৰ মটৰ গাড়ী নাই। বিমানকোঠৰ নিমিত্তে ততালিকে মাটি অধিগ্ৰহণ কৰিম কেনেকৈ?”

মিঃ গুহই কলে,—“মই আপোনাক এই কামলৈ পঠোৱা নাই। গানিং চাহাবে মোক নোসোধাকৈয়ে আপোনাক বদলি কৰিছে। আপোনাক নিয়াত মই বেয়াহে পাইছো। যা হওক, কাম চলাবলৈ আপোনাক মিলিটেৰী অফিচাৰসকলেই সহায় কৰিব। এতিয়া বিমানকোঠৰ ইঞ্জিনিয়াৰ আৰু কমাণ্ডিং অফিচাৰ ডাক-বঙলাতে আছেহি। আপুনি জইনিং ৰিপ'ৰ্ট দি তেওঁলোকক দেখা কৰকগৈ।”

জইনিং ৰিপ'ৰ্ট দি ডাক-বঙলাত চাহাব দুজনক দেখা কৰি চিনাকি দিলত ইঞ্জিনিয়াৰ চাহাবজনে কলে—"আমি আপোনাক লগ ধৰিবলৈ আহিছিলো। মিছামাৰী বিমানকোঠৰ কাৰণে এখন গাৱঁৰ গোটেইখিনি বস্তি মাটি-ঘৰে সৈতে অধিগ্ৰহণ কৰি এসপ্তাহৰ ভিতৰত আমাক দখল দিব লাগিব। আপুনি আজি নোৱাৰে যদি কাইলৈ পুৱাই মিছামাৰীলৈ যাব। আপোনাৰ কাননগুক তাতে লগ পাব। আমাক যিখিনি মাটি লাগে তেওঁক দেখুৱাই দিছো।"

মই কলো—"মই আজি এই কামত জইন কৰিছো। মোৰ মটৰ গাড়ী নাই। কাইলৈ যাওঁ কেনেকৈ তাকেহে ভাবিব লগা হৈছে।"

তেওঁ কলে—"বাৰু, তাৰ কাৰণে ভাবিব নালাগে। আপুনি চহৰৰ কোনখিনিত থাকে আমাক ঠিকনাটো দিয়ক। কাইলৈ পুৱা আঠ বজাত ওলাই যাবলৈ প্ৰস্তুত হৈ থাকিব। এখন ষ্টেচন ৱেগন পঠাই দিম। ড্ৰাইভাৰজন আপোনাৰ হুকুমমতে চলিব। আপুনি মটৰৰ তেল কিনিব নালাগে। বিমানকোঠত থাকি কাম কৰিবৰ ইচ্ছা কৰে যদি, তাত 'ৰিকুইজিচন অফিচাৰ'ৰ কাৰণে ঘৰ এটা ৰিজাৰ্ভ কৰা আছে। তাত থাকি কাম কৰিলে ফ্ৰি ৰেচন পাব। আপুনি খোৱাবস্তু লগত নিব নেলাগে। আৰু কিবা সহায় লাগিলে মোক কব।"

মোকনো আৰু কি সহায় লাগে! মিলিটেৰীৰ নিমিত্তে ভুকুতে কলটো পকাব পৰা কল-কৌশল মোৰ জনা আছে। মাটিৰ গিৰিহঁত ৰাইজক সন্তুষ্ট কৰিব পাৰিলেই হল। মোৰ ঠিকনাটো দি চাহাব দুজনক ধন্যবাদ দি গুচি আহিলো।

পিছদিনা পুৱা আঠবজাত মোৰ তালি-টোপোলা আৰু চাপ্ৰাচীৰে সৈতে মিলিটেৰীৰ মটৰত উঠি এঘণ্টাৰ ভিতৰত বিমান-কোঠ পালোগৈ। ইঞ্জিনিয়াৰ চাহাবজনক দেখা কৰি মই তাতে থাকিম বুলি কোৱাত তেওঁ এজন কেৰাণীক মাতি আনি ৰিকুইজিচন অফিচাৰৰ ঘৰটো মোক দেখুৱাই দিবলৈ আৰু মোক ফ্ৰি ৰেচন

দিবলৈ আদেশ দিলে। মোৰ ঘৰৰ ওচৰতে এশাৰী ঘৰত নেটিভ অফিচাৰসকল আৰু কেৰাণীসকল আছিল। তেওঁলোকে আবেলি বেডমিণ্টন খেলিবলৈ আৰু গধূলি তাচ খেলিবলৈ মোক মাতি নিছিল।

সাতদিনৰ ভিতৰতে ঘৰ-বাৰী গছ-গছনিৰে সৈতে মাটি অধিগ্ৰহণ কৰি মিলিটেৰীৰ মটৰত উঠি ত্ৰেজুৰিৰ পৰা যাঠি হেজাৰমান টকা আনি কেম্পৰ সমুখতে ঘৰ-বাৰীৰ গিৰিহঁত ৰাইজক বিলাই দি তেওঁলোকৰ টিপচহী ললো। ৰাইজে যিমান টকা পাবলৈ আশা কৰিছিল তাতকৈ বহুত বেছি টকা পাই মোক আশীৰ্ব্বাদ দিলে। তেওঁলোকক উঠি যাবলৈ এদিন সময় দি তাৰ পিছদিনা মিলিটেৰীক দখল দিলো। তেওঁলোকৰ মানুহ প্ৰস্তুত হৈ আছিল। দখল পোৱা মাত্ৰে গছ-গছনি কাটি ঘৰ ভাঙি পৰিষ্কাৰ কৰি পেলালে। ঘৰ-বাৰীৰ গিৰিহঁতসকলে যিমান পাৰিলে দৰকাৰী বস্তু উঠাই লৈ গল।

তাৰ পিছদিনা মিলিটেৰীৰ মটৰত তেজপুৰলৈ উলটি আহিলো।

তেতিয়াৰপৰা ঘৰ বা মাটি ৰিকুইজিচন কৰিব লগা হ'লেই ইঞ্জিনিয়াৰ চাহাবজনে মটৰখন পঠাই মোক ঘৰৰ পৰাই লৈ গৈছিল। শালনি বিমানকোঠৰ কাৰণেও কিছুমান ঘৰ-বাৰীৰে সৈতে মাটি অধিগ্ৰহণ কৰি মিলিটেৰীক দখল দিলো। সেই ঠাইৰ ৰাইজেও যিমান টকা পাবলৈ আশা কৰিছিল, তাতকৈ বেছি টকা পাই বৰ সন্তোষ পালে। শালনি গাঁৱৰ কেইজনমান ভদ্ৰলোকে মোক এদিন মাতি নি চাহ-জলপান খুৱালে। কিন্তু কোনেও মোক টকা যাচিবলৈ সাহ কৰা নাছিল। কাৰণ মই টকা নলওঁ বুলি তেওঁলোকে জানিছিল আৰু টকা যাচিবৰ কোনো কাৰণো নাছিল।

ৰিকুইজিচন অফিচাৰ হৈ ডেৰমাহমান কাম কৰাৰ পিছত গানিং চাহাব এদিন তেজপুৰলৈ গৈছিল। তেওঁ মোক কাম কৰি কেনে পাইছো বুলি সোধাত মই কলো—"বৰ ভাল পাইছো

ছাৰ। মিলিটেৰী অফিচাৰসকলে মোক সকলো প্ৰকাৰে সহায় কৰিছে। মোৰ ইচ্ছামতে চলাবলৈ এখন মটৰগাড়ী দিছে। তেল মই কিনিব নালাগে। কেম্পত থাকিলে ফ্রি ৰেচন দিছে। মিলিটেৰীৰ মটৰত ঘূৰি-ফুৰি মাইলেজ এলাৱেঞ্চ পাইছো; কিন্তু মোৰ এক পইচাও খৰছ হোৱা নাই। আপুনি মোক এই কামলৈ বদলি কৰাত মই বৰ সন্তোষ পাইছো।"

তেওঁৰ উদ্দেশ্য বিফল হ'ল বুলি প্ৰকাৰান্তৰে বুজাই দিয়াত বগা কাণ দুখন ৰঙা হৈ গ'ল। মোক আৰু একো নুসুধিলে। মনতে ভাবিলো এতিয়া যোৱা, মোক বদলি কৰাগৈ। বদলি হৈ যাবৰ উদ্দেশ্যেৰেহে জোকৰ মুখত চূণ দি ৰং চালো। চৰকাৰী ট্ৰেজুৰিৰ পৰা যেতিয়াই-তেতিয়াই হেজাৰে হেজাৰে টকা উলিয়াই নি ৰাইজক লৰালৰিকৈ বিলাই দিওঁতে হিচাপত কিবা গণ্ডগোল হয় বুলি মই ভয়ে ভয়ে চলিছিলো। সেই কাৰণে এই কামত থাকিবৰ মোৰ ইচ্ছা নাছিল।

পোন্ধৰ দিনমানৰ পিছত মোক ধুবুৰীলৈ বদলি কৰা আদেশ পাই মোৰ হাঁহি উঠিল। ডি. চি. মিঃ গুহৰ ওচৰলৈ গৈ মোক আজৰাই দিবলৈ কোৱাত তেওঁ কলে—"আপোনাৰ ঠাইত এজন অফিচাৰ নিদিয়ালৈকে মই আপোনাক এৰি দিব নোৱাৰো। আপুনি কাম কৰি থাকক। মই লিখালিখি কৰো।"

ডি. চি.য়ে গানিং চাহাবলৈ লিখাত তেওঁ তেজপুৰ চাৰ্কোলৰ এচ. ডি. চি.জনকে তেওঁৰ নিজৰ কামৰ উপৰি ৰিকুইজিচন অফিচাৰৰ কামৰ চাৰ্জ্জ দি মোক অজৰাই দিবলৈ হুকুম দিলে।

ৰিকুইজিচন অফিচাৰে অনবৰত মিলিটেৰীৰ কামত ঘূৰি-ফুৰিব লাগে কাৰণে চাৰ্কোল এচ. ডি. চি.য়ে নিজৰ কামৰ উপৰি সেই কাম চম্ভালিব নোৱাৰে বুলি ডি. চি.য়ে পুনৰ ৰিপ'ৰ্ট দিয়াত গানিং চাহাবে ডি. চি.ৰ সেই চিঠিৰ উত্তৰ নিদিলে। তাৰ মানে তেওঁৰ হুকুমৰ ওপৰত নেটিভ ডি. চি.ৰ আপত্তি নাখাটে।

দহদিনমানৰ পিছত গানিং চাহাবে ডি. চি.লৈ লিখিলে—"ৰাজখোৱা ধুবুৰীলৈ যোৱা নাই কিয়, তৎক্ষণাৎ ৰিপ'ৰ্ট দিয়ক।"

মোৰ ঠাইত এজন অফিচাৰ নিদিলে মোক এৰি দিব নোৱাৰে বুলি ডি. চি.য়ে গানিং চাহাবলৈ পুনৰ লিখাত তেওঁ খণ্ডত অগ্নিশৰ্ম্মা হৈ চীফ চেক্রেটাৰীলৈ লিখিলে—"শৈলধৰ ৰাজখোৱাক ধুবুৰীলৈ বদলি কৰা বহুত দিন হল। তেওঁ তেজপুৰৰ ডি. চি.ক হাত কৰি লৈ মোৰ হুকুম অমান্য কৰি ধুবুৰীলৈ এতিয়াও যোৱা নাই" ইত্যাদি।

সেই সময়তে ডি. চি. মিঃ গুহ চীফ চেক্রেটাৰীক দেখা কৰিবলৈ চিলঙলৈ গৈছিল। চীফ চেক্রেটাৰীয়ে তেওঁক গানিং চাহাবৰ চিঠিখন দেখুৱাত তেওঁ ভাঙি-পাতি চীফ চেক্রেটাৰীক সকলো কথা কলে।

ডি. চি. চিলঙৰ পৰা উলটি আহি মোক মাতি নি গানিং চাহাবে মোৰ বিৰুদ্ধে দিয়া ৰিপ'ৰ্টটোৰ নকল এটা মোক পঢ়ি শুনাই তাৰ পিছত কলে—"আপুনি পূজাৰ বন্ধৰ সময়লৈকে কাম কৰি ইয়াতে থাকক। পূজাৰ বন্ধৰ এদিন আগতে আপোনাক অজৰাই দিম। বন্ধত আপুনি ঘৰলৈ যাবগৈ। তাৰ পিছত ধুবুৰীত জইন কৰিবগৈ। গানিং চাহাবে মোক কি কৰিব পাৰে দেখিম।"

কথাবোৰ ৰহস্যজনক হৈ উঠাত ৰং চাবলৈ পাই মই বৰ মজা পালো।

সেই সময়ত ধুবুৰীত ডি. চি. হৈ আছিল জেহিৰুল হক চাহাব। কলেজত পঢ়াদিনৰে পৰা তেওঁৰ লগত মোৰ চিনা-পৰিচয় আছিল। কটন কলেজত তেওঁ মোতকৈ একশ্ৰেণীৰ ওপৰত পঢ়িছিল। পোনে পোনে ই. এ. চি. কামত সোমাই তেওঁ তেতিয়া ডি. চি. হৈছিলগৈ।

পূজাৰ বন্ধৰ এদিন আগতে মোক অজৰাই দিয়াত মই ধুবুৰীৰ ডি. চি.লৈ লিখিলো—"তেজপুৰৰ ডি. চি.য়ে মোক অজৰাই দিব পৰা নাছিল কাৰণে মই যাব পৰা নাছিলো। এতিয়া অজৰাই দিছে। পূজাৰ বন্ধত মই ঘৰলৈ যাম। বন্ধৰ পিছত ধুবুৰীত

জইন কৰিমগৈ। মোৰ নিমিত্তে ঘৰ এটা বন্দোবস্ত কৰি থবলৈ নাজিৰক কব। মোৰ মালবিলাক ৰেলত বুক কৰি পঠাইছো। সেইবিলাক ষ্টেচনৰ পৰা নি ঘৰতে থবলৈ কব।"

তেওঁলৈ এই চিঠিখন পঠাই মই বন্ধত ডিব্রুগড়লৈ আহিলো। সেই সময়ত গোটেই ডিব্রুগড় চহৰ বগা আৰু ক'লা আমেৰিকান সৈন্যৰে ঠাহ খাই পৰিছিল। মোৰ ছোৱালী কেইজনীৰ স্কুললৈ অহা-যোৱা কৰিবলৈকে আহুকাল হৈছিল। তেতিয়া ডিব্রুগড়ৰ ওচৰৰ বিমানকোঠত জাপানীয়ে বোমা পেলাইছিল। খোৱা-বস্তু পাবলৈ নাই। মোৰ স্কুলত পঢ়া দ্বিতীয় পুত্র শ্রীজ্যোতিধৰ ৰাজখোৱাই অফিচাৰসকলৰ ওচৰলৈ গৈ খোৱা-বস্তুৰ যোগাৰ কৰি কোনোমতে ঘৰখন চলাই আছিল।

মই ল'ৰা দুটাক কলো—"তহঁত দুটাই পাৰ যদি মাৰ আৰু বায়েৰ-ভনীয়েৰহঁতক ধুবুৰীলৈ লৈ যাবি। মিলিটেৰীৰ হেঁচাত ৰেলত ঠাই পোৱা টান। মই নিব নোৱাৰোঁ। ককাদেউতাৰ আৰু আইতাৰ দদায়েৰ শ্ৰীপ্ৰেম মইনাৰ ঘৰলৈ তিনিচুকীয়ালৈ যাব। মই মইনালৈ চিঠি দিম। ঘৰটো শ্ৰীৰাধাগোবিন্দ বৰুৱাক চমজাই দি থৈ যাবি। তেওঁ পাৰে যদি কেৰেয়ালৈ দিব।"

শ্ৰীৰাধাগোবিন্দ বৰুৱা তেতিয়া ডিব্রুগড়ত মোৰ ঘৰৰ সমুখৰ ঘৰটোকে কেৰেয়ালৈ লৈ তাতে থাকি তেওঁৰ ডিব্রুগড়ৰ ছপাখানাত সাপ্তাহিক অসম ট্রিবিউনখন ছপাই উলিয়াইছিল। ডিব্রুগড়ৰ হাইস্কুলত তেওঁ মোৰ এজন প্ৰিয় ছাত্র আছিল। যুদ্ধৰ সময়ত বুঢ়া-বুঢ়ীৰ লগত ডিব্রুগড়ত অসহায় অৱস্থাত পৰি থকা মোৰ পৰিয়ালটোক তেওঁ সততে সহায় কৰিছিল। মোৰ পৰিয়ালটো ধুবুৰীলৈ যোৱাৰ পিছত মোৰ ঘৰটো এশটকাত কেৰেয়ালৈ দি মোলৈ চিঠি দিছিল। মোৰ অসময়ত তেওঁৰ পৰা এইখিনি সহায় পাই মই তেওঁৰ ওচৰতো চিৰকৃতজ্ঞ।

ল'ৰা দুটাক কামৰ দিহা দি আৰু মা-দেউতাক তিনিচুকীয়ালৈ

নিবলৈ শ্ৰীপ্ৰেম মইনালৈ চিঠি দি মই বন্ধৰ পিছত অকলে ধুবুৰীলৈ গৈ কামত জইন কৰিলোগৈ।

কিছুমান দিনৰ পিছত খবৰ পাইছিলো, গানিং চাহাবে মোৰ বিৰুদ্ধে দিয়া মন্তব্যটো কটাই মোক প্ৰমোচন দিবলৈ স্বৰ্গীয় হেৰম্বপ্ৰসাদ বৰুৱাই মোৰ নিমিত্তে ভালকৈয়ে যুজিব লগাত পৰিছিল। তেওঁ আছিল উচ্চ বংশৰ এজন হাতদীঘল ডাঙৰ মানুহ। সেইকাৰণে তেওঁৰ মনটোও আছিল আহল-বহল। তেওঁ মোৰ সৰু ভাই শ্ৰীপ্ৰেম মইনাকো কাম এটা যোগাৰ কৰি দিছিল। সেইকাৰণে স্বৰ্গীয় বৰুৱাদেৱৰ ওচৰতো মই চিৰকৃতজ্ঞ।

# ধুবুৰীত

ইংৰাজী ১৯৪৩ চনৰ পূজাৰ বন্ধৰ পিছত ধুবুৰীলৈ গৈ জইনিং ৰিপ'ৰ্ট দি মই ডি. চি. জেহিৰুল হক চাহাবক দেখা কৰিলোগৈ। তেওঁ মোক কলে—"অনাৰেৰী মেজিষ্ট্ৰেটসকলৰ কাম উঠি যোৱাত ইয়াৰ প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতাপ্ৰাপ্ত অনাৰেৰী মেজিষ্ট্ৰেট-জনৰ ফাইলত বহুত আধৰুৱা পুৰণা ক্ৰিমিনেল কেচ জমা হৈ আছে। এইবোৰ চাফা কৰিবলৈ এজন প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতাপ্ৰাপ্ত অফিচাৰ পঠাবলৈ মই বহুত দিনৰ আগৰেপৰা লিখালিখি কৰি আছো। এতিয়া এইবোৰ আপুনি লব লাগিব। তদুপৰি আপুনি ট্ৰেজুৰি অফিচাৰ হৈ ডিষ্ট্ৰিক্ট ট্ৰেজুৰিৰ কামো কৰিব লাগিব আৰু দিনেপতি নতুন নতুন ক্ৰিমিনেল কেচ আপোনাৰ ফাইললৈ গৈয়ে থাকিব। এইবোৰ কাম আপুনি চম্ভালি লব পাৰিলে মই বৰ সন্তোষ পাম।"

গানিং চাহাবে মোক ইমান টনা-আজোৰা কৰি ধুবুৰীলৈ পঠোৱাৰ কাৰণটো মই বুজিলো। ট্ৰেজুৰিৰ কামৰ উপৰিও এইবোৰ গেলা-পচা উকটি চাফা কৰিব নোৱাৰিলে মন্তব্য এটা দি মোক ই. এ. চি. কামত স্থায়ী নকৰি পেলাই থবৰ মতলব। কিন্তু এনেকুৱা বহুত দিনৰ পুৰণা কেচ এটা বা দুটা দিন দি আইন মতে সামৰি-সুতৰি থব পৰা কিটিপটো মোৰ জনা আছিল।

মই হক চাহাবক কলো—"মই চম্ভালিব পাৰিম; আপুনি চিন্তা নকৰিব।"

সেইদিনাৰ পৰাই কামত মূৰপুতি লাগি চাৰি-পাঁচমাহমানৰ ভিতৰতে গোটেইবোৰ পুৰণা কেচ শেষ কৰি পেলালো। লগে

লগে নতুন কেচ কিছুমানো শেষ কৰিলো। কিন্তু দিনেপতি জাপে জাপে নতুন কেচবোৰ আহি থকাৰ কাৰণে মোৰ ফাইলত বহুত নতুন কেচ জমা হৈ গল। পুৰণা কেচবোৰ শেষ কৰি পেলালো বুলি খবৰ পাই হক চাহাবে বৰ সন্তোষ পালে।

এদিন হক চাহাবৰ ওচৰলৈ গৈ মই কলো—"পুৰণা কেচবোৰ শেষ কৰিলো যদিও, মোৰ ফাইলত বহুত নতুন কেচ জমা হৈ গল। মোক summary trialঅৰ ক্ষমতা দিলেহে এইবোৰ যথাসময়ত শেষ কৰি কামৰ গৎ লগাই লব পাৰিম।"

হক চাহাবে কলে—"বাৰু, আপুনি এখন দৰ্খাস্ত দিয়ক। মই ৰিকমেণ্ড কৰিম। ডিষ্ট্ৰীক্ট জজ চাহাবজনে আপোনাক ভাল পায়; তেৰোঁ ৰিকমেণ্ড কৰিব।"

তেওঁ কোৱামতে দৰ্খাস্ত এখন দিলো। কিন্তু ডি. চি. আৰু ডিষ্ট্ৰীক্ট জজ চাহাবে ৰিকমেণ্ড কৰা সত্বেও গানিং চাহাবে মোৰ দৰ্খাস্তখনৰ ওপৰত গভৰ্ণমেণ্টলৈ লিখিলে—"এই অফিচাৰজনে Higher Standard Civil and Criminal Law পৰীক্ষা পাছ কৰা নাই। সেইকাৰণে তেওঁক summary trialঅৰ ক্ষমতা দিব নোৱাৰি।"

গানিং চাহাবৰ এই ৰিপ'ৰ্টটোৰ এটা কপি কমিচনাৰৰ অফিচৰ পৰা মোলৈ পঠালে।

চব-ডেপুটী কামত সোমোৱাৰ পিছত মই ইং ১৯২০ চনতে Lower Standard Civil and Criminal Law পৰীক্ষা with credit পাছ কৰিছিলো। ইং ১৯৪০ চনৰপৰা ক্ৰিমিনেল কেচবিলাক লোৱাৰ লগে লগে ফৌজদাৰী আইনৰ কিতাপবিলাক ঘাটি সেইবিলাক মোৰ একপ্ৰকাৰ মুখস্থ হৈ গৈছিল। লগে লগে দেৱানী আইনৰ কিতাপবিলাকো পঢ়ি গৈছিলো। সেইকাৰণে পৰীক্ষা দিয়া মোৰ নিমিত্তে একো টান কাম নাছিল। দুমাহমানৰ পিছত গুৱাহাটীলৈ গৈ Higher Standard Civil and Criminal

Law পৰীক্ষা দি with credit পাছ কৰিলো। পৰীক্ষাৰ খবৰ ওলোৱাৰ দহদিনমানৰ পিছতে গানিং চাহাবক নোসোধাকৈয়ে গৱৰ্ণমেণ্টে মোক summary trialৰ ক্ষমতাও দিলে আৰু মুগুফৰ ক্ষমতাও দিলে। সেইবাৰ মোৰ বাহিৰে আন কোনো অফিচাৰে with credit পাছ কৰা নাছিল। তেতিয়াৰ পৰা মোৰ কাম সহজ হ'ল।

ইতিমধ্যে মোৰ ল'ৰা দুটাই লাগতিয়াল মালে-বস্তুৰে সৈতে মাকহঁতক ধুবুৰীলৈ নিলে। মা আৰু দেউতাক শ্ৰীপ্ৰেম মইনাই তিনিচুকীয়ালৈ নিলে। মা-দেউতাৰ হাত-খৰছৰ বাবে মই মাহে মাহে টকা পঠাই আছিলো। তেতিয়া শ্ৰীপ্ৰেম মইনাৰ অৱস্থা ভাল আছিল। কেইমাহমান টকা পঠোৱাৰ পিছত টকা আৰু পঠাব নেলাগে বুলি শ্ৰীপ্ৰেম মইনাৰ চিঠি পাই টকা পঠোৱা বন্ধ কৰিলো।

দেউতাই লিখিলে—"মইনাই যিখিনি হাত-খৰছ দিছে, তাকে আমি খৰছ কৰিব পৰা নাই। তুমি আৰু টকা পঠাব নেলাগে।"

* * *

ৰাইজৰ লগত মিলা-প্ৰীতিৰে থকা গৱৰ্ণমেণ্ট অফিচাৰ ভাল অফিচাৰ হব নোৱাৰে বুলি গানিং চাহাবে মোক এবাৰ কৈছিল। ময়ো তেওঁৰ সেই কথাৰ উচিত জবাব দিছিলো। তেওঁৰ সেই উপদেশ মই নামানিলো। মই অসমৰ যি ঠাইলৈকে গৈছিলো সেই ঠাইৰ ৰাইজৰ লগত মিলা-প্ৰীতিৰেই আছিলো। ৰাইজেও মোক ভাল পাইছিল। গানিং চাহাবে মোক বেয়া পোৱাৰ এইটোৱেই আছিল প্ৰধান কাৰণ।

ধুবুৰীলৈ গৈ গানিং চাহাবৰ গা বেজবেজাই যাওক বুলিয়েই ধুবুৰীৰ ৰাইজৰ লগত মিলা-প্ৰীতিৰে থাকি তেওঁলোকৰ প্ৰায় প্ৰত্যেকখন ৰাজহুৱা সভাত সভাপতিৰ আসনৰ পৰা বক্তৃতা দিছিলো। ধুবুৰীৰ বঙালী সমাজেও তেওঁলোকৰ চাৰিখন ৰাজহুৱা

সভাত মোক সভাপতি পাতিছিল। হাবিত লগপোৱা সেই বন-ৰজাটোকো মই মনতে কৈছিলো—'মুখামুখি হৈ তোৰ লগত ফেৰ পাতিলো যেতিয়া মৰোঁ যদি, তোকো এটা মৰকামোৰ দিহে মৰিম।' বন্দুকটো টোঁৱাই বৈ আছিলো। সি সমুখতে চেপেটা লাগি লুকাই আছিল, কিন্তু মই তাক নেদেখিলো। সিহে মোক দেখি ভয়তে পলাল। গানিং চাহাব আছিল সেই বাঘতকৈও ভয়ঙ্কৰ, ককালত কোব পৰা এটা ফেটীসাপৰ নিচিনা। তেওঁ মোক দেখা-শুনাকৈ পাছে পাছে খেদিছিল।

* * *

সেই সময়ত ধুবুৰী চহৰৰ পৰা ভালেমান দূৰত শালকোচা নামে এখন সৰু জমিদাৰী ষ্টেট আছিল। সেই ষ্টেটৰ বহুত টকা ধাৰ লগা কাৰণে জমিদাৰী গৱৰ্ণমেণ্টৰ হাতলৈ আনি গানিং চাহাবে মোৰ নিজৰ কামৰ উপৰি মোকে সেই ষ্টেটৰ মেনেজাৰ পাতিলে। মই দহবজাৰ পৰা বাৰবজালৈকে ট্ৰেজুৰিৰ কামতে ব্যস্ত থাকো। তাৰ পিছত ক্ৰিমিনেল কেচবিলাক লওঁ। তাৰ উপৰি ষ্টেটৰ মেনেজাৰী কৰিবলৈ সময় ক'ত? তথাপি মই আপত্তি নকৰিলো। আপত্তি কৰা হ'লে গানিং চাহাবে মোক হিগিন্স চাহাবে দিয়া সেই ৰিমাৰ্কটোকে দি অনিষ্ট কৰিবলৈ সুবিধা পালেহেঁতেন।

এদিন দেওবাৰে জমিদাৰৰ কাছাৰীলৈ গৈ জমিদাৰীৰ কাকত-পত্ৰবিলাক চাই বুজিলো খাজনা তোলা, টকা-পইচাৰ হিচাপ ৰখাত তেনেই বেমেজালি। মেপ দুখনমান হাতত লৈ ওচৰৰ গাওঁ-কেইখনমানত ঘূৰি-ফুৰি দেখিলো, মেপবিলাক একেবাৰে ভুল। চৰজমিনৰ লগত মেপ নিমিলে। সেইবোৰ বেমেজালি দেখিয়েই ষ্টেটৰ ধাৰ লগাৰ কাৰণটো মই বুজিলো আৰু ষ্টেটৰ ধাৰ মাৰিবলৈ মই এটা উপায় পালো।

ধুবুৰীলৈ উলটি আহি জমিদাৰ কেইজনক সকলো কথা বুজাই

দিলত তেওঁলোকে ধাৰ মাৰিবলৈ মই যি প্ৰস্তাৱ দিম তাতে তেওঁলোক সন্মত হব বুলি কলে। এদিন জমিদাৰ কেইজনক আৰু তেওঁলোকৰ ধৰুৱা মহাজন কেইজনক মোৰ অফিচলৈ মাতি আনি আপোচ-মীমাংসা কৰি ধাৰ মাৰিবলৈ মই এটা প্ৰস্তাৱ দিলো। উভয়পক্ষই সেই প্ৰস্তাৱত সন্মত হৈ চহী কৰি দিয়াত মোৰ কাম সহজ হল। তুমাহমানৰ ভিতৰতে ষ্টেটৰ ধাৰ মাৰি চাফা কৰি দিলো। মই ইমান সহজে ধাৰখিনি মাৰি দিয়াত জমিদাৰ কেইজনে বৰ ভাল পালে।

* * *

ইংৰাজী ১৯৪৫ চনত দ্বিতীয় মহাযুদ্ধত ইংৰাজ জয়ী হোৱা উপলক্ষে গোটেই অসমৰ গৱৰ্ণমেণ্ট অফিচাৰসকলে আনন্দ উৎসৱত যোগ দিছিল। সেই সময়ত ধুবুৰীত জাৰ্ম্মান চাহাব ডি. চি. হৈ আছিল। আমি ধুবুৰীৰ অফিচাৰসকলে গোৰা আমেৰিকান চাহাব-সকলৰ লগত 'ফেন্সী ড্ৰেচ' ফুটবল প্ৰতিযোগিতা পাতিছিলো। জাৰ্ম্মান চাহাবে হাতত বৰ দীঘল এডাল লাঠী লৈ কাবুলীৰ সাজ পিন্ধি এটা কাবুলীৰ ভাও লৈছিল। পৰশুৰাম দত্ত ডি. এফ. অ.ই এজন মাৰোৱাৰী মহাজনৰ ভাও লৈছিল আৰু মই লৈছিলো এজনী অসমীয়া গাভৰু ছোৱালীৰ ভাও। বাকী আঠজনে যাৰ যি-ইচ্ছা বেলেগ বেলেগ ভাও লৈছিল। মোৰ ছোৱালী কেইজনীয়ে মোক তলত হাফপেণ্ট এটা আৰু তাৰ ওপৰত মাকৰ পাটৰ মেখেলা এখন পিন্ধাই 'বিপুলনিতম্বা' কৰি মাকৰ ব্লাউজ, জোতা, চাদৰ আৰু হাতত খাৰু, কাণত তুল পিন্ধাই মূৰত বেণীগোঠা চুলি একোচা গুজি দি, মুখত ৰংচং সানি মোক এজনী গাভৰু ছোৱালীলৈ ৰূপান্তৰিত কৰিলে। মোৰ তৃতীয়া কন্যা বনমালা মোতকৈ এক ইঞ্চিমান ওখ আছিল। সিহঁতে মোক সজাই-পৰাই নি ফুটবল পথাৰত এৰি থৈ অহাত চাৰিওফালৰ দৰ্শকসকলে নিলগৰপৰা মোকো সিহঁতৰ লগৰে এজনী গাভৰু ছোৱালী বুলিহে ভাবিছিল।

খেলা আৰম্ভ হবৰ সময়ত প্ৰতিযোগীসকলে নিজ নিজ 'পজিচন' ললত যাহিবৰপৰা কেইজনমানে মোক ওলাই যাবলৈ কৈছিল। মই কিন্তু ওলাই নগৈ তাতে থিয় হৈ থকা দেখি এজন পুলিচ অফিচাৰে মোক ওলাই যাবলৈ কবলৈ আগবাঢ়ি আহিছিল। তেওঁ আহি মোৰ ওচৰ পাওঁতেই মই লৰমাৰি গৈ কাবুলীৰূপী জাৰ্ম্মান চাহাবৰ ওচৰত গোচৰ দিয়াৰ ভাও দিলো। জাৰ্ম্মান চাহাবে মোক হাতত ধৰি পুলিচ অফিচাৰজনৰ ফালে আগবাঢ়ি গৈ তেওঁক ওলাই যাবলৈ কলে। তাৰ পিছত তেওঁ মোক হাতত ধৰি লৈ গৈ ফুটবলটো সমুখত থৈ চেণ্টাৰ ফৰোৱাৰ্ড পজিচনত থিয় কৰি দিলে। আমাৰ এঘাৰজন প্ৰতিযোগীৰ ভিতৰত ময়ো এজন প্ৰতিযোগী বুলি বুজিব পাৰি চাৰিওফালৰ ৰাইজে কোঢ়াল কৰি চাপৰি বজাবলৈ ধৰিলে। তাৰ পিছত খেলা আৰম্ভ কৰি ডিঙিত ঢোল এটা আঁৰি লৈ ৰেফাৰী হোৱা আমেৰিকান চাহাবজনৰ লগত প্ৰেম কৰি বুঢ়া কালত গাভৰু ছোৱালীৰ ভাও দি বহু সহস্ৰ দৰ্শকৰ আমোদ যোগোৱাৰ উপৰিও মাজে মাজে দুই হাতে আঠুৰ তললৈকে মেখেলা দাঙি লৈ চাহাবসকলৰ লগত বাগি দি দস্তুৰমতে ফুটবল খেলা দেখিও ৰাইজে কোঢ়াল কৰি চাপৰি বজাইছিল।

খেলৰ শেষত বহুতে মোক চাবলৈ আগ্ৰহেৰে আগবাঢ়ি আহিছিল। কিন্তু মই তেওঁলোকৰ সপোন নাভাঙিলো। মোৰ নিজৰ ছোৱালী আৰু সিহঁতৰ লগৰ গাভৰু ছোৱালীজাকৰ মাজত সোমাই অদৃশ্য হৈ গলো।

ছোঁ-ঘৰলৈ সিহঁতৰ লগতে গৈ ছদ্মবেশ এৰি কামিজ এটা আৰু তলৰ হাফপেণ্টটো পিন্ধি ওলাই অহাৰ পিছত কেইজনীমান ইংৰাজ নে গোৰা আমেৰিকান মেমচাহাবে মোক মতাই নি হাঁহি হাঁহি এজনীয়ে সুধিলে—"Where is your wife ?"

মই কলো—"তেওঁ অহা নাই, ঘৰত আছে।"

আন এজনীয়ে সুধিলে—"তেওঁ কিমান ওখ ?"

মই কলো—"মোৰ সমান ওখ। তেওঁৰ জোতা, ব্লাউজ আৰু মেখেলা পিন্ধিয়েই মই খেলত নামিছিলো।"

মোৰ কথা শুনি সিহঁত কেইজনীয়ে পাৰেমানে হাঁহিবলৈ ধৰিলে।

জাৰ্ম্মান চাহাব, পৰশুৰাম দত্ত আৰু মই সেইদিনা খেলত ভাও দি বঁটা পাইছিলো। আমাৰ নাম কেইখনমান বাতৰি কাকতত উঠিছিল। গানিং চাহাবে দেখি কেনে পালে জানো? হয়তো ভাবিলে, ইয়াক ঠেকত পেলাবলৈহে ধুবুৰীলৈ পঠাইছিলো, ই দেখোন তালৈ গৈ স্ফূৰ্ত্তিহে কৰিছে!

ইংৰাজী ১৯৪৫ চনত মোৰ বৰপুত্ৰ শ্ৰীশশীধৰ ৰাজখোৱাই ফিজিক্সত অনাৰ্চ লৈ বি. এচ-চি. পৰীক্ষা পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত এম. এচ-চি. পঢ়িবলৈ গ'ল। সেই বছৰ তাৰ বায়েক শ্ৰীমতী ৰেণুমালায়ো ইংৰাজীত অনাৰ্চ সহ বি. এ. পৰীক্ষা পাছ কৰি এম. এ. পঢ়িবলৈ যাবলৈ ওলাইছিল। কিন্তু ডিব্ৰুগড়ৰ স্বৰ্গীয় ৰায়বাহাদুৰ সদানন্দ দুৱৰাৰ বৰপুত্ৰ শ্ৰীবিমলানন্দ দুৱৰাৰ লগত তাইৰ বিয়া আগৰেপৰা ঠিক হৈ আছিল। সেইবাবে তাইক এম. এ. পঢ়িবলৈ নপঠালো। ঘৰলৈ নি তাইক বিয়া দিবলৈ চাৰি মাহৰ ছুটীৰ কাৰণে এখন দৰ্খাস্ত দিলো।

মোৰ জীৱনৰ এই সময়ৰ এটা অলৌকিক অভিজ্ঞতাৰ কাহিনী তলত প্ৰকাশ কৰিলো।

মোৰ বৰ জী শ্ৰীমতী ৰেণুমালাই বি-এ পৰীক্ষা দি ধুবুৰীৰ ঘৰলৈ যোৱাৰ পিছত এদিন মই তাইক সুধিলো—"মাকণ, মই শুনিছো তই হেনো মানুহৰ মৃত্যুৰ পিছত তেওঁৰ অশৰীৰী আত্মাক মাতি আনি তেওঁৰ লগত কথা পাতিব পাৰ, এই কথা সঁচানে?"

তাই মিচিকিয়া হাঁহি এটা মাৰি কলে—"সঁচা।"

মই কলো—"সঁচা যদি, দুজনমান মৰা মানুহৰ আত্মা মাতি আনি তই মোক দেখুৱাচোন।"

তাই মোক আৰু ভনীয়েক চাৰিজনীক মাতি নি আগফালৰ

সৰু কোঠাটোত বহুৱাই ঘৰৰ দুৱাৰকেইখন বন্ধ কৰি ললে। তাই বেলেগে এখন চকীত বহিল। সমুখৰ মেজখনৰ ওপৰত কাগজ এখন পাৰি লৈ হাতত পেন্সিল এডাল ললে। তাৰ পিছত তাই মোক কলে—"মোৰ হাতৰ পেন্সিলডালৰ আগটো যেতিয়া এই কাগজখনৰ ওপৰত আপোনা-আপুনি ঘূৰিবলৈ ধৰিব, তেতিয়া কাৰ আত্মাক মাতিব লাগে মনতে কবা, মুখেৰে মাত নামাতিবা। অশৰীৰী আত্মাৰ মনৰ লগতহে সম্বন্ধ। যিসকল মৰা মানুহৰ হাতৰ আখৰ আৰু চহী ভালকৈ চিনি পোৱা, সেইসকলৰ এজনৰ আত্মাক মাতিবলৈ মনতে কবা। তেওঁক প্ৰশ্ন কৰি এৰি দি আন এজনৰ আত্মাক মনতে মাতিবা। তেওঁলোক আহি নিজৰ চহীটো কাগজখনত লিখি দিব, আৰু যি প্ৰশ্ন মনতে কৰা তাৰ উত্তৰ লিখি দিব।"

ভনীয়েক কেইজনীক কলে—"তহঁতে চাই থাক, মুখেৰে মাত নামাতিবি।"

মই ৰায়বাহাদুৰ নীলাম্বৰ দত্তৰ আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ চহী ভালকৈ চিনি পাওঁ। এই দুজনকে মাতিম বুলি ভাবিলো।

তাৰ পিছত আমাক আৰু এবাৰ—মুখেৰে কোনো শব্দ নকৰিবা বুলি কৈ ছোৱালীজনীয়ে পেন্সিলডালৰ আগটো কাগজখনৰ ওপৰত লগাই একমনে ধ্যান কৰিবলৈ ধৰিলে। অলপ বেলিৰ পিছত তাইৰ হাতৰ পেন্সিলডালৰ আগটো কাগজখনৰ ওপৰত ঘূৰিবলৈ ধৰিলে।

মই মনতে কলো—"নীলাম্বৰ দত্তক মাত।"

কথাটো মনতে কোৱা মাত্ৰেই পেন্সিলডালে কাগজখনত নীলাম্বৰ দত্তৰ হাতৰ হুবহু চহীটো কৰি দিয়া দেখি মই আচৰিত হলো। তাৰ পিছত নীলাম্বৰ দত্তৰ অশৰীৰী আত্মাক কলো—"আইধানীক মাতকচোন, তাইৰ লগত কথা পাতো।"

অশৰীৰী আত্মাই ততালিকে কাগজত লিখি দিলে—"তাই নাহে, বহুত ওপৰলৈ গ'ল।"

তাৰ পিছত তেওঁক আৰু দুটামান মনতে প্ৰশ্ন কৰি বুজিলো

যে, মৃত্যুৰ পিছত মানুহৰ জ্ঞান, বুদ্ধি, অহঙ্কাৰ আদি মানসিক বৃত্তিবোৰ লুপ্ত নহয় ; সেইবোৰো অশৰীৰী আত্মাৰ লগতে যায়।

তেওঁক এৰি দি মনতে কলো—"বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰক মাত।"

কথাটো মনতে কোৱা মাত্ৰেই ৰবীন্দ্ৰনাথ ঠাকুৰে নিজৰ চহীটো কাগজখনৰ ওপৰত কৰি দিলে। মই মনতে তেওঁক প্ৰশ্ন কৰিলো—"এই ছোৱালীজনীক বিয়া দিবলৈ মই ছুটী লৈছো; বিয়াখন সুকলমে সমাধা হবনে ?"

ৰবীন্দ্ৰনাথ ঠাকুৰে নিজৰ হাতৰ আখৰেৰে কাগজখনত লিখি দিলে,—"আমি জানি না।"

মই বুজিলো, তেওঁলোকে ভবিষ্যত কব নোৱাৰে। পৃথিবীত থাকোতে যিখিনি জানিছিল, তেতিয়াও সিমানেহে জানে। হাতৰ আখৰো লগতে যায়।

মই আৰু তেওঁক প্ৰশ্ন নকৰা দেখি ছোৱালীজনীয়ে নিজেই বোধকৰোঁ তাইৰ মনতে তেওঁক কলে—"আপুনি আমাক আশীৰ্ব্বাদ কৰক।"

ৰবীন্দ্ৰনাথে কাগজখনত সেই একে আখৰেৰে লিখি দিলে,—"আমি তোমাদিগকে আশীৰ্ব্বাদ করি।"

এনেতে মই দেখিলো, ছোৱালীজনীৰ মুখখন একেবাৰে ৰঙা হৈ গল। মই ভয় খাই মুখেৰে মাতি তাইক কলো—"মাকণ, এৰি দে, এৰি দে, তেওঁ কষ্ট পাইছে।"

কথাষাৰ কোৱামাত্ৰে তাই পেন্সিলডাল কাগজখনৰ ওপৰত থৈ মোৰফালে চালে। মই সুধিলো—"তোৰ গা বেয়া লাগিছেনেকি ?" তাই কলে—"এৰা, গাটো কেনেবা লাগিছে।"

মই কলো,—"তই যা, শুই থাকগৈ।"

সেই সময়ত মাকে মোৰ মৃদুল নামে চাৰি বছৰীয়া মুমলীয়া ল'ৰাটোক লগত লৈ শিৱসাগৰলৈ আৰু তাৰপৰা তিনিচুকীয়ালৈ

গৈছিল। বৰককায়েক শ্ৰীমান অম্বুপোনা তেতিয়া তিনিচুকীয়াতে আছিল। সৰু ককায়েক আছিল কটন কলেজত। সি আহি মাকক ফুৰাবলৈ নিলে।

সেইদিনা ৰাতি মাকণৰ ( শ্ৰীমতী বেণুমালাৰ ) ভালকৈ টোপনি নাহিল। তাই ছটফটাই আছিল। পিছদিনা মই তাইক কলো— "মাকণ, তই এই বিদ্যাটো একেবাৰে পাহৰি পেলা। অশৰীৰী আত্মাক আৰু কেতিয়াও মাতি নানিবি। তেওঁলোকে কষ্ট পায়।"

আইধানী আছিল স্বৰ্গীয় ৰায়বাহাদুৰ নীলাম্বৰ দত্তৰ দ্বিতীয়া কন্যা আৰু মোৰ ভাগিনী। মোৰ 'নিজৰা'ৰ 'শেষ উপহাৰ' শিতানৰ কবিতাটো তাইৰ মৃত্যুৰ পিছত তাইৰ উদ্দেশ্যে ৰচনা কৰিছিলো। মৃত্যুৰ পিছত কাৰ অশৰীৰী আত্মা মহাশূন্যৰ ক'ত থাকেগৈ, কিয় থাকেগৈ, কোনে কব? নীলাম্বৰ দত্তৰ আত্মাই কলে, তেওঁৰ জীয়েক আইধানীৰ আত্মা বোলে বহুত ওপৰলৈ গলগৈ।

কিছুদিনৰ পিছত বৰপুত্ৰ শ্ৰীঅম্বুপোনাই ভায়েক মৃদুলৰে সৈতে মাকক ধুবুৰীলৈ আনিলে। তাৰ কিছুদিনৰ পিছত চাৰিবছৰীয়া মৃদুলৰ টাইফয়ড জ্বৰ হ'ল। ধুবুৰীৰ ডাক্তৰ কেইজনে বহুদিন চিকিৎসা কৰি তাক ভাল কৰিব নোৱাৰাত মাকৰে সৈতে তাক কলিকতালৈ পঠালো। অম্বুপোনাই সিহঁতক ষ্টেচনৰপৰা নি শ্ৰীভৱেশচন্দ্ৰ বৰুৱাৰ ঘৰতে ৰাখি চিকিৎসা কৰালে। তাত স্বৰ্গীয় ভুবনেশ্বৰ বৰুৱাযো তাক চাইছিল। কিন্তু তাক বচাব নোৱাৰিলে। ককায়েকে তাক ইং ১৯৪৬ চনৰ এঘাৰ জানুৱাৰীত কলিকতাৰ কালিঘাটতে খৰি দি শেষ কৰি থৈ আহিল।

মোৰ এই চাৰি বছৰীয়া মুমলীয়া ল'ৰাটিৰ অসাধাৰণ স্মৰণ-শক্তি আছিল। বায়েকহঁতে পঢ়া শুনি থাকিয়েই ইংৰাজী কবিতা তাৰ মুখস্থ হৈ গৈছিল। সেইবোৰ সি আধাফুটা মাতেৰে আমাক আবৃত্তি কৰি শুনাইছিল। এটা গান তিনিবাৰমান শুনিলেই সি সেই গানৰ সুৰটো ধৰিব পাৰিছিল।

গুণীন মইনা নামেৰে মৃদুলৰ মোমায়েক এজনৰো তেনেকুৱা অসাধাৰণ মানসিক-শক্তি আছিল। এটা ইংৰাজী কবিতা দুবাৰ পঢ়িলেই তেওঁৰ মুখস্থ হৈ গৈছিল। হাইস্কুলৰ সপ্তমমান শ্ৰেণীত পঢ়োঁতেই ইংৰাজী ভালকৈ কব আৰু লিখিব পৰা হৈছিল। মোৰ লগত মৃদুলৰ মাকৰ বিয়াৰ পূৰ্ব্বেই বাৰবছৰ বয়সত তেওঁৰ ভায়েক গুণীন মইনাৰ মৃত্যু হল।

মৃদুলৰ মৃত্যুৰ পিছত অনুপোনাই মাকক ধুবুৰীলৈ আনি থৈ গল। কিন্তু মাকে নাপাহৰে পুত্ৰৰ শোক। মৃদুল মোৰ সুমলীয়া কন্যা শ্ৰীমতী মঞ্জুমালাতকৈ দুবছৰৰ সৰু আছিল। মৃদুল থকা হ'লে এতিয়া কিমান ডাঙৰ হলহেঁতেন, কি পঢ়িলেহেঁতেন, এইবোৰ কথা মাকে মোক এতিয়াও কৈ থাকে।

শ্ৰীভবেশচন্দ্ৰ বৰুৱাৰ পৰিবাৰ মোৰ পৰিবাৰৰ মোমায়েকৰ জীয়েক ভনীয়েক। শ্ৰীভবেশ বৰুৱা তেতিয়া কলিকতাৰ হাইক'ৰ্টৰ এজন এড্‌ভোকেট আছিল। তেওঁলোকে মৃদুলক মাকৰে সৈতে কলিকতাত নিজৰ ঘৰত আশ্ৰয় দি সকলো প্ৰকাৰে সহায় কৰিলে। সেইকাৰণে তেওঁলোকৰ ওচৰত মই চিৰকৃতজ্ঞ।

ইংৰাজী ১৯৪৬ চনৰ ১ ফেব্ৰুৱাৰীৰ পৰা চাৰিমাহৰ ছুটী পাই ছোৱালীজনী বিয়া দিবলৈ সপৰিবাৰে তিনিচুকীয়ালৈ গলো। তেতিয়া মোৰ ডিব্ৰুগড়ৰ ঘৰটো কেৰেয়ালৈ দিয়া আছিল। তিনি-চুকীয়াত সৰু ভাই শ্ৰীপ্ৰেম মইনাৰ ঘৰতে বিয়াখন পাতিলো। মা-দেউতাও তেতিয়া তাতে আছিল। শ্ৰীপ্ৰেম মইনাই মোক সকলো প্ৰকাৰে সহায় কৰিলে। মোৰ হাতৰ টকা শেষ হলত কিছুমান নগদ টকাও ধাৰলৈ দিলে। তাৰ বন্ধু শ্ৰীগজেন শৰ্ম্মা, শ্ৰীভীমসিং আদি তিনিচুকীয়াৰ ডেকাসকলৰ পৰাও যথেষ্ট সহায় পালো। ডিব্ৰুগড়ৰ আৰু অসমৰ অন্যান্য ঠাইৰ ভালেমান আপোন মানুহো তিনিচুকীয়ালৈ আহি বিবাহ-উৎসৱত যোগ দি মোক সহায় কৰিলে। যি-সকল আপোন মানুহ আৰু বন্ধু-বান্ধৱৰ সহায়ত

সকলো বাধা-বিঘিনি অতিক্ৰম কৰি শুভকাৰ্য্য সুকলমে সমাধা কৰিলো, সেই সকলোৰে ওচৰত মই চিৰকৃতজ্ঞ।

"উৎসৱে ব্যসনে চৈৱ দুৰ্ভিক্ষে ৰাষ্ট্ৰবিপ্লৱে,
ৰাজদ্বাৰে শ্মশানে চ যঃ তিষ্ঠতি সঃ বান্ধৱঃ।"

'কন্যাৰ বিবাহ উপলক্ষে পিতাৰ আশীৰ্ব্বাদ' শিতানৰ কবিতা এটা লিখি ছপা কৰাই বিয়াৰ দিনা ৰাইজক বিলাই দিছিলো। ছোৱালীজনীয়ে সেই কবিতাটো এতিয়াও সাঁচি থৈছে। আগে-পিছে কিছুমান আপোন মানুহৰ ল'ৰা-ছোৱালীৰ বিবাহোপলক্ষে মই এনেকুৱা ভালেমান কবিতা লিখিছিলোঁ। সেইবিলাক মই সাঁচি থোৱা নাই। কবিতাটি তলত প্ৰকাশ কৰিলোঁ।

## কল্যাণীয়া শ্ৰীমতী ৰেণুমালা আইদেউৰ শুভ বিবাহোপলক্ষে আশীৰ্ব্বাদ

উলটি নাচাবি আই নুটুকিবি চকুপানী
জীৱনৰ এই মহা মিলন ক্ষণত;
নিয়তি বিধান আজি পাষাণৰ হিয়া ভেদি
নিজৰা মিলিব গই নীল সাগৰত।
কল্যাণী! পাহৰি যাবি বিগত জীৱন তোৰ
পাহৰিবি শৈশৱৰ মান-অভিমান;
আজি নৱ জীৱনৰ পাবি নৱ পৰিজন
পিতা-মাতা জন্মদাতা জননী সমান।
আজি তোৰ জীৱনৰ পূৰ্ণতাৰে জগতৰ
একেৰি অভাৱ আই কৰিবি পূৰণ;
সুখী-দুখী পাপী-তাপী সবাৰে শিৰত তই
ফুৰাবি কল্যাণী হাত জুৰাবি জীৱন।

আজি মোৰ আশীৰ্ব্বাদ মধুৰ সৌৰভে তোৰ
অচিনাকি জগতক কৰিব আপোন;
যিদিনা পাষাণ ভেদি নিজৰিব সুধাকণি
সেইদিনা আই তোৰ ফলিব সপোন।
দুপৰ বেলিকা আজি ভৰা নাওখনি তোৰ
অনায়াসে ভটিয়াব প্ৰবল সোঁতত;
সমীৰণে শুকুৱাব কপালৰ ঘাম আই
অক্ষয় সিন্দুৰ ৰাগ শোভিব শিৰত।
সমুখত দেখা পাবি জীৱনৰ ধ্ৰুবতৰা
চিৰলগৰীয়া তোৰ থাকিব কাষত;
তটিনী লগতে তই ধৰিবি মিলন গান
থিৰ হব গুৰিবঠা কোবাল সোঁতত।
ওলা আই অপেক্ষিছে ত্ৰিদশ দেৱতা সহ
অভ্যাগত গুৰুজন হোমৰ সভাত;
লখিমী! পিছতে তই ছটিয়াবি চাউল মুঠি
এৰি যাবি ছায়া তোৰ জিৰণি-পজাত।
নমো বিঘ্ন বিনাশন যজ্ঞৰূপী জনাৰ্দ্দন
প্ৰণামো অতিথি মোৰ নৰ-নাৰায়ণ;
দিয়া সবে পদ ছায়া কৰা শুভ আশীৰ্ব্বাদ
শতবৰ্ষ পূৰ্ণ হওক ই নব মিলন।

সেই সময়ত মোৰ বৰজোঁৱাই শ্ৰীবিমলানন্দ দুৱৰা আছিল ডিব্ৰুগড়ৰ এজন উকিল। বিয়াৰ দুবছৰৰ পিছত তেওঁ ই. এ. ছি. কামত সোমাই পিছত আই. এ এচ. অফিচাৰ হয়। এতিয়া তেওঁ ডি. এল. আৰ. হৈ সপৰিবাৰে চিলঙত আছে। তেওঁৰ বৰজীয়েক, মোৰ বৰনাতিনী শ্ৰীমতী মৈত্ৰেয়ী দুৱৰাই সংস্কৃতত অনাৰ্চ লৈ বি. এ. পৰীক্ষা দিবলৈ প্ৰস্তুত হৈছে।

# গোৱালপাৰাত

ইংৰাজী ১৯৪৬ চনৰ মে' মাহৰ শেহলৈকে ছুটীৰ চাৰিমাহ তিনিচুকীয়াত শ্ৰীপ্ৰেম মইনাৰ ঘৰতে আছিলো। তেতিয়া মই কামৰপৰা অৱসৰ লবলৈ এবছৰ সাতমাহমান আছিল। সেইকাৰণে মোক দূৰলৈ নপঠাই ডিব্ৰুগড়ত নাইবা শিৱসাগৰতে ৰাখিবলৈ অনুৰোধ কৰি গানিং চাহাবৰ যোগে গৱৰ্ণমেণ্টলৈ এখন দৰ্খাস্ত দিলো। গানিং চাহাবে মোৰ দৰ্খাস্তখনৰ ওপৰত কি লিখিলে কব নোৱাৰোঁ, কিন্তু ছুটীৰ অন্তত মোক গোৱালপাৰালৈ বদলি কৰিলে। ধুবুৰীৰ পৰা সপৰিয়ালে তিনিচুকীয়ালৈ আহি পুনৰ গোৱালপাৰালৈ যাবলগা হল। কিন্তু চৰকাৰৰ পৰা ভ্ৰমণ বানছ পালো ধুবুৰীৰ পৰা গোৱালপাৰালৈহে। মোৰ অসময়ত এগাল টকা খৰছ কৰাই গানিং চাহাবেই এই কামোৰটো মাৰিলে বুলি বুজিলো।

গোৱালপাৰাত তেতিয়া ছোৱালীৰ হাইস্কুল নাছিল। সেইকাৰণে মোৰ হাইস্কুলত পঢ়া ডাঙৰ ছোৱালী দুজনীক ডিব্ৰুগড়ৰ ছোৱালী হাইস্কুলৰ বৰ্ডিঙতে থৈ, সৰু দুজনী ছোৱালীৰে সৈতে সপৰিবাৰে গোৱালপাৰালৈ গৈ কামত হাজিৰ হলো।

তেতিয়া গোৱালপাৰাত এচ. ডি. ও. জনৰ বাহিৰে আন কোনো প্ৰথম শ্ৰেণীৰ ক্ষমতাপ্ৰাপ্ত মেজিষ্ট্ৰেট নাছিল। এজন তৃতীয় শ্ৰেণীৰ ক্ষমতাপ্ৰাপ্ত চব-ডেপুটী মেজিষ্ট্ৰেট ট্ৰেজুৰি অফিচাৰ আছিল। সেই কাৰণে ক্ৰিমিনেল কেচৰ উপৰি বহুকালৰ আগৰপৰা আধাকুৰাকৈ পেলাই থোৱা চিভিল কেচবোৰ মই লব লগা হল। তদুপৰি দিনেপতি নতুন নতুন চিভিল আৰু ক্ৰিমিনেল কেচ মোৰ ফাইললৈ আহিয়ে আছিল। মোৰ মুঞ্চফৰ ক্ষমতা আছিল যদিও, তেতিয়ালৈকে চিভিল কেচ লোৱাই নাছিলো। পেস্কাৰজনে নতুন কেচবোৰ আইনমতে গতত পেলাই ল'লে। কিন্তু পুৰণা চিভিল

কেচবোৰ লবলৈ মই আগ-গুৰিকে বিচাৰি নেপাই সেইবোৰ কেচৰ ফাইলবোৰ লুটিয়াই বগৰাই চাই থাকোতেই গল।

সেই সময়ত ছাহুল্লা গৱৰ্ণমেণ্টৰ ঠাইত কংগ্ৰেছ গৱৰ্ণমেণ্ট হল; আৰু ছাৰ ছাহুল্লাৰ ঠাইত স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱ প্ৰধানমন্ত্ৰী হ'ল। বৰদলৈদেৱ প্ৰধানমন্ত্ৰী হোৱাৰ কেইদিনমানৰ পিছতে গোৱালপাৰালৈ যোৱা খবৰ পাই মই তেওঁক ডাক-বঙলাত দেখা কৰিবলৈ গলো। তেওঁ মোক কলে—"আপোনাৰ লগত মই পিছত কথা পাতিম। এতিয়া যিসকল ভদ্ৰলোকে মোক দেখা কৰিবলৈ আহিব, সেইসকলক এজন এজনকৈ মাতি আনি মোৰ লগত চিনাকি কৰি দিব। এতিয়া আপুনি বাহিৰতে বহকগৈ।"

বৰদলৈদেৱে কোৱামতে ভদ্ৰলোক সকলক এজন এজনকৈ দেখা কৰাই বিদায় দিয়াৰ পিছত বৰদলৈদেৱে মোক কলে,—"আপুনি ছুটীৰ পিছত ডিব্ৰুগড়ত বা শিৱসাগৰত প'ষ্ট কৰিবলৈ অনুৰোধ কৰি এখন দৰ্খাস্ত দিছিল নহয়।"

মই কলো—"হয়, দিছিলো। কিন্তু গানিং চাহাবে মোৰ দৰ্খাস্তত কি লিখিলে কব নোৱাৰো; মোৰ দৰ্খাস্ত নামঞ্জুৰ কৰি মোক ইয়ালৈ বদলি কৰিলে; আৰু বহুতদিনৰ আগৰপৰা পৰি থকা চিভিল কেচবোৰ লবলৈ দিছে। তাৰ উপৰি নতুন নতুন চিভিল আৰু ক্ৰিমিনেল কেচ আহিয়ে আছে। কিন্তু মই চিভিল কেচ আগেয়ে লোৱাই নাছিলো।"

বৰদলৈদেৱে ক'লে—"আপুনি ইয়াত চিভিল কেচ লব নেলাগে। মই পোন্ধৰ দিনৰ ভিতৰতে আপোনাক শিৱসাগৰলৈ বদলি কৰিম। তালৈ গৈ চিনিয়ৰ ই. এ. ছি. হৈ ক্ৰিমিনেল কেচবিলাক লব। আপুনি যাবলৈ প্ৰস্তুত হৈ থাকক।"

মই ৰক্ষাই পালো। গানিং চাহাবে মোৰ লগত লাগি পুনৰ এক ঠকৰ খালে। বৰদলৈয়ে তেওঁক নোসোধাকৈয়ে জুন মাহৰ ভিতৰতে মোক শিৱসাগৰলৈ বদলি কৰিলে।

# শিৱসাগৰত তৃতীয়বাৰ

খৃষ্টাব্দ ১৯৪৬ চনৰ মাজভাগত শিৱসাগৰলৈ আহি কামত হাজিৰ হৈ মোৰ শহুৰৰ বঙলাতে কেইদিনমান থাকিলো। শিৱসাগৰ পুখুৰীৰ পাৰত চিনিয়ৰ ই. এ. ছি. থকা চৰকাৰী খেৰী ঘৰটো স্বাধীনতা আন্দোলনৰ সময়ত কোনোবাই জুই লগাই পুৰি পেলোৱাত সেই পোৰা ঘৰৰ ভেটিটোতে চিনিয়ৰ ই. এ. ছি.ৰ নিমিত্তে এটা নতুনকৈ পকীঘৰ সজাইছিল। সেই ঘৰ সম্পূৰ্ণকৈ সজা হোৱাত মই সপৰিবাৰে সেই ঘৰ ললোগৈ।

শিৱসাগৰলৈ আহি মোৰ পুৰণা বন্ধু-বান্ধৱসকলক পুনৰ লগ পালোহি। কিন্তু তেওঁলোকৰ ভিতৰৰ কেইবাজনো ইতিমধ্যে সিফলীয়া হোৱাত সেইসকলক নেদেখিহে বৰ বেয়া লাগিল।

এই সময়ত মোৰ জীৱনৰ আৰু এটা অলৌকিক অভিজ্ঞতাৰ কাহিনী তলত প্ৰকাশ কৰিলো।

সেই সময়ত মোৰ ৰৰপুত্ৰ শ্ৰীমান অনুপোনাই কলিকতাত হোষ্টেলত থাকি ইউনিভাৰ্চিটিত এম. এচ-ছি. পঢ়িছিল। তেতিয়া সি এম. এচ-ছি. পৰীক্ষা দিবলৈ আৰু এবছৰমানহে আছিল।

এদিন পুৱা সাতমান বজাত বৰপুখুৰীৰ পাৰত আমি থকা ঘৰটোৰ আগফালৰ কোঠাটোত বহি এটা মোকৰ্দ্দমাৰ কাকত-পত্ৰবিলাক চাই আছিলো। এনেতে এজন বুঢ়া মুছলমান মানুহ মোৰ কোঠালৈ সোমাই আহি মোক ক'লে—"আপোনাক এটা কথা কবলৈ আহিলো। কালি ৰাতি পয়গম্বৰে মোক স্বপ্নত ক'লে—তহঁতৰ ইয়ালৈ নতুনকৈ অহা সেই হাকিমজনে পোৰা ঘৰৰ ভেটিটোৰ ওপৰত সজা ঘৰটোতে আছেহি। তেওঁলোকৰ ধৰ্ম্মমতে

পূজা এভাগ কৰাইহে তেওঁ সেই ঘৰ লোৱা উচিত আছিল। তেওঁক কৰি, তেওঁলোকৰ ধৰ্ম্মমতে কাইলৈ পুৱা ৮ বজাৰ আগতে শিৱদ'লত ঘিঁউ-চাকি দি পূজা কৰিবলৈ। পয়গম্বৰে কোৱামতে এতিয়া ৮ বজাৰ আগতে আপোনালোকৰ দ'লত পূজা এভাগ দিব লাগে।"

বুঢ়া মুছলমান মানুহজন ৰাতিপুৱাই আহি মোক এইবোৰ কথা কোৱাত মই বৰ আচৰিত হলোঁ। মনতে ভাবিলো, এওঁৰ কাছাৰীত কিবা মামলা-মোকৰ্দ্দমা আছে হবলা। সেইকাৰণে এইবোৰ বাৰে-বাংকৰা কথা কৈ মোৰ লগত চিনাকি হবলৈ আহিছে। মই কলো—"বাৰু, মই এতিয়া এটা কামত ব্যস্ত হৈ আছো ; আপুনি যাওক।" এইবুলি তেওঁৰ কথালৈ আওকাণ কৰি মই ৰায় লিখিবলৈ ধৰিলো।

ইফালে মাকে আৰু আমাৰ চতুৰ্থা কন্যা শ্ৰীমতী দীপমালাই ভিতৰৰ পৰা বুঢ়াজনে কোৱা কথাবোৰ শুনি আছিল। মাক-জীয়েক দুয়ো লৰালৰিকৈ গা ধুই এখন কাঁহীত বেলপাত, ফুল আৰু ঘিঁউ-চাকি সংগ্ৰহ কৰি সজাই লৈ মোৰ আগেদিয়েই ওলাই গল। তেওঁলোক বুঢ়া মুছলমানজনৰ কথা বিশ্বাস কৰি দ'লত চাকি দিবলৈ গৈছে বুলি বুজিব পাৰি পাছৰপৰা মই মাত নিদিলো। বুঢ়াজনৰ কথালৈ আওকাণ কৰি মোৰো তেতিয়া মনটো বেয়া লাগি আছিল। ঘড়ীটো চাই দেখিলো, তেতিয়া ৮ বাজিবলৈ বাৰমিনিটমান আছিল। বৰপুখুৰীৰ পাৰত মোৰ ঘৰৰ ওচৰতে শিৱদৌল। মাকে আঠবজাৰ আগতে দ'লত চাকি দি সেৱা কৰিব পাৰিব বুলি ভাবি ময়ো মনতে শান্তি পালো।

তেওঁলোক উলটি আহিলত মই সুধিলো—"ঘিঁউ-চাকি ভালকৈ জ্বলিছিলনে ?"

মাকে কলে—"ভালকৈ জ্বলিছিল। দ'লৰ ঠাকুৰে আশীৰ্ব্বাদ দিলে। এতিয়াহে মোৰ মনটো শান্ত হৈছে।"

সেইদিনাই মুছলিম লীগে 'ডিৰেক্ট এক্সন' কৰি কলিকতাত মানুহ কটামৰা কৰিছিল বুলি আমি খবৰেই পোৱা নাছিলো। পিছদিনা খবৰ পাই কলিকতাত পঢ়া ল'ৰাৰ কথা ভাবি আমাৰ ছটফটনি লাগিল। ইফালে মোৰ ল'ৰাটোকে কলিকতাত মুছলমানে কাটিলে বুলি ডিব্ৰুগড়ত খবৰ ওলোৱাত ডিব্ৰুগড়ৰ ছোৱালী হাইস্কুলৰ বোৰ্ডিঙত থকা মোৰ ছোৱালী দুজনীযে কন্দাকটা লগালে। আমি এইটো মিছা খবৰ পোৱা নাছিলোঁ।

দুদিনৰ পিছত ল'ৰাটোৱে কলিকতাৰ পৰা 'ভালে আছো' বুলি দিয়া টেলিগ্ৰামখন পাইহে আমাৰ ধাতু আহিল।

চাৰিদিনমানৰ পিছত ল'ৰাটোৱে এটা লেতেৰা কামিজ আৰু পেণ্ট এটা পিন্ধি অকস্মাৎ কলিকতাৰ পৰা ঘৰ পালেহি। সি চাহপানী খাই উঠি আমাক কলে—"যিদিনা পুৱা মুছলমানে কলিকতাত 'ডিৰেক্ট এক্সন' কৰিছিল সেইদিনা ৰাতিপুৱা মই আৰু এটা ল'ৰাই আমি থকা হোষ্টেলৰপৰা ওলাই গলো আমাৰ অসমীয়া ল'ৰা দুজনমান থকা আন এটা হোষ্টেললৈ। বাটত হাতে হাতে দা, যাঠী আদি অস্ত্ৰ-শস্ত্ৰ লৈ চিঞৰ-বাখৰ কৰি দলে দলে ওলাই অহা মুছলমান মানুহ লগ পাই গৈছিলো। এজনে জাপ মাৰি ওচৰলৈ আহি আমাৰ মূৰৰ ওপৰেদি দুপাকমান লাটি ঘূৰালে যদিও তেতিয়ালৈকে মৰাকটা আৰম্ভ হোৱা নাছিল। সিহঁতে আমাক আক্ৰমণ নকৰিলে। আমি সিহঁতৰ মাজেদিয়েই পাৰ হৈ গৈ হোষ্টেলৰ দুৱাৰমুখ পাওঁতেই মৰাকটা আৰম্ভ হ'ল। হোষ্টেলৰ ল'ৰা এটাই আমাক ভিতৰলৈ সুমুৱাই দুৱাৰ বন্ধ কৰি দিলে। আমি ওলাই অহা আৰু অলপ পলম হোৱা হ'লে তোমালোকে আৰু মোক নেদেখিলাহেঁতেন। মুছলমানে আমাৰ হোষ্টেলটো আক্ৰমণ কৰি আমাৰ লগৰ ছটা ল'ৰাক কাটিলে। তাৰে দুটা অসমীয়া ল'ৰা আছিল। বাকীবোৰ কেনেবাকৈ পলাই সাৰিল।"

মই মাকক কলো—"বুঢ়া মুছলমানজনৰ কথা শুনি সেইদিনা

তুমি পুৱা ৮ˊ বজাত নাইবা তাৰ অলপ আগতে শিৱদ'লত ঘি ঁউ-চাকি দি আশীৰ্ব্বাদ লৈছিলা। মই ঘড়ী চাইছিলোঁ।”

সেই বুঢ়া মুছলমান মানুহজনৰ কোনো মামলা-মোকৰ্দ্দমা নাছিল। তেওঁ আৰু মোক দেখাকে নিদিলে। তাৰপৰাই বুজিলো, তেওঁৰ নিজৰ কোনো স্বাৰ্থ নাছিল। ৰাতিপুৱাই খোজকাঢ়ি আহি মোক সজাই-পৰাই কিছুমান মিছা কথা কবলৈ তেওঁৰ কোনো গৰজ পৰা নাছিল। পয়গম্বৰৰ আদেশমতে তেওঁ মোক উপদেশ দি নিজৰ কৰ্ত্তব্য পালন কৰি গুচি গল। মুছলমানৰ পয়গম্বৰে সেই বুঢ়াজনক মোৰ ওচৰলৈ পঠাই যথাসময়ত উপদেশ দি, শিৱদ'লত ঘি ঁউ-চাকি দি মহাকালক সন্তুষ্ট কৰাই মুছলমানৰ হাতৰ-পৰাই মোৰ ল'ৰাটোক ৰক্ষা কৰিলে। পয়গম্বৰে মোক ইমানখিনি অনুগ্ৰহ কৰিলে কিয়, তাৰ কাৰণো মই বিচাৰি নাপাওঁ।

সেই বুঢ়াজনৰ নাম কি আৰু তেওঁ ক'ত থাকে তাকো সুসুধিলো। ওখ-ডাঙৰ মানুহজনৰ চেহেৰাৰ বৰ্ণনা দি মুছলমান গাওঁবিলাকত তেওঁক মই বিচৰাইছিলো। কিন্তু কোনেও ক'তো তেওঁক বিচাৰি নেপালে।

অনুপোনা কেইদিনমান আমাৰ লগতে থাকি তাৰ পিছত তিনিচুকীয়ালৈ গৈ দদায়েক শ্ৰীপ্ৰেম মইনাৰ ছপাখানাৰ কাম শিকি তাতে আছিল।

এই সময়তে গৱৰ্ণমেণ্টে মোক ই. এ. ছি. কামত নিগাজী কৰিলে।

* * *

শিৱসাগৰলৈ পুনৰ উলটি আহি বৰপুখুৰীৰ পাৰৰ ঘৰটোত শান্তিৰে থাকিবলৈ পাই আকৌ সাহিত্য চৰ্চ্চাত হাত দিবৰ মন গল। দেশ স্বাধীন হোৱাৰ পূৰ্ব্বে 'শকুন্তলা' নামে নাটক এখন লিখিছিলো। মাজে মাজে একোটা খণ্ড-কবিতাও লিখিছিলো।

ইংৰাজী ১৯৪৭ চনৰ ১৫ আগষ্টত দেশ স্বাধীন হল। স্বাধীনতা-

উৎসৱ পালনৰ কাৰণে গঠিত হোৱা কাৰ্য্যনির্ব্বাহক সভাৰ মোক নগৰৰ ৰাইজে সভাপতি পাতিলে। সেইদিনা গোটেই শিৱসাগৰ নগৰখন আমি ৰমক্-জমক্কৈ সজাইছিলো। ৰাতি বাৰ বজাত বন্দুকৰ শব্দ কৰি দেশ স্বাধীন হল বুলি ঘোষণা কৰি সকলোৱে তেতিয়াই সমদল কৰি নগৰ ভ্ৰমণ কৰিবলৈ ওলাই গল।

পিচদিনা পুৱা ল'ৰা-বুঢ়া, ডেকা-গাভৰু আদি নগৰৰ প্ৰায় আটাইবিলাক মানুহৰে সৈতে ডবাপিটা বৰষুণ শিৰ পাতি লৈ সমদল কৰি আমি আটাইবোৰ বৰষুণত তিতি জুৰুলি-জুপুৰি হলো। তাৰ পিছত জাতীয় পতাকা উত্তোলন কৰি খেল-ধেমালি আৰম্ভ কৰা হল। গাৰ তিতা কাপোৰ গাতে শুকাই গল।

বিনা ৰক্তপাতে দেশ স্বাধীন হোৱাৰ পিছত আমি যেনে আছিলো তেনেই থাকিলো; অলপো পৰিবৰ্ত্তন নহল। যিসকলে এই স্বাধীনতাৰ কাৰণে প্ৰাণ বিসৰ্জ্জন দিলে সেইসকললৈ সেইদিনা বৰকৈ মনত পৰিছিল। তেওঁলোকৰ আত্মাৰ সদ্‌গতি কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলো।

দেশ স্বাধীন হোৱাৰ কিছুদিনৰ পিছত কমিচনাৰ গানিং চাহাব এদিন শিৱসাগৰলৈ আহিছিল। তেতিয়া তেওঁ হল এটা বিষ নোহোৱা ঢোৰাসাপ। অসম উপত্যকাৰ কমিচনাৰৰ কামটো উঠি যাব আৰু গানিং চাহাব খেদা খাব বুলি তেতিয়া খবৰ ওলাইছিল। সেইদিনা তেওঁক কথাৰে ভালকৈ আঘাত দি প্ৰতিশোধ লব পাৰিলোহেঁতেন। কিন্তু ফেট নোতোলা ঢোৰাসাপটোক আৰু আঘাত দিবৰ মন নগল। সেইদিনা তেওঁৰ প্ৰতি সন্মান দেখুৱাই মই তেওঁৰ লগত কথা পাতিছিলো। তেৱোঁ মোৰ লগত ভদ্ৰভাবে বাহিৰা কথা পাতি বিদায় ল'লে।

শিৱসাগৰ নগৰৰ সেইকালৰ মুখীয়াল ডেকা-গাভৰুসকলৰ সৰহভাগেই আছিল মোৰ ল'ৰা-ছোৱালীৰ লগৰ। সেইকাৰণে তেওঁলোকৰ পৰা মই আঁতৰি আছিলো। সময় পালে মোৰ

সহপাঠী বন্ধু শ্ৰীভবধৰ ঠাকুৰ আৰু দুজনমান নগৰৰ বুঢ়া মানুহৰ লগত পাশা খেলিছিলো।

সেই বছৰৰ নবেম্বৰ মাহত শিৱসাগৰৰ ডেকা-গাভৰুসকলে প্ৰদৰ্শনী আৰু সুকুমাৰ কলা প্ৰতিযোগিতা পাতিবলৈ ডাঙৰকৈ আয়োজন কৰিলে। সেই দলটোৰ নেতা আছিল সুকুমাৰ কলা-শিল্পী আৰু সাহিত্যিক শ্ৰীপৰাগধৰ চলিহা। সেই অনুষ্ঠানৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভাপতি হবলৈ ল'ৰাবিলাকে মোক অনুৰোধ কৰিলে। মই প্ৰথমে সন্মত নহলো। কিন্তু শ্ৰীমান বনপোনাই ( শ্ৰীপৰাগধৰ চলিহাই ) মোক নেৰিলে। টানিটুনি নি তেওঁলোকৰ অনুষ্ঠানৰ সভাপতি পাতিলে। এচ. ডি. ও. মৌলবী মহম্মদ চুলতান আৰু নগৰৰ অন্যান্য ভদ্ৰলোকসকলেও অনুষ্ঠানত যোগ দি সহায় কৰিবলৈ গাত ল'লে।

শিৱসাগৰৰ থিয়েটাৰ হলৰ ওচৰৰ প্ৰকাণ্ড ফুটবল খেলাৰ মুকলি ঠাইডোখৰৰ চাৰিওফালে টিনপাতেৰে বেৰা দি তাৰ ভিতৰত প্ৰদৰ্শনী আৰু সুকুমাৰ কলা প্ৰতিযোগিতা পাতিছিলো। কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সম্পাদক আছিল শ্ৰীপুষ্পধৰ চলিহা, স্বেচ্ছাসেৱকৰ কেপ্টেন আছিল শ্ৰীবলোৰাম দত্ত আৰু সুকুমাৰ কলা প্ৰতিযোগিতা চন্তালিছিল শ্ৰীপৰাগধৰ চলিহা, শ্ৰীসহজানন্দ ভঁৰালী আদি কেইজনমান সুকুমাৰ কলা-শিল্পীয়ে। আমাৰ ধনভঁৰালী আছিল ৺বিষ্ণুপ্ৰসাদ চলিহা। শিৱসাগৰ নগৰৰ আন সকলো ডেকা-গাভৰুৱে বেলেগ বেলেগ কামৰ ভাৰ লৈ উৎসাহেৰে নিজ নিজ কামত মূৰপুতি ধৰিছিল।

অনুষ্ঠানৰ দুৱাৰ মুকলি কৰিলে প্ৰথম দিনা পুৱা আঠবজাত অসমৰ বিখ্যাত মহিলা কবি পদ্মশ্ৰী শ্ৰীনলিনীবালা দেৱীয়ে। এই উপলক্ষে তেওঁ এটা সময়োপযোগী বক্তৃতা দি স্বাধীন অসমৰ ৰাইজক উৎসাহ দিছিল।

দিনত প্ৰদৰ্শনী চাবলৈ অহাসকলৰ কাৰণে টিকটৰ মূল্য

আছিল চুঅনা আৰু ৰাতি প্ৰতিযোগিতা চাবলৈ অহাসকলৰ কাৰণে চাৰি অনা। অসমৰ প্ৰায় সকলো ঠাইৰপৰা সুকুমাৰ কলা-শিল্পী ডেকা-গাভৰুসকল আহি প্ৰতিযোগিতাত যোগ দিছিল। ৰাইজে চুঅনা-চাৰিঅনা খৰছ কৰিবলৈ টান নাপাইছিল। তিনিও-দিন বহু হেজাৰ মানুহ প্ৰদৰ্শনী আৰু প্ৰতিযোগিতা চাবলৈ আহিছিল। চুঅনা-চাৰিঅনীয়া টিকট বিক্ৰি কৰিয়েই আমাৰ কেইবা হেজাৰো টকা উঠিছিল।

শেহৰ দিনা মুকলি সভাৰ সভাপতি আছিল স্বৰ্গীয় কুলধৰ চলিহাদেৱ। সেইদিনা স্বাধীন অসমৰ প্ৰথম মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱক ৰাজহুৱাভাবে সম্বৰ্দ্ধনা কৰিবলৈ কালিপ্ৰসাদ হলত বেলেগে এখন সভা পতা হৈছিল। সেইকাৰণে সেইদিনা আমাৰ বেৰাৰ ভিতৰে-বাহিৰে কুৰি-পচিশ হেজাৰমান মানুহ গোট খাইছিল। নগা পৰ্ব্বতৰ এদল নগায়ো উৎসৱত যোগ দি নগা নাচ দেখুৱাইছিল। আমি পুলিচৰ সহায় লোৱা নাছিলো কাৰণে ক'ৰবাত কিবা গণ্ডগোল হয় বুলি মোৰ ভয়েই লাগিছিল। কিন্তু ক'তো একো গণ্ডগোল নহল। আমাৰ স্বেচ্ছাসেৱকসকলেই শান্তি ৰক্ষা কৰিলে।

সেইদিনা আমিও মুখ্যমন্ত্ৰী বৰদলৈদেৱক আৰু তেখেতৰ সহযাত্ৰী শ্ৰীনীলমণি ফুকন, স্বৰ্গীয় ভুবনেশ্বৰ বৰুৱা প্ৰভৃতি কংগ্ৰেছৰ নেতাসকলক নিমন্ত্ৰণ কৰি আনি আমাৰ প্ৰদৰ্শনী দেখুৱাইছিলো। তেওঁলোকে আমাৰ প্ৰদৰ্শনী ঘূৰি-পকি চাই মুকলি সভাত যোগ দিছিল। স্বৰ্গীয় মুখ্যমন্ত্ৰী বৰদলৈদেৱে এনে এটা বিৰাট অনুষ্ঠানত ক'তো একো বিশৃঙ্খলা নেদেখি শিৱসাগৰীয়া ৰাইজক উচ্চ প্ৰশংসা কৰি এটি বক্তৃতা দি সকলোকে উৎসাহ দিলে। তেওঁৰ বক্তৃতাৰ পিছত ময়ো স্বৰ্গীয় বৰদলৈদেৱক আৰু বিনা ৰক্তপাতে দেশ স্বাধীন কৰা তেওঁৰ সহযাত্ৰী ভাৰত-বিজয়ী অহিংস বীৰসকলক আশীৰ্ব্বাদ দি এটা চমু বক্তৃতা দিলো।

ৰবদলৈদেৱ আৰু তেওঁৰ সহযাত্ৰীসকলে নগানাচ চাই কালি-প্ৰসাদ হললৈ ওলাই যোৱাৰ পিছত আমাৰ মুকলি সভাৰ কাম আৰম্ভ হল। সভাপতি স্বৰ্গীয় কুলধৰ চলিহাদেৱেও এটি সময়োপ-যোগী দীঘলীয়া বক্তৃতা দি ৰাইজক উৎসাহ দিলে।

মুকলি সভাত দহ-বাৰহেজাৰমান মানুহ গোট খাইছিল। ৰাতি প্ৰতিযোগিতা চাবলৈ অহা মানুহৰ সংখ্যা তাতোকৈ বেছি হৈছিল। ল'ৰা-ছোৱালীৰে সৈতে মাইকী মানুহৰ সংখ্যাই চাৰি-পাঁচ হেজাৰৰ কম নহব। সেইদিনা সেই সভাত এটা নতুন দৃশ্য দেখিলো। সাত-আঠ বছৰীয়া ইউনিফৰ্ম্ম পিন্ধা, কণ কণ স্বেচ্ছা-সেবকসকলে হাতত একোডাল লাঠি লৈ আইসকলৰ মাজে মাজে ঘূৰি ফুৰিছিল। আইসকলে ক'ৰবাত গণ্ডগোল কৰা দেখিলেই লাঠি জোকাৰি তেওঁলোকক শাসন কৰিবলৈ যোৱা দেখি আইসকলে বেয়া নাপাই হাঁহিছিলহে আৰু পোৱালি স্বেচ্ছাসেৱকৰ শাসন মানি চলিছিল। এনেকুৱা:কৰ্ত্তব্যপৰায়ণ কণ কণ স্বেচ্ছাসেৱক আন কোনো ৰাজহুৱা অনুষ্ঠানত দেখা নাছিলো। ৰাতি বাৰমান বজালৈকে প্ৰতিযোগিতা চলিছিল। ক'তো একো বিশৃঙ্খলা নহল।

দিনৰ দুইমান বজাত গৱৰ্ণমেণ্টৰ শিক্ষা বিভাগৰ চেক্ৰেটাৰী মেহতা চাহাব সপৰিবাৰে প্ৰদৰ্শনী চাবলৈ আহিছিল। কিন্তু তেওঁলোকে দুঅনীয়া টিকট কিনা নাছিল কাৰণে দুৱাৰ-ৰখীয়া স্বেচ্ছাসেৱকে তেওঁলোকক ভিতৰ সোমাবলৈ নিদিলে। মই নিলগৰ পৰা তেওঁলোকক দুৱাৰমুখত থিয় হৈ থকা দেখি ওচৰ চাপি গৈ সাদৰ-সম্ভাষণ জনাই ভিতৰলৈ আহিবলৈ কলো।

মিঃ মেহতাই কলে—"গেটকিপাৰে টিকট কিনিবলৈ কৈছে। মই টিকট কিনিবলৈ চাপ্ৰাচীক পঠাইছো।"

মই কলো—"আপোনালোক অতিথি, টিকট কিনিব নালাগে।"

তেওঁ কলে—"নহয়, নিয়ম এটা আছে যেতিয়া, মই নিয়ম ভঙ্গ নকৰোঁ।"

এনেতে চাপ্ৰাচীয়ে টিকট ছুটা আনি দিলত তেওঁ গেটকিপাৰক টিকট দি ভিতৰ সোমাল। বহু সহস্ৰ মানুহে এই ঘটনা দেখি-শুনি এটা শিক্ষা পালে।

*　　　*　　　*

সেই সময়ত মোৰ ৰবপুত্ৰ শ্ৰীমান অনুপোনা ককাক আৰু আইতাকৰ লগত তিনিচুকীয়াত দদায়েক শ্ৰীপ্ৰেম মইনাৰ ঘৰতে আছিলগৈ। কলিকতাত তাৰ নোট, কিতাপ, কাপোৰ-কানি বিছনা-পত্ৰ পেলাই থৈ আহি পুনৰ সি এম. এচ-চি. পঢ়িবলৈ যাবৰ ইচ্ছা নকৰিলে। দদায়েক শ্ৰীপ্ৰেম মইনাৰ লগত পৰামৰ্শ কৰি বন-বিভাগৰ এ. চি. এফ. কামলৈ সি এখন দৰ্খাস্ত দিলে আৰু চিলঙলৈ গৈ লিখা পৰীক্ষা, কুৰি মাইল খোজকঢ়া পৰীক্ষা আৰু ইণ্টাৰভিউ দি আহিল। পঢ়া-শুনাত চোকা ল'ৰাটোৱে অকালত পঢ়া এৰি কামত সোমাবলৈ চেষ্টা কৰা খবৰ পাই মোৰ বেয়া লাগিছিল যদিও, মোৰো তেতিয়া কামৰ পৰা অৱসৰ লবৰ সময় হোৱাত তাক পঢ়িবলৈ যাবলৈ কব পৰা শক্তি মোৰ নাছিল।

অৱসৰ লবৰ সময় হোৱাত মোক আৰু ছুবছৰমান extension দি কামত ৰাখিবলৈ আৰু কামত নাৰাখে যদি চাৰিমাহ retiring leave দিবলৈ অনুৰোধ কৰি গৱৰ্ণমেণ্টলৈ এখন দৰ্খাস্ত দিলো।

কিছুমান দিনৰ পিছত খবৰ পালো মোক আৰু কামত নাৰাখিলে। নতুনৰ নিমিত্তে ঠাই খালি কৰি মোক চাৰিমাহ ছুটী দি কামৰপৰা বিদায় দিলে।

ইংৰাজী ১৯৪৭ চনৰ ১৫ ডিচেম্বৰ তাৰিখে কামৰপৰা অৱসৰ লৈ বৰপুখুৰীৰ পাৰৰ চিনিয়ৰ ই. এ. ছিৰ ঘৰটো খালি কৰি দিলো। শিৱসাগৰত সৰু ঘৰ এটা মাহে ত্ৰিশ টকাত কেৰেয়ালৈ লৈ সপৰিবাৰে তালৈ উঠি গলো। তেতিয়া ডিব্ৰুগড়ত মোৰ নিজৰ ঘৰটো কেৰেয়ালৈ দিয়া আছিল।

কেইদিনমানৰ পিছত শ্ৰীমান অনুপোনাই এ. ছি. এফ. কাম

নাপালে, আন কেইজনমান ল'ৰাইহে পালে বুলি খবৰ পাই মই বৰ আচৰিত হলো। ল'ৰাটোকনো কি দোষত ওফৰাই পেলালে, মুখ্যমন্ত্ৰী বৰদলৈদেৱকে সুধি আহোগৈচোন বুলি মই পোনে পোনে চিলঙলৈ গলো। গুৱাহাটী-চিলং মটৰ অফিচত মোৰ সহপাঠী বন্ধু স্বৰ্গীয় লক্ষেশ্বৰ বৰুৱাক আৰু প্ৰবোধ সান্যালক লগ পালো। লক্ষেশ্বৰ বৰুৱা তেতিয়া বিধান সভাৰ অধ্যক্ষ আছিল আৰু তেওঁ মোৰ পৰিবাৰৰ আপোন মোমায়েক। প্ৰবোধ সান্যাল আছিল ডি. পি. আই। তেওঁলোক দুজনৰ লগত একেখন মটৰতে চিলঙলৈ গলো। বাটত লক্ষেশ্বৰ বৰুৱাই মোক সুধিলে—"তই এনেয়ে ফুৰিবলৈ আহিছনে ছিলঙত কিবা কাম আছে?"

মই কলো—"মই মুখ্যমন্ত্ৰী বৰদলৈক দেখা কৰিবলৈ আহিছো। লাবানত মোৰ বাই-ভনী আছে নহয়, তাৰে এঘৰত থাকিম।"

তেওঁ ক'লে—"বৰদলৈক দেখা কৰিবলৈ আহিছ যদি তই মোৰ ঘৰত থাকিলেহে সুবিধা পাবি। লাবানৰপৰা তেওঁৰ ঘৰ ভালেমান দূৰত। মোৰ ঘৰ লেকৰ পাৰত। তই তাতে থাকিবি।"

চিলঙত বৰুৱাৰ ঘৰতে থাকি পিছদিনা বৰদলৈদেৱক দেখা কৰিবলৈ গৈ তেওঁৰ ঘৰৰ ভিতৰে-বাহিৰে গান্ধীটুপী পিন্ধা বহুত মানুহে তেওঁক হেঁচা মাৰি ধৰি থকা দেখিলো। কোনেও পৰিচয়-পত্ৰ পঠোৱা নাই। যাৰ ইচ্ছা নমতাকৈয়ে ভিতৰলৈ সোমাই গৈছে। ময়ো পৰিচয়-পত্ৰ নপঠোৱাকৈয়ে ভিতৰলৈ সোমাই গৈ তেওঁক দেখা দিলো। মন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াও তেওঁৰ ওচৰতে বহি আছিল।

মোক দেখি বৰদলৈদেৱে ক'লে—"আপোনাৰ কিবা কাম আছেনেকি? মই এতিয়া বৰ ব্যস্ত হৈ আছো।"

মই কলো—"মোক দুই মিনিট সময় দিয়ক। আপোনাক মই কথা এষাৰ সুধিবলৈ আহিলো। মোৰ বৰপুত্ৰ শ্ৰীমান শশীধৰ ৰাজখোৱাই এ. ছি. এফ. কামলৈ দৰ্খাস্ত দিছিল। সি কলিকতা

বিশ্ববিদ্যালয়ৰ এটা ভাল ল'ৰা। মেট্রিক পৰীক্ষাত সি বিশ্ববিদ্যালয়ত একাদশ স্থান পাইছিল। সি কটন কলেজত পঢ়াকালত প্ৰৱেশিকা পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম হোৱা তাৰ সহপাঠী শ্রীকৈলাশচন্দ্র ভট্টাচাৰ্য্যকো চেৰ পেলাই 'চুডমাৰ্হ্বন গ'ল্ড মেডেল' পাইছিল। ফিজিক্সত অনাৰ্ছ সহ বি. এচ-ছি. পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান পাইছিল। তাৰ পিছত এবছৰ এম. এচ-ছি.ও পঢ়িলে। কুৰি মাইল খোজকঢ়া পৰীক্ষাও পাছ কৰিলে। এই ল'ৰাটোক কি দোষত এ. ছি. এফ. কাম নিদি ওফৰাই পেলালে তাকে আপোনাক সুধিবলৈ আহিলো।"

বৰদলৈদেৱে ক'লে—"আপোনাৰ ল'ৰাটোৰ নাম মই শুনিছো। কিন্তু দৰ্খাস্তবিলাক মই পঢ়ি চোৱা নাই। বাছনি ব'র্ডে যি-কেইজনৰ নাম পঠালে সেই কেইজনকে কাম দিলো। আপোনাৰ ল'ৰাক আন কিবা প্ৰকাৰে সহায় কৰিব লাগে যদি কওক।"

মই কলো—"ল'ৰাটোৱে কাম নেপালে যেতিয়া মই তাক কাশীৰ হিন্দু বিশ্ববিদ্যালয়ত এম. এচ-ছি. পঢ়িবলৈ পঠাম বুলি ভাবিছো। কিন্তু তাত চিট পোৱা টান। আপুনি অনুগ্ৰহ কৰি চিঠি এখন দিলে সি চিট পাব।"

বৰদলৈয়ে ক'লে—"বাৰু, তাক মোৰ ওচৰলৈ পঠাই দিব।"

সেইদিনা মোকো এটা কাম দিয়ক বুলি মই বৰদলৈদেৱক কোৱা নাছিলো। কাৰণ মোক ই. এ. ছি. কামত আৰু নাৰাখিলে যেতিয়া স্কুল মাষ্টৰী নাইবা কেৰাণী কামৰ বাহিৰে মই কৰিব পৰা কাম একো খালি হৈ থকা নাছিল। কিবা কাম আছিল যদি মই জানিবৰ উপায় নাছিল। মই তেওঁৰ ওচৰলৈ গৈছিলো ল'ৰাটোৰ কথা কবলৈহে।

পিছদিনা শিৱসাগৰলৈ উলটি আহিলো। বাছনি ব'র্ডে মোৰ ল'ৰাটোক কাম নিদিয়াৰ কাৰণ মই বুজিলো। মই আছিলো

দেশৰ শত্ৰু বিদেশী চৰকাৰৰ চাকৰিয়াল। দেশ স্বাধীন হোৱাৰ পিছত স্বাধীনতা আন্দোলনত যোগ দিয়াসকলৰ ল'ৰা বা তেওঁলোকৰ অঙহী বঙহীক কাম নিদি মোৰ ল'ৰাক দিব কিয়? তেওঁলোকে একো অন্যায় কৰা নাই বুলি নিজৰ মনটোকে প্ৰবোধ দিলো। তাক এম. এচ-ছি. পঢ়িবলৈকে পঠাম বুলি ভাবি শিৱসাগৰত মই কোনোবা কালতে তিনিশ টকাত কিনি থোৱা দুবিঘা বস্তি-মাটি দুহেজাৰ টকাত বেচি দিলো।

সেই সময়ত টকাৰ অভাৱ মই বৰকৈ অনুভৱ কৰিছিলো। টকা খৰছ কৰি মোৰ এই ল'ৰাটোক বিলাতলৈ পঠাব পৰা হ'লে সি এটা ডাঙৰ বৈজ্ঞানিক বা ইঞ্জিনিয়াৰ হৈ আহিলেহেঁতেন!

কেইদিনমানৰ পিছত আৰু এজন এ. ছি. এফ. লব বুলি খবৰ পালো। সেই সময়ত বনবিভাগৰ মন্ত্ৰী শ্ৰীৰূপনাথ ব্ৰহ্মদেৱ শিৱসাগৰলৈ আহি পোনে পোনে পানীদিহিং ৰিজাৰ্ভ ফৰেষ্ট চাবলৈ গল বুলি খবৰ পাই মই তেওঁৰ পাছে পাছে গৈ হাবিতে তেওঁক লগ ধৰিলোগৈ। মই ধুবুৰীত ই. এ. ছি হৈ থকাকালৰে পৰা শ্ৰীব্ৰহ্মদেৱৰ লগত মোৰ চিনা-পৰিচয় আছিল। মোৰ ল'ৰাটোৰ বিষয়ে সকলো কথা কলত তেওঁ কলে—"আপোনাৰ ল'ৰাই এই কামলৈ দৰ্খাস্ত দিছিল বুলি মই জনা নাছিলো। আপুনিও মোক কোৱা নাছিল। যি নহওক এতিয়া তাৰে এটা কাম খালি হব। সেই কামটোকে আপোনাৰ ল'ৰাক দিম।"

তেওঁক ধন্যবাদ জনাই মই শিৱসাগৰলৈ উলটি আহিলো।

তেতিয়ালৈকে মোৰ চাৰিজনী ছোৱালীক আৰু এটা ল'ৰাক স্কুল-কলেজত পঢ়ুওৱা আৰু ছটা ল'ৰা-ছোৱালীৰ বিয়া পতা আদি মোৰ সংসাৰৰ কাম একোৱেই সমাধা হোৱা নাছিল। চাৰিমাহ ছুটীৰ পিছত মোৰ সংসাৰ অচল হৈ যাব। সেইকাৰণে সৰু ভাই প্ৰেম মইনাৰ লগতে কিবা কাৰবাৰত ধৰিব পাৰোঁনেকি বুলি ভাবি তাৰ লগত পৰামৰ্শ কৰিবলৈ তিনিচুকীয়ালৈ গলো। কিন্তু তালৈ

গৈ কেইদিনমান তাচ খেলাৰ বাহিৰে আৰু একো কামত ধৰিবলৈ সুবিধা নেপালো।

এদিন তাচখেলি থাকোতেই মোৰ পৰিবাৰে শিৱসাগৰৰ পৰা এটা মানুহৰ হাতত পঠাই দিয়া এখন টেলিগ্ৰাফ পালো। খুলি চাই দেখিলো সেইখন গৱৰ্ণমেণ্টৰ টেলিগ্ৰাফ। তাত লিখা আছিল —**You are appointed Treasurer, Gauhati University. Pay not exceeding Rs 500/-. Wire acceptance.**

ভগবানেই কামটো যাচি দিলে বুলি ভাবি গৱৰ্ণমেণ্টক ধন্যবাদ দি সাতদিনৰ ভিতৰত কামত হাজিৰ হম বুলি তেতিয়াই টেলিগ্ৰাফ কৰি পিছদিনা শিৱসাগৰলৈ উলটি আহিলো। মোৰ পৰিয়ালটো তিনিচুকীয়ালৈ পঠাবলৈ আৰু মই গুৱাহাটীলৈ যাবলৈ প্ৰস্তুত হওঁতে তুদিন পাৰ হৈ গল। তৃতীয় দিনা গৱৰ্ণমেণ্টৰ আৰু এখন টেলিগ্ৰাফ পালো। তাত লিখিছিল—**You are appointed Treasurer Gauhati University on Rs. 150—25—500. Join immediately.**

সেইখন টেলিগ্ৰাফ পাই কামটো ট্ৰেজুৰি অফিচৰ ডেৰশ টকীয়া কেৰাণীৰ কাম বুলি ভাবি মোৰ মনটো দমি গল। হাকিমৰ গাদীৰপৰা নামি বুঢ়াকালত কেৰাণীৰ কাম লবৰ মন নগল। **Unwilling to join below Rs. 300/-** বুলি গৱৰ্ণমেণ্টলৈ টেলিগ্ৰাফ এখন কৰি বহি থাকিলো।

তিনদিনমানৰ পিছত ল'ৰাইতৰ মাকে মোক কলে—"গৱৰ্ণমেণ্টে আপোনাক কামটো যাচি দিছিল। আপুনি নললে কিয়? এতিয়া আমাৰ মাহে ডেৰশ টকাই বহুত। আপুনি এতিয়াও গুৱাহাটীলৈ গৈ এই কামটোকে লওকগৈ।"

মই কলো—"মই কাম নলওঁ বুলি টেলিগ্ৰাফ কৰাৰ তিনদিনৰ পিছতো সেইটো কাম মোৰ নিমিত্তে পেলাই থৈছেনে? আন এজনক দিলেই হবলা।"

তেওঁ কলে—"গুৱাহাটীলৈ যাওকচোন, খবৰ কৰকগৈ। ইয়াত তাচ খেলি বহি থাকিলে কি হব?"

যাচি দিয়া কামটো নলৈ মোৰো তেতিয়া মনটো বেয়া লাগি আছিল। পিছদিনাই গুৱাহাটীলৈ গৈ মোৰ ভনী-জোৱাই অৱসৰ-প্ৰাপ্ত ডি. এছ. পি. শ্ৰীগোলাপচন্দ্ৰ হাজৰিকাৰ ঘৰতে আলহী হলোগৈ।

# গুৱাহাটীত

ইংৰাজী ১৯৪৮ চনৰ জানুৱাৰী মাহৰ ২০ তাৰিখে গুৱাহাটীলৈ গৈ পিছদিনা বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ স্বৰ্গীয় ফণীধৰ দত্তক দেখা কৰিবলৈ গলো। ফণী দত্তৰ লগত মোৰ আগৰপৰাই চিনা-পৰিচয় আছিল। মই যোৰহাটত মেজিষ্ট্ৰেট হৈ থকা কালত তেওঁ যোৰহাটৰ এজন উকীল আছিল। জানুৱাৰীৰ ২১ তাৰিখে তেওঁক দেখা কৰিবলৈ গৈ তেওঁৰ অফিচত শিক্ষা বিভাগৰ সচিব মিঃ মেহতা চাহাবক লগ পালো। তেওঁ মোক দেখা পাই কলে—"আপুনি কিবা ভুল বুজিলে। আপোনাৰ পেন্সনৰ উপৰি আপোনাক ৪৫০—২৫—৫০০ টকাত তিনি বছৰলৈ ট্ৰেজাৰাৰ কামত নিযুক্ত কৰা হৈছে। তাৰ উপৰি মৰগীয়া বানচো পাব। আপুনি তিনিশ টকাৰ কমে কাম নকৰো বুলি টেলিগ্ৰাফ কৰিলে কিয়?"

তেওঁৰ কথা শুনি জেপৰ পৰা তেৰেঁ মোলৈ পঠোৱা গৱৰ্ণমেণ্টৰ টেলিগ্ৰাফখন উলিয়াই দেখুওৱাত তেওঁ কলে—"এইখন ভুল টেলিগ্ৰাফ। কোনে ক'ত ভুল কৰিলে কব নোৱাৰো। যি নহওক, আচল টেলিগ্ৰাফ খনৰ পোষ্ট কপি আপোনালৈ ডাকত গৈছে। আপুনি আজিয়েই কামত হাজিৰ হওক।"

তেওঁক ধন্যবাদ জনাই তেতিয়াই জইনিং ৰিপৰ্ট দিলো। মেহতা চাহাব ওলাই যোৱাৰ পিছত ফণী দত্তক সুধিলো—"মোৰ অফিচ ক'ত? একাউণ্টেণ্ট কোন?"

তেওঁ কলে—"আপোনাৰ অফিচ আপুনি পাতি ললেহে হব। মোৰ অফিচ মই পাতি লৈছো। আপোনালৈ কোঠা এটা আৰু তাতে বেঞ্চ এখন পৰাই থৈছো। চকি, টেবুল নাই। এতিয়া

মেট্রিক পৰীক্ষাৰ ফিজ আহিয়ে আছে। খৰছ-পাতিও হৈ আছে। এইবোৰ আপোনাক চমজাই দিবলৈকে বাট চাই আছো। এতিয়া এইবোৰ চমজি লওক।”

মই কলো—“আমাৰ দশা এনেকুৱা যদি টকা-পইচা ছুদিনমান আপোনাৰ হাততে ৰাখক। মই অফিচ পাতিবলৈ দিহা কৰো।”

তেতিয়াই গুৱাহাটীৰ চৰকাৰী ট্রেজুৰি অফিচলৈ গৈ এজন একাউণ্ট এচিষ্টেণ্টক মাতি আনি মোৰ অফিচত তেওঁ দিনে ছুঘণ্টাকৈ কাম কৰি দিবলৈ তেওঁৰ লগত বন্দোবস্ত কৰিলো। বহী কেইখনমান কিনি জমা-খৰছৰ হিচাপ ৰাখিবলৈ তেওঁক দিলো।

ছুদিনমানৰ পিছত স্বৰ্গীয় মুখ্যমন্ত্রী গোপীনাথ বৰদলৈদেৱ, বাৰিষ্টাৰ শ্রীফখৰুদ্দিন আলি আহমদ চাহাব আৰু শ্রীমহেশ্বৰ নেওগ মোৰ অফিচলৈ আহি গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ তেওঁলোকে ৰাইজৰ পৰা সংগ্রহ কৰা তেওঁলোকৰ ট্রাষ্ট ব’র্ড ফাণ্ডৰ ছয়লাখমান টকা ৰচিদ বহী আদিৰে সৈতে মোক গতাই দিলে। তেওঁলোকে ব্যৱহাৰ কৰা মেজ এখন, চকী ছুখন, কাঠৰ আলমাৰি এটাও মোক গতাই দিলে। সেইবোৰকে লৈ সেই এজন একাউণ্টেণ্টৰ সহায়ত মোৰ অফিচ আৰম্ভ কৰি দিলো।

শ্রীমহেশ্বৰ নেওগৰ লগত সেইদিনাহে মোৰ প্রথম চিনা-পৰিচয় হল। তেওঁ তেতিয়া ট্রাষ্ট ব’র্ড ফাণ্ডৰ ট্রেজাৰাৰ আছিল। ফাণ্ডৰ টকা-পইচা মোক গতাই দিয়াৰ পিছত শ্রীনেওগে বিশ্ববিদ্যালয়ৰ এটা কামত সোমাবলৈ ইচ্ছা কৰিছিল। মই তেওঁক কলো—“তুমি কিছুদিন অপেক্ষা কৰিব লাগিব। ভাইচ-চেন্সেলৰ অহাৰ পিছত কাৰ্য্য-নিৰ্ব্বাহক সভা গঠিত হলেহে তোমাক কিবা এটা কাম দিব পৰা হব।”

পিছত কাৰ্য্য-নিৰ্ব্বাহক সভাই তেওঁক তলখাপৰ অফিচ এচিষ্টেণ্টৰ কাম এটাহে যাচিলে। শ্রীনেওগে সেই কাম নলৈ কিছুকালৰ পিছত অসমীয়াৰ এম. এ পৰীক্ষা দি প্রথম শ্রেণীৰ

এম. এ. হৈ বিশ্ববিদ্যালয়ৰ লেকচাৰাৰ হল। তাৰ কিছুকালৰ পিছত থেচিচ লিখি ডক্তৰেট পাই তেওঁ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰফেচাৰ হলগৈ। তদুপৰি তেওঁ এতিয়া অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক। মোৰ নিচিনাকৈয়ে বি. এ. পাছ কৰি কলেজ এৰি অহা শিৱসাগৰৰ কমাৰফদীয়া গাঁৱৰ এই ল'ৰাজনৰ মূৰত ইমান মেধাশক্তি আছিল বুলি তেওঁৰ লগত প্ৰথম চিনাকি হবৰ দিনা মই স্বপ্নতো ভাবিব পৰা নাছিলো। পঢ়িবলৈ সুবিধা নাপাই অসমৰ গাওঁবিলাকৰ চুকে-কোণে এনেকুৱা মেধাবী ল'ৰা কিমান পৰি থাকিল কোনে জানে! এতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ে আমাৰ সেই অভাৱ পূৰ্ণ কৰিলে। কিন্তু বৰ দুখৰ কথা যে ইংৰাজৰ ৰাজত্বৰ শেষ কালছোৱাৰ পৰা অশেষ যত্ন কৰি অসমত বিশ্ববিদ্যালয় স্থাপন কৰোঁতাসকলৰ ভিতৰত আগৰণুৱা স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ স্মৃতি-চিন গুৱাহাটী বিশ্ববিদ্যালয়ে একো ৰখা নাই।

মাৰ্চ্চ মাহত শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱে ভাইচ-চেঞ্চেলৰ কামত জইন কৰাৰ পিছত তেওঁৰ অনুমতি লৈ শ্ৰীকৃষ্ণকান্ত ভাগৱতী, শ্ৰীডিম্বেশ্বৰ মহন্ত আৰু শ্ৰীবিপিন মহন্ত নামে বি-কম আৰু আই-কম পাছ কৰা তিনিজন ডেকা ল'ৰাক মোৰ অফিচৰ একাউণ্টেণ্ট আৰু এচিষ্টেণ্ট একাউণ্টেণ্ট কামত নিযুক্ত কৰি কাছাৰীৰ পৰা ধাৰ কৰি অনা একাউণ্ট-এচিষ্টেণ্টজনক বিদায় দিলো।

কিছুদিনৰ পিছত বিশ্ববিদ্যালয়ৰ কাৰ্য্য-নিৰ্ব্বাহক সভা গঠিত হল। ৰেজিষ্ট্ৰাৰ ফণী দত্ত আৰু ময়ো আছিলো কাৰ্য্য-নিৰ্ব্বাহক সভাৰ আৰু বিশ্ববিদ্যালয়ৰ কৰ্টৰ সভাৰ সদস্য। মোৰ বাহিৰে সভাৰ আটাইকেইজন সদস্যই আছিল উচ্চশিক্ষিত শিক্ষাবিদ। তেওঁলোকৰ ভিতৰত ময়েই আছিলো সাধাৰণ বি. এ.। তথাপি তেওঁলোকে মোক তেওঁলোকৰ লগত সমানে আসন পাবৰ অযোগ্য বুলি নাভাবিলে। কাৰণ তেওঁলোকে যিবোৰ বিষয় জানিছিল সেইবোৰ মই নাজানিছিলো; কিন্তু মই যিবোৰ জানিছিলো



গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম বাৰ্ষিক প্ৰতিষ্ঠা দিবসত তোলা ছবি ( ২৬ জানুৱাৰী, ১৯৪৯ )

সন্মুখৰ শাৰীত বহি থকাসকল ( বাওঁফালৰ পৰা )—সৰ্ব্বশ্ৰী এচ ৰাজখোৱা ( কোষাধ্যক্ষ ) এচ কে দত্ত (চেক্ৰেটেৰী ) কে কে সন্দিকৈ (উপাচাৰ্য্য), পি দত্ত ( ৰেজিষ্ট্ৰাৰ ) আৰু চি দাস (বিশেষ বিষয়া )।

আগৰ শাৰীত থিয় হৈ থকাসকল ( বাওঁফালৰ পৰা )—সৰ্ব্বশ্ৰী এ আহমদ, এন শৰ্ম্মা, এচ কটকী এম আহমদ টি বৰা ডি বৰকটকী, ডি দাস, ডি মহন্ত, বি পাঠক, বি মহন্ত এম জি হাসৰী আৰু এইচ শৰ্ম্মা।

পিচৰ শাৰীত থিয় হৈ থকাসকল ( বাওঁফালৰ পৰা )—সৰ্ব্বশ্ৰী জি ৰয, টি শৰ্ম্মা, এইচ আহমদ, কে শৰ্ম্মা, বি ভট্টাচাৰ্য্য, বি চৌধুৰী; পি বৰা; জি শৰ্ম্মা, কে ভাগবতী আৰু ডি তামুলী।

সেইবোৰৰ লগত তেওঁলোকৰ বিশেষ কোনো সংশ্ৰৱ নথকা কাৰণে সেইবোৰ তেওঁলোকে নাজানিছিল। যুদ্ধৰ সময়ত চাৰিবছৰমান চৰকাৰী ট্ৰেজুৰিৰ ট্ৰেজুৰি অফিচাৰ হৈ কাম কৰাৰ লগে লগে 'Indian Financial Rules', 'Civil Account Code' আদি কিতাপবিলাক পঢ়ি চৰকাৰী টকা-পইচা খৰছ কৰা আৰু জমা-খৰছৰ হিচাপ ৰখা নিয়ম-প্ৰণালী মই ভালকৈ জানিছিলো। সম্ভৱতঃ সেই কাৰণেই অসম চৰকাৰে মোক টেলিগ্ৰাফ দি মাতি আনি এই কামটো যাচি দিলে।

ছমাহমান কাম কৰাৰ পিছত ভাইচ-চেঞ্চেলৰ শ্ৰীসন্দিকৈদেৱে আৰু কাৰ্য্য-নিৰ্ব্বাহক সভাৰ অন্যান্য সদস্যসকলে কাম-কাজত মোক ভালেই পালে। মোৰ অফিচ কেনেকৈ চলাইছিলো, হিচাপ-পত্ৰ কেনেকৈ ৰাখিছিলো, এইবোৰ চাবলৈ ভাইচ-চেঞ্চেলৰ নাইবা কাৰ্য্য-নিৰ্ব্বাহক সভাৰ আন কোনো সদস্য কোনোকালে মোৰ অফিচলৈ যোৱা নাছিল। এই বিষয়ে তেওঁলোকে মোৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰি নিশ্চিন্ত হৈ আছিল।

বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সভাত মই দাখিল কৰা হিচাপ-পত্ৰত অডিটৰে সৰু-সুৰা দোষ খুচৰি উলিয়াইছিল যদিও ডাঙৰ দোষ একো পোৱা নাছিল। মোৰ হিচাপ-পত্ৰ প্ৰত্যেক বছৰে ক'ৰ্টৰ মিটিঙত পাছ হৈ গৈছিল। ইংৰাজী ১৯৬২ চনত খবৰ পালো যে মই বিশ্ববিদ্যালয় এৰি অহাৰ পিছৰ বছৰৰ পৰা বিশ্ববিদ্যালয়ৰ টকা-পইছা খৰছ কৰাৰ বিষয়ে কিবা গণ্ডগোল হ'ল আৰু সেই গণ্ডগোলৰ বিষয়ে তদন্ত কৰি ৰিপ'ৰ্ট দিবলৈ এটা তদন্ত কমিটী নিযুক্ত কৰিছিল। তদন্ত কমিটীৰ ৰিপ'ৰ্টটো মই বাতৰি কাকতত পঢ়িছিলো। সেই ৰিপ'ৰ্টটোত মোৰ নামেই উল্লেখ কৰা নাছিল। তাৰদ্বাৰাই বুজিব পাৰিলো যে মোৰ দিনত একো গণ্ডগোল হোৱা নাছিল।

সেই বছৰৰ ভিতৰতে ভাইচ-চেঞ্চেলৰৰ লগত পৰামৰ্শ কৰি

চান্দমাৰীত মাটি জৰীপ কৰাই মাটিৰ গিৰিইঁতক বছৰে বিশাত এশ টকাকৈ খাজানা দিবলৈ বন্দোবস্ত কৰি সেই মাটিৰ ওপৰত বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ কাৰণে কুৰিটামান ঘৰ, ছাত্রসকলৰ কাৰণে তিনটা অস্থায়ী হোষ্টেল মৰ্য়েই সজালো। এই কামত মোক সহায় কৰিছিল এজন অৱসৰপ্রাপ্ত চৰকাৰী ইঞ্জিনিয়াৰে। তাৰে এটা ঘৰ বিনা কেৰেয়াত মোক থাকিবলৈ দিলে।

ইতিমধ্যে অফিচৰ কাম ক্রমাৎ বেছি হৈ যোৱাত ভাইচ-চেন্সেলৰৰ অনুমতি লৈ শ্রীসোণেশ্বৰ পাটোৱাৰী বি-এল, শ্রীধনচন্দ্র দাস, শ্রীপ্রফুল্ল বৰাকে আদি কৰি আৰু কেইজনমান মোৰ অফিচৰ অফিচ এচিষ্টেণ্ট নিযুক্ত কৰিলো। এক্সামিনাৰ, লোকেল একাউণ্টছ (Examiner, Local Accounts) স্বৰ্গীয় প্ৰমোদলাল বৰুৱাৰ লগত পৰামৰ্শ কৰি Gauhati University Account Code লিখি কাৰ্য্য-নিৰ্ব্বাহক সভাত গৃহীত কৰাই অফিচৰ কামৰ গৎ লগাই ললো।

বিশ্ববিদ্যালয়ত কাম কৰি থকা কালতে সাহিত্যচৰ্চ্চাত হাত দিবলৈকো সুবিধা পাইছিলো। মোৰ অফিচৰ শ্রীধনচন্দ্র দাস এজন কবি-সাহিত্যিক। তেওঁ সুন্দৰ কবিতা আৰু গীত ৰচনা কৰিব পাৰে। তেওঁৰ সহায় পাই মোৰ 'স্বৰ্গদেউ প্ৰতাপসিংহ' নামে নাটকখন ছপাই উলিয়ালো। গুৱাহাটী বিশ্ববিদ্যালয়ে সেইখন নাটক অসমীয়া বিষয়ৰ বি-এ অনাৰ্চৰ পাঠ্যপুথি কৰিছে। শ্রীধন দাসে আৰু মই মাজে মাজে একোটা খণ্ড-কবিতা লিখি সাময়িক আলোচনীত প্ৰকাশ কৰিছিলো। গুৱাহাটীৰ কেইখনমান ৰাজহুৱা সভাতো মই সভাপতিৰ আসনৰ পৰা বক্তৃতা দিছিলো।

বিশ্ববিদ্যালয়ত কাম কৰি থকা কালতে মোৰ সংসাৰৰ কিছুমান বিশেষ কৰ্ত্তব্য পালন কৰিবলৈ সহায় আৰু সুবিধা পালো। বন-বিভাগৰ মন্ত্রী শ্রীৰূপনাথ ব্ৰহ্মদেৱৰ অনুগ্ৰহত মোৰ বৰপুত্ৰ শ্রীঅনুপোনাই এ-চি-এফ কাম পালে। তাক আৱশ্যকীয় খৰচ-

পাতি দি ১৯৪৮ চনৰ মাৰ্চ্চ মাহত ডেৰাডুনলৈ পঠালো। দদায়েক শ্ৰীপ্ৰেময়ো তাক সহায় কৰিলে। সেই বছৰ মোৰ দ্বিতীয় পুত্ৰ শ্ৰীজ্যোতিধৰ ৰাজখোৱাই কেমিষ্ট্ৰিত অনাৰ্চ সহ বি. এছ-ছি. পাছ কৰি বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান পালে। তাক কাশীৰ হিন্দু বিশ্ব-বিদ্যালয়ত এম. এছ-ছি. পঢ়িবলৈ পঠালো। সি মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈৰ পৰা চিঠি এখন লৈ যোৱাত হিন্দু বিশ্ববিদ্যালয়ত এম. এছ-ছি. পঢ়িবলৈ চিট পালে।

ইংৰাজী ১৯৫১ চনত মোৰ দুজনী ছোৱালী একে বছৰৰ ভিতৰতে বিয়া দিবলৈ বন্দোৱস্ত কৰিলো। কিন্তু মোৰ হাতত টকা নাছিল। ইংৰাজী ১৯৪৯ চনত চৰকাৰী প্ৰভিডেণ্ড ফাণ্ডৰ টকা পাই ছোৱালী বিয়া দিবলৈ পাঁচহেজাৰমান টকা গুৱাহাটী বেঙ্কত জমা থৈছিলো। পিছত গুৱাহাটী বেঙ্ক অচল হোৱাত সেই টকা আৰু উলিয়াব নোৱাৰিলো। সেইকাৰণে পেন্সন 'কমূট' কৰি দহহেজাৰ চাৰিশ টকা আনিলো। ১৯৫১ চনৰ এপ্ৰিল মাহত মোৰ দ্বিতীয়া কন্যা শ্ৰীমতী যুতিমালাৰ বিয়া যোৰহাটৰ মোৰ সহপাঠী বন্ধু স্বৰ্গীয় দেৱেশ্বৰ বৰুৱাদেৱৰ বৰপুত্ৰ শ্ৰীসুৰেন্দ্ৰনাথ বৰুৱা উকীলৰ লগত ডিব্ৰুগড়ত মোৰ নিজা ঘৰতে পাতিলো। সেই বছৰ শ্ৰীমতী যুতিয়ে ফিলছফিত অনাৰ্চ সহ বি. এ. পৰীক্ষা দি বিশ্ববিদ্যালয়ত চতুৰ্থ স্থান পালে।

সেই বছৰৰ ডিচেম্বৰ মাহত মোৰ তৃতীয়া কন্যা স্বৰ্গীয়া বনমালাৰ বিয়া নগাৱঁৰ শ্ৰীত্ৰৈলোক্যনাথ হাজৰিকা উকীলৰ লগত চান্দমাৰী কল'নীতে পাতিলো। এইজনী ছোৱালীও পঢ়াশুনাত চোকা আছিল। তাই ফিলছফিত অনাৰ্চ সহ বি. এ. পাছ কৰি বিশ্ববিদ্যালয়ৰ প্ৰথম চাৰিজন ছাত্ৰ-ছাত্ৰীৰ ভিতৰতে স্থান পাইছিল। মেট্ৰিক পৰীক্ষাত তাই ষ্টাৰ পাইছিল আৰু চাৰিবছৰ কুৰিটকীয়া বৃত্তি পাইছিল। আই. এ. পৰীক্ষাত তাই বিশ্ববিদ্যালয়ত চতুৰ্থ স্থান লাভ কৰিছিল। বিয়াৰ আঠ বছৰৰ পিছত কলিকতাৰ

মেডিকেল কলেজ হস্পিতালত কেন্সাৰ ৰোগত তাইৰ মৃত্যু হ'ল। গিৰিয়েক শ্ৰীত্ৰৈলোক্য বোপাই ডেৰমাহমান কলিকতাত তাইৰ লগতে থাকি বহুত টকা খৰচ কৰি তাইক বচাবলৈ চেষ্টা কৰিছিল। কিন্তু কেন্সাৰ ৰোগ বিধাতাৰ মৃত্যুদণ্ড; তাইক বচাব নোৱাৰিলে। শ্ৰীত্ৰৈলোক্য বোপাই এতিয়া তাই এৰি যোৱা ল'ৰা ছুটিকে বুকুত সাৱটি লৈ আছে। তেওঁ পুনৰ বিয়া কৰোৱা নাই।

ইংৰাজী ১৯৫২ চনত গুৱাহাটীৰ ডাক্তৰ শ্ৰীপদ্মনাথ হাজৰিকাদেৱৰ প্ৰথমা কন্যা শ্ৰীমতী মায়াৰ লগত মোৰ ৰৰপুত্ৰ শ্ৰীমান অম্লুপোনাৰ বিয়া চান্দমাৰী কল'নীতে পাতিলো। বিয়াৰ সময়ত শ্ৰীমান অম্লুপোনা জালুকবাৰী ফৰেষ্ট স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল। বিয়াৰ কেইদিনমানৰ আগতে কাজিৰঙাৰ হাবিলৈ তাক বদলি কৰিলে। তাত থাকিবলৈ ঘৰ নাছিল। ল'ৰাটোৱে ন-ছোৱালী বোৱাৰীজনীৰে সৈতে কাজিৰঙাৰ ডাক-বঙলাৰ কোঠা এটাতে থাকিলগৈ। কিন্তু সি হাবিত কাম চাবলৈ গলে ন-ছোৱালীজনীক বঙলাত অকলে এৰি যাব নোৱাৰি তাইকো হাতীত তুলি হাবিয়ে-বননিয়ে লৈ ফুৰাইছিল।

এদিন আমেৰিকান চাহাব এজন আৰু লগতে তেওঁৰ সহকাৰী এজন চিনেমাৰ নিমিত্তে কাজিৰঙাৰ গঁড়ৰ ফটো তুলিবলৈ আহি ডাক-বঙলাৰ আনটো কোঠাতে থাকিবলৈ ললে। পিছদিনা সিহঁত ছুটাই গঁড় দেখুৱাবলৈ অম্লুপোনাক লগত লৈ গল। এইদৰে কেইবাদিনো যোৱাৰ পিছত এদিন তেওঁলোকৰ লগত খোজকাঢ়ি গৈ হাবিত সোমাই অম্লুপোনাই হাবিত চৰি থকা গঁড় এটা দেখুৱাবলৈ অলপ আগবাঢ়ি যাওঁতেই গঁড়টোৱে তাৰফালে খেদা মাৰি আহিল। ল'ৰাটোৱে লৰ মাৰি সাৰিব নোৱাৰা যেন দেখি বাগি দি অলপ এফলীয়া হওঁতেই গঁড়টোৱে পাচফালৰপৰা তাৰ বাহুৰ ওপৰত খুন্দা মাৰি তাক বগৰাই পেলাই পোনে পোনে গুচি গল। ল'ৰাটোৰ ডিঙিৰ ওচৰৰ হাড়ডাল ( collar bone ) ভাগি ছুডোখৰ হ'ল।

ইফালে চাহাবজনে এই দৃশ্যটোৰ ফটো তুলি লবলৈ সুবিধা পালে। সিহঁত কেইটাই তাক নি ডাক-বঙলা পোৱালেগৈ। অকলশৰীয়া বোৱাৰীজনীয়ে দেউতাক শ্ৰীহাজৰিকাদেৱলৈ এখনি চিঠি দি ওচৰৰ চাহবাগিছাৰ মেনেজাৰ এজনৰ সহায়ত তাক মটৰত তুলি যোৰহাটলৈ নিলে। তাত মোৰ ভনীজোঁৱাই শ্ৰীমহেন্দ্ৰনাথ বৰুৱাৰ ভনীয়েক শ্ৰীমতী অকণি আইদেউৰ ঘৰতে সিহঁতে আশ্ৰয় ললেগৈ।

ডাক্তৰ শ্ৰীপদ্মনাথ হাজৰিকাদেৱে জীয়েকৰ চিঠি পাই অনু-পোনাৰ মাক আৰু শাহুৱেকক লগত লৈ কাজিৰঙাৰ বঙলালৈ গল। চাহাবজনক সোধাত তেওঁ ঘটনাটোৰ কথা কলে আৰু বোৱাৰীয়ে তাক যোৰহাটলৈ নিলে বুলি কলে। তেওঁলোক তাৰপৰা পোনে পোনে যোৰহাটলৈ গৈ ল'ৰা-ছোৱালী হালক ৰেলত তুলি লৈ গুৱাহাটী পালেগৈ।

শহুৰেক ডাক্তৰ হাজৰিকাদেৱৰ যত্নত কিছুদিনৰ পিছত ল'ৰাটোৰ হাড়ডাল জোৰা লাগিল আৰু সি সম্পূৰ্ণ সুস্থ হল। এইবাৰে সৈতে অনুপোনা তৃতীয়বাৰ মৃত্যুৰ মুখৰপৰা সাৰিল। গঁড়টোৱে পাচফালৰপৰা তাৰ পিঠিৰ ৰাজহাড়ডালত খুন্দা মাৰিবলৈ পোৱা হলে তাক তাতে শেষ কৰি থলেহেঁতেন।

চাহাবজন আমেৰিকালৈ উলটি গৈ অনুপোনালৈ এটা দামী কেমেৰা উপহাৰ পঠালে।

* * *

অসম চৰকাৰে মোক প্ৰথম তিনি বছৰৰ কাৰণে ইউনিভাৰ্চিটিৰ ট্ৰেজাৰাৰ কামত নিযুক্ত কৰিছিল। কিন্তু তিনিবছৰ উকলি যোৱাৰ পিছত ভাইচ-চেন্সেলৰ শ্ৰীসন্দিকৈদেৱে আৰু কাৰ্য্য-নিৰ্ব্বাহক সভাই মোক এৰি নিদিলে। মোক বিশ্ববিদ্যালয়ৰ বিডাৰ গ্ৰেড দি মোৰ চৰকাৰী পেন্সনৰ উপৰি মাহে পাঁচশৰ পৰা সাত শ টকা দৰ্ম্মহা

আৰু তাৰ উপৰি মৰগীয়া বানচ দি মোৰ তিনিকুৰি বছৰ বয়সলৈকে পুনৰ কামত নিযুক্ত কৰিলে। থাকিবলৈ বিনা কেৰেয়াত ঘৰ এটা প্ৰথম বছৰৰ পৰাই দিছিল।

ইংৰাজী ১৯৫৩ চনৰ ডিচেম্বৰ মাহত মোৰ তিনিকুৰি বছৰ বয়স পূৰ্ণ হোৱাতো ভাইচ-চেন্সেলৰ শ্ৰীসন্দিকৈদেৱে মোক এৰি দিবলৈ ইচ্ছা কৰা নাছিল। কিন্তু মই নিজে আৰু কাম কৰিব নোৱাৰো বুলি কোৱাত সেই বছৰৰ হিচাপ-পত্ৰ তৈয়াৰ কৰি দি যাবলৈ কলে। সেই কাৰণে ইংৰাজী ১৯৫৪ চনৰ ৩১ মাৰ্চ্চলৈকে কাম কৰি পহিলা এপ্ৰিলত কামৰপৰা অৱসৰ ললো।

বিশ্ববিদ্যালয়ৰ অফিচ এচিষ্টেণ্টসকলে মোক ভাল পাইছিল। অফিচাৰসকলৰ ভিতৰতো শ্ৰীচিদানন্দ দাস, স্বৰ্গীয় বিৰিঞ্চিকুমাৰ বৰুৱা আদিয়েও মোক ভাল পাইছিল। চান্দমাৰী কলনীত মোৰ ল'ৰা-ছোৱালী ছুটিৰ বিয়াত বৰ্ত্তমান একাউণ্টচ অফিচাৰ শ্ৰীসোণেশ্বৰ পাটোৱাৰী, এচিষ্টেণ্ট একাউণ্টেণ্ট শ্ৰীধনচন্দ্ৰ দাস শ্ৰীপ্ৰফুল্ল বৰা আদি মোৰ অফিচৰ কৰ্ম্মচাৰীসকলে আৰু অফিচৰ হেড-পিয়ন শ্ৰীসভাৰামে দায়িত্বপূৰ্ণ কামৰ ভাৰ লৈ মোক সকলো প্ৰকাৰে সহায় কৰিলে। ৰেজিষ্ট্ৰাৰৰ অফিচৰ কেইজনমান কৰ্ম্মচাৰীয়েও লগলাগি মোক সহায় কৰিলে। মই অৱসৰ লৈ অহাৰ সময়ত বিশ্ববিদ্যালৰ সকলোবিলাক অফিচ এচিষ্টেণ্ট লগলাগি বিদায় সম্বৰ্দ্ধনা সভা পাতি মোক বিদায় দিলে। মই বিশ্ববিদ্যালয় এৰি অহাৰ তিনি বছৰ পিছত ১৯৫৭-৫৮ চনত মোৰ দ্বিতীয় পুত্ৰ শ্ৰীজ্যোতিধৰ আৰু চতুৰ্থা কন্যা শ্ৰীমতী দীপমালাৰ বিয়াতো হেড-পিয়ন শ্ৰীসভাৰামে দায়িত্বপূৰ্ণ কামৰ ভাৰ লৈ মোক সহায় কৰিলে। একাউণ্ট অফিচে মোক সহায় কৰিবলৈ শ্ৰীসভাৰামক ছুটী দিছিল। শ্ৰীধনচন্দ্ৰ দাসে এই দুখন বিয়াতো আৱশ্যকীয় বস্তু যোগাৰ কৰি দি মোক সহায় কৰিলে। তেওঁলোকৰ সহায়ত এই ছুটি ল'ৰা-ছোৱালীৰ বিয়াও মই গুৱাহাটীতে পাতিলোঁ। মোৰ

প্ৰতি তেওঁলোকৰ মৰম-স্নেহ মই জীৱনত পাহৰিব নোৱাৰোঁ। এই সকলোৱে ওচৰত মই চিৰকৃতজ্ঞ।

বিশ্ববিদ্যালয়ৰ সেইকালৰ অধ্যাপক আৰু অন্যান্য গ্ৰেডৰ শিক্ষকসকলেও মোক ভাল পাইছিল। তেওঁলোকেও চান্দমাৰী কল'নীত বেলেগে বিদায় সম্বৰ্দ্ধনা সভা পাতি আমাক বিদায় দিছিল। বিশ্ববিদ্যালয়ৰ কেইজনমান অফিচাৰেও এই বিদায় সম্বৰ্দ্ধনা সভাত যোগ দিছিল।

ভাৰতৰ নানা ঠাইৰপৰা সপৰিবাৰে অহা অধ্যাপকসকলৰ লগত চান্দমাৰী কল'নীত আমি ভাই-ককাইৰ নিচিনাকৈ মিলা-প্ৰীতিৰে আছিলো। তেওঁলোকে আমাৰ বিহু উৎসৱতো যোগ দিছিল। তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি সকলো প্ৰায় আমাৰ নিচিনাই; কেৱল ভাষাহে বেলেগ বেলেগ। আমি মাজে মাজে 'মুনলিট ডিনাৰ পাৰ্টি' পাতি সকলোৱে একেলগে ভোজভাত খাইছিলো। প্ৰত্যেক বছৰে এবাৰ নিলগত 'পিক্‌নিক্' কৰিবলৈ গৈছিলো। এই উচ্চ-শিক্ষিত সমাজ এৰি আহিবলৈ মোৰ বৰ বেয়া লাগিছিল।

# কৰ্ম্ম-জীৱনৰ শেষ কাল

## ডিব্ৰুগড়ত

ইংৰাজী ১৯৫৪ চনত বিশ্ববিদ্যালয়ৰ পৰা অৱসৰ লৈ সপৰিয়ালে ডিব্ৰুগড়ৰ নিজা ঘৰলৈ আহি সৰু ছোৱালী দুজনীক স্কুল-কলেজত নাম লগাই দিলোঁ।

ইংৰাজী ১৯৫৬ চনত সুৰাপান নিবাৰণৰ উদ্দেশ্যেৰে নাটক এখন লিখি দিব লাগে বুলি অসম গৱৰ্ণমেণ্টৰ এখন চিঠি পাই 'অভিশপ্ত' নামে নাটক এখন লিখি দিলো। সেইখন নাটক লিখি দিয়াৰ বাবে অসম গৱৰ্ণমেণ্টে মোক নগদ পাঁচশ টকা পুৰস্কাৰ দিলে আৰু নাটকখন চৰকাৰী খৰছত ছপাই উলিয়াব বুলিও মোলৈ লিখিলে। কিন্তু আজিলৈকে সেইখন ছপাই উলিওৱা নাই। হাতেলিখা নাটকখন পাব্লিচিটি ডিপাৰ্টমেণ্টে কি কৰিলে তাৰো একো খবৰ নাপালো। পিছত 'মাধবী নিশাৰ সপোন' নামে আৰু এখন নাটক লিখিলো। সেইখন নাটকো আধুনিক ৰঙ্গমঞ্চৰ উপযোগী নহব বুলি পেলাই থলো।

ইংৰাজী ১৯৫৭ চনৰ নবেম্বৰ মাহত গুৱাহাটীৰ ডাক্তৰ শ্ৰীপদ্মনাথ হাজৰিকাদেৱৰ দ্বিতীয়া কন্যা শ্ৰীমতী মানসীৰ লগত মোৰ দ্বিতীয় পুত্ৰ শ্ৰীজ্যোতিধৰ ৰাজখোৱাৰ বিয়া পাতিলো। ল'ৰাটোৱে কাশীৰ হিন্দু বিশ্ববিদ্যালয়ত দুবছৰ এম. এছ-ছি. পঢ়ি কেমিষ্ট্ৰিত প্ৰথম শ্ৰেণীৰ এম. এছ-ছি. হৈ আহি কটন কলেজৰ লেকচাৰাৰ হৈ আছিল।

সেই বছৰ মোৰ চতুৰ্থা কন্যা শ্ৰীমতী দীপমালাই বি. এ. পাছ কৰাৰ পিছত ইংৰাজী ১৯৫৮ চনৰ ফেব্ৰুৱাৰী মাহত তাইক মোৰ

সহপাঠী বন্ধু বৰপেটাৰ শ্ৰীধনীৰাম তালুকদাৰ দেৱৰ দ্বিতীয় পুত্ৰ শ্ৰীগুণজিৎকুমাৰ তালুকদাৰলৈ বিয়া দিলো। মেট্ৰিক পৰীক্ষা দিয়াৰ সময়ত এই ছোৱালীজনীৰ শৰীৰ অসুস্থ হোৱাত তাইক মই কলেজত এবছৰ পঢ়িবলৈ নিদি ঘৰতে ৰাখিলো। শ্ৰীগুণজিৎকুমাৰ তালুকদাৰ এম. এ. বি. এল. এতিয়া অসম হাইকোৰ্টৰ জুনিয়ৰ গৱৰ্ণমেণ্ট এডভোকেট।

এই সময়ৰ ভিতৰতে আমি এবাৰ ডিব্ৰুগড়ত ডাঙৰকৈ ৰঙালী বিহু উৎসৱ পাতিছিলো। সেই অনুষ্ঠানৰ কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সভাপতি আছিল সেইকালৰ ডিব্ৰুগড়ৰ ডি. চি. শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাদেৱ। প্ৰধান সম্পাদক আছিল ডিব্ৰুগড়ৰ শ্ৰীদীনেশ দুৱৰা আৰু মই আছিলো ধনভঁৰালী। এই উৎসৱ পালনৰ কাৰণে আমি ৰাইজৰপৰা যি ধন সংগ্ৰহ কৰিছিলো, তাৰ ভিতৰত খৰছ বাদে আমাৰ হাতত দুহেজাৰ টকা থাকিল। সভাপতি শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাদেৱৰ প্ৰস্তাৱমতে গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া বিষয়ত যি দুটি ল'ৰা বা ছোৱালীয়ে প্ৰথম আৰু দ্বিতীয় স্থান পাব সেই দুটিক এই দুহেজাৰ টকাৰ সুতেৰে প্ৰত্যেক বছৰে দুটা ৰূপৰ পদক দিবলৈ প্ৰস্তাৱ কৰি সেই টকা বিশ্ববিদ্যালয়লৈ পঠালো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰেজাৰাৰে টকা পাই সেইমতে ৰূপৰ পদক দিয়া হব বুলি আমালৈ লিখিছিল। কিন্তু দিছেনে নাই আমি খবৰ পোৱা নাই।

শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাদেৱ অসমৰ এজন নামজ্বলা প্ৰবীণ সাহিত্যিক। তেখেতৰ সহধৰ্ম্মিণী শ্ৰীযুতা প্ৰণীতা দেৱীৰো সাহিত্য চৰ্চ্চাত ৰাপ আছে। ডিব্ৰুগড়ীয়া ৰাইজে তেওঁলোকক ভাল পাইছিল। তেওঁলোক ডিব্ৰুগড়ৰপৰা বদলি হৈ যাবৰ সময়ত ৰাইজে বিদায় সম্বৰ্দ্ধনা সভা পাতি তেওঁলোকক বিদায় দিছিল। তেওঁলোকেও আমাক ভাল পাইছিল। শ্ৰীশৰ্ম্মাদেৱে মোক ব্যক্তিগতভাৱেও সময়ে সময়ে সহায় কৰিছিল। সেইকাৰণে তেখেতৰ ওচৰতো মই চিৰকৃতজ্ঞ।

ইংৰাজী ১৯৬২ চনত মোৰ মুমলীয়া কন্যা শ্ৰীমতী মঞ্জুমালাৰ বিয়াৰ বন্দোৱস্ত হ'ল গুৱাহাটীৰ স্বৰ্গীয় হৰমোহন দাসদেৱৰ মুমলীয়া পুত্ৰ শ্ৰীভুবনমোহন দাসৰ লগত। ডিব্ৰুগড়ৰ মোৰ ঘৰৰ আগফালৰ কোঠাকেইটা জিলা পুথিভঁৰাল পাতিবলৈ কেৰেয়ালৈ দিয়া আছে কাৰণে ইয়াত বিয়া পাতিব নোৱাৰি। তেতিয়া শ্ৰীমতী মঞ্জুৱে জালুকবাৰীৰ হোষ্টেলত থাকি ৬ষ্ঠ বাৰ্ষিক শ্ৰেণীত এম. এ. পঢ়িছিল। দৰাৰ ঘৰো গুৱাহাটীতে। সেইকাৰণে বিয়াখন গুৱাহাটীতে পাতোগৈ বুলি সেই বছৰৰ নবেম্বৰ মাহত আমি বুঢ়া-বুঢ়ী গুৱাহাটীলৈ গৈ আমাৰ দ্বিতীয় পুত্ৰ শ্ৰীজ্যোতিধৰ ৰাজখোৱাৰ ঘৰত থাকিলোগৈ। সি হৰিহৰ কল'নীৰ এটা ঘৰৰ তলৰ মহলাৰ চাৰিটা কোঠা কেৰেয়ালৈ লৈ সপৰিবাৰে তাতে আছিল। আমি অৰে এটা কোঠা দখল কৰিলো। কিন্তু তাৰ ঘৰত বিয়া পাতিবলৈ অলপো সুবিধা নাই। তেতিয়া চীনাৰ লগত যুদ্ধৰ সময়। জালুকবাৰীৰ হোষ্টেলবোৰ মিলিটেৰীয়ে দখল কৰাত মঞ্জু আহি আমাৰ লগতে থাকিবলগা হল। বিয়াৰ দিন ঠিক হৈ আছিল; কিন্তু বিয়া পাতিবলৈ গুৱাহাটীত সুবিধাজনক ঘৰ এটা বিচাৰি নাপাই মই বিমোৰত পৰিলো।

আমি যিটো ঘৰত আছিলো তাৰ ওপৰ মহলাত আছিল শ্ৰীনিৰ্ম্মল সিং নামে এজন শিখ অফিচাৰ আৰু তেওঁৰ এজন বন্ধু। তেওঁলোক দুয়োজন আছিল ডাঙৰ অফিচাৰ। শ্ৰীনিৰ্ম্মল সিঙে ভালকৈ অসমীয়া কথা বুজি পায় আৰু কবও পাৰে। তেওঁ এদিন তললৈ নামি আহি মোৰ ল'ৰা আৰু বোৱাৰীৰ লগত কথা পাতি থকা দেখি ময়ো ওচৰ চাপি গৈ তেওঁৰ লগত চিনাকি হলো। কথাই কথাই ছোৱালীজনী বিয়া দিবলৈ ঘৰ বিচাৰি পোৱা নাই বুলি মই কলত শ্ৰীনিৰ্ম্মল সিঙে মোক কলে,— "আপুনি বিয়া পাতিবলৈ ঘৰ বিচাৰি পোৱা নাই যদি মোক নকলে কিয়? সৌটো আলিটোৰ সিপাৰে থকা ঘৰটো আমিয়ে

কেৰেয়ালৈ লৈ দখল কৰি আছো। তাত আমাৰ এজন অফিচাৰ আছে। তেওঁক আমাৰ লগলৈ আনি আপোনাক ঘৰ খালি কৰি দিম। আপুনি যিমান দিন ইচ্ছা সেই ঘৰ দখল কৰি থাকি তাতে বিয়াখন পাতক। বলক, আপোনালোকক ঘৰটো দেখুৱাই দিওঁ গৈ।"

এইবুলি তেওঁ আমাক লৈ গৈ ঘৰটো দেখুৱাই দিলেগৈ। তাত থকা পাঞ্জাবী ইঞ্জিনিয়াৰজনেও আনন্দেৰে সম্মতি দিলে। সেই ঘৰত বিয়া পাতিবলৈ সকলো প্ৰকাৰৰ সুবিধা থকা দেখি ঘৰটোৰ কেৰেয়া কিমান দিব লাগিব বুলি সোধাত শ্ৰীনিৰ্ম্মল সিঙে কলে,—"আপুনি এক পইছাও ভাৰা দিব নেলাগে। এই ঘৰ আমাৰ কোম্পানীয়ে আমাৰ নিমিত্তে ভাৰালৈ লৈছে। আমি ভাৰা দিয়া নাই। আপুনি আমাক বিয়ালৈ নিমন্ত্ৰণ কৰি বিয়াৰ জলপান খুৱাই দিলেই হব।"

মই কলো—"বাৰু মাকৰে সৈতে কইনাজনীকে পঠাম আপোনালোকক নিমন্ত্ৰণ কৰিবলৈ।"

কিন্তু আমি নিমন্ত্ৰণ কৰাৰ পূৰ্ব্বে তেওঁলোকেই পো-বোৱাৰী আৰু কইনাজনীৰে সৈতে আমাক সকলোকে নিমন্ত্ৰণ কৰি মাতি-নি পঞ্জাবী খানা ভালকৈ খুৱাই দিলে।

সেই ঘৰৰ মালিক গুৱাহাটীৰ শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা। তেওঁৰ ঘৰত বিয়া পাতিলে ঘৰটোৰ আৰু বাৰীখনৰ অলপ নহয় অলপ হানি-বিঘিনি হবই। সেইকাৰণে তেওঁৰ ঘৰত বিয়া পাতিলে আপত্তি কৰিব পাৰে বুলি ভাবি মই তেওঁক খবৰেই নিদিলো। নবেম্বৰৰ ১৫ তাৰিখে সেই ঘৰ দখল কৰি তাতে ১৯৬৩ চনৰ ১৬ জানুৱাৰীত বিয়াখন পাতিবলৈ আয়োজন কৰিলো। মনতে ভাবিলো, পিছত শ্ৰীদত্তবৰুৱাই খবৰ পাই আপত্তি কৰে যদি লোকচানী স্বৰূপে কিছু টকা দি আপোচ মীমাংসা কৰিলেই হব।

নিজৰ ঘৰ আৰু বংশ-পৰিয়ালৰ পৰা আঁতৰি গৈ গুৱাহাটীত

নতুনকৈ ঘৰ এখন পাতি ছোৱালী বিয়া দিবলৈ মই আগ-গুৰিকে বিচাৰি পোৱা নাছিলো। মোৰ ল'ৰা দুটাৰ শহুৰেক ডাক্তৰ শ্ৰীপদ্মনাথ হাজৰিকাদেৱে তেওঁৰ পৰিবাৰ, ল'ৰা-ছোৱালী আৰু তেওঁৰ পৰিবাৰৰ ভনীয়েক শ্ৰীমতী দেৱলা আইদেউৰে সৈতে সকলোৱে হাতেপাতে ধৰি ৰাতিয়ে দিনে কাম কৰি বিয়াৰ সকলো কাম সুকলমে সমাধা কৰিলে। নিলগৰপৰা অহা মোৰ জী-জোঁৱাই আৰু গুৱাহাটীৰ মোৰ ভনীজোঁৱাই শ্ৰীগোলাপচন্দ্ৰ হাজৰিকা আৰু ভনী শ্ৰীমতী গুণবালায়ো যথেষ্ট সহায় কৰিলে। গুৱাহাটীৰ অন্যান্য বন্ধু-বান্ধৱ আৰু আপোন মানুহেও বিবাহ উৎসৱত যোগ দি সহায় কৰিলে। এই সকলোৰে ওচৰত মই চিৰকৃতজ্ঞ।

বিয়াৰ আগতে শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱালৈ নিমন্ত্ৰণ পত্ৰ এখন দিছিলো। বিয়াৰ দিনা তেওঁ আহিছিল। মই তেতিয়া ছোৱালী সম্প্ৰদান দিবলৈ হোমৰ কাষত বহিছিলো। শ্ৰীদত্তবৰুৱাক দেখা পাই মই কলো—"আপোনাৰ বিনা অনুমতিত আপোনাৰ ঘৰত বিয়াখন পাতি জগৰহে লগালো।"

তেওঁ কলে—"ছাৰ, আপোনাৰে ঘৰ বুলি ধৰকচোন। মোৰ ঘৰটো আপোনাৰ কামত অহাত মই বৰ সন্তোষহে পাইছো।"

এদিন এখন্তেকৰ চিনাকি এই ভদ্ৰলোকজনৰ এনে মৰম লগা কথা শুনি তেওঁ মোৰ নিচেই আপোন মানুহ যেন লাগিল। এদিন এখন্তেকৰ চিনাকি শ্ৰীনিৰ্ম্মল সিং পঞ্জাবীয়েও নিজৰ অসুবিধালৈ আওকাণ কৰি বিয়া পাতিবলৈ ঘৰটো দি সহায় কৰিলে। তেওঁলোক দুয়োজন হাতদীঘল ডাঙৰ মানুহ। এনেকুৱা ডাঙৰ মানুহৰ মনো ডাঙৰ। তেওঁলোকে সমাজৰ আন মানুহৰ অসহায় অৱস্থাত সহায় কৰিবলৈ সুবিধা পালেই আনন্দ পায়। এওঁলোক দুয়োজনৰ ওচৰতো মই চিৰকৃতজ্ঞ।

বিয়াৰ চাৰিদিনৰ পিছত ১৯৬৩ চনৰ ২১ জানুৱাৰীৰ পৰা মঞ্জুৰ এম. এ. পৰীক্ষা আৰম্ভ হোৱাত তাই শহুৰেকৰ ঘৰলৈ নগৈ জালুক-

বাৰীৰ হোষ্টেললৈ গল আৰু তাতে থাকি এম. এ. পৰীক্ষা দিলে। সেই বছৰ তাই অসমীয়াত এম. এ. পাছ কৰি বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান পালে। অসমীয়া বিষয়ত মেট্ৰিক পৰীক্ষাত আৰু অসমীয়াত অনাৰ্চ সহ বি. এ. পৰীক্ষাতো তাই বিশ্ববিদ্যালয়ত প্ৰথম স্থান পাইছিল। এতিয়া তাই সন্দিকৈ ছোৱালী কলেজৰ লেকচাৰাৰ। মুমলীয়া জোঁৱাই ডক্তৰ শ্ৰীভুবনমোহন দাস এম. এছ-ছি, ডি. ফিল, বিশ্ববিদ্যালয়ৰ এজন ৰিডাৰ।

মুমলীয়া কন্যা মঞ্জুক বিয়া দিয়াৰ পিছত আমাৰ সংসাৰৰ কাম শেষ হল। বৰপুত্ৰ শ্ৰীশশীধৰ ৰাজখোৱাই এ. চি. এফ. কামত সোমাই পাঁচবছৰমানৰ পিছত ডি. এফ. অ' কামলৈ প্ৰমোচন পালে। এতিয়া সি 'চিলভিকালচাৰিষ্ট' হৈ সপৰিবাৰে ছিলঙত আছে। অসম চৰকাৰে চৰকাৰী খৰছত তাক অষ্ট্ৰিয়ালৈ পঠাই ফৰেষ্ট্ৰী বিষয়ে উচ্চশিক্ষা দিয়াই আনিছে। দ্বিতীয় পুত্ৰ শ্ৰীজ্যোতিধৰ ৰাজখোৱাই কেমিষ্ট্ৰিৰ থেচিচ লিখি ডক্তৰেট পাই এতিয়া কটন কলেজৰ লেকচাৰাৰ হৈ আছে। সি গুৱাহাটীত মাটি কিনি পকীঘৰ সজাই সপৰিবাৰে তাতে আছে।

শ্ৰীমতী মঞ্জুক বিয়া দি আমি বুঢ়া-বুঢ়ী ডিব্ৰুগড়ৰ শূন্য পঁজালৈ উলটি আহিলো।

* * * *

সাহিত্য চৰ্চ্চাত মোৰ ৰাপ আছিল যদিও সাহিত্য ক্ষেত্ৰত মই বিশেষ একো কৰিব নোৱাৰিলো। তাৰ কাৰণ মোৰ এই ঘটনাপূৰ্ণ জীৱন-কাহিনী পঢ়িলেই সকলোৱে বুজিব পাৰিব।

স্বাধীনতা আন্দোলনৰ কালছোৱাই আছিল মোৰ জীৱনৰ উৎকৃষ্ট কাল। এই কালত বিদেশী চৰকাৰৰ তলত দায়িত্বপূৰ্ণ চৰকাৰী কাম কৰাৰ লগে লগে আৰু মোৰ পিতৃ-মাতৃ আৰু নিজৰ পৰিয়ালটোৰ প্ৰতি যথাসাধ্য কৰ্ত্তব্য পালন কৰাৰ লগে লগে

মাজে মাজে থপিয়াই জপিয়াই যি অলপ লেখিলো তাৰো সৰহভাগ কোনো কামত নাহিল।

'নিজৰা' ছপাই উলিওৱাৰ পিছতো মই আৰু ভালেমান খণ্ড-কবিতা লেখিছিলো। তাৰে কিছুমান আলোচনীবিলাকৰ পাততে পৰি থাকিল, কিছুমান হেৰাল আৰু কিছুমান মোৰ ঘৰতে আছে। ইটোৰ লগত সিটোৰ সম্বন্ধ নথকা এই কবিতাবিলাক একেলগ কৰি আৰু এখন কবিতা-পুথি ছপাই উলিয়ালে বৰ্ত্তমান কোনো কামত নাহে। সেইকাৰণে এইবিলাক কবিতা মই পেলাই দিলো।

জীৱনৰ আগ বয়সত লিখা 'উদগণি'ৰ শিশুপাঠ্য কবিতাবিলাক আধুনিক যুগত কিবা কামত আহে যদি 'উদগণি' ছপাই উলিয়াবা বুলি গুৱাহাটীৰ শ্ৰীৰাধাগোবিন্দ বৰুৱাক দি আহিছিলো। উদগণিৰ পাতনি লিখি দিছিল স্বৰ্গীয় ডিম্বেশ্বৰ নেওগে আৰু ডিব্ৰুগড় কানৈ কলেজৰ অধ্যক্ষ ডক্তৰ শ্ৰীযোগীৰাজ বসুৱে। কিন্তু বৰুৱাই সেইখন নছপালে। তাৰপৰাই বুজিলো যে সেইবিলাক কবিতাৰ এতিয়া আৰু কোনো মূল্যই নাই।

'লাছিত বৰফুকন' নামে নাটকখন বাদ দিও মই আৰু আঠখন নাটক লিখিছিলো। তাৰ ভিতৰৰ দুখনহে ছপাই উলিয়াব পাৰিলো। বাকী ছখন নাটকৰ ভিতৰৰ 'মনৰ মানুহ' নামে নাটকখন হেৰাল; 'অভিশপ্ত' নামে নাটকখন ছিলঙৰ পাব্লিচিটি অফিচতে পৰি থাকিল আৰু 'মাধবী নিশাৰ সপোন' নামে নাটকখন আধুনিক ৰঙ্গমঞ্চৰ উপযোগী নহয় বুলি জানিব পাৰি সেইখন নাটকো মই পেলাই থৈছো। বাকী 'ৰণজিৎ সিংহ', 'দেবযানী' আৰু 'শকুন্তলা' নামে অমিত্ৰাক্ষৰ ছন্দৰ নাটক তিনিখন কালজয়ী নাটক নহয় আৰু আধুনিক ৰঙ্গমঞ্চৰো উপযোগী নহয়। সেই-কাৰণে এইকেখন নাটকো ছপাই উলিয়ালে কোনো কামত নাহে কাৰণে পেলাই থলো।

জীৱন-যুদ্ধত হাৰিলোনে জিকিলো বুলি ভাবিলে এতিয়া মোৰ

মনলৈ আহে যে মুঠৰ ওপৰত মই হৰা নাই। মোৰ কৰ্ম্মফল অনুসৰি মই যিমানৰ লায়েক মোৰ ভাগ্যৰ বলত মই তাতকৈ বহুত বেছি ওপৰলৈ উধাইছিলো।

ডিব্ৰুগড়ৰ চিৰিং চাপৰিৰ গৰখীয়া ল'ৰাজাকৰ মাজৰপৰা ক্ৰমাৎ ওপৰলৈ উধাই গৈ শেহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰ্য্য-নিৰ্ব্বাহক সভাত আৰু বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সভাত অসমৰ আটাইতকৈ ওখ খাপৰ গুণী-জ্ঞানী উচ্চ-শিক্ষিত শিক্ষাবিদ, সাহিত্যিক, বক্তা, ৰাজনীতিজ্ঞ আৰু ভাৰতৰ নানা ঠাইৰপৰা অহা বিশ্ববিদ্যালয়ৰ ওখ খাপৰ অধ্যাপকসকলৰ লগত সমানে আসন পাইছিলো। কিন্তু ভগবানে মোক যি মানসিক শক্তি দিছিল যথাসময়ত সেই শক্তিৰ সদ্ব্যৱহাৰ কৰিব পৰা হলে সাহিত্য ক্ষেত্ৰতো স্থায়ী চিন থৈ যাব পাৰিলোহেঁতেন বুলি ভাবিলেই মনটো বেয়া লাগে। জীৱনত প্ৰায় সকলো সময়তে সমাজৰ মানুহৰ মৰম-স্নেহ আৰু মোৰ অসময়ত সহায় পাইছিলো। তাৰ বিনিময়ত সমাজক মই বিশেষ একো দিব নোৱাৰিলো। এতিয়া বিদায় পৰত সমাজৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰাৰ বাহিৰে মোৰ আৰু দিবলৈ একো নাই।

---

পুজনীয়া মাতৃদেৱী স্বৰ্গীয়া কণকলতা ৰাজখোৱাৰ মহাপ্ৰস্থানত

## স্মৃতি তৰ্পণ

( ১ )

সিদিনা সন্ধিয়া বেলা শুনিলো আকাশবাণী
জননী কণকলতা নাই পৃথিৱীত ;
দেখিলো দুচকু তুলি কোনোবা স্বৰ্গৰ পৰা
সোণোৱালী তৰা এটি পৰিল মাটিত।
সপোন কুৰঁৰী আহি কাণে কাণে কই গল,
আই মোৰ শাপভ্ৰষ্টা অমৰ-কুমাৰী ;
এনেদৰে খহি পৰি পুনৰ উলটি গল
জগতত আৰু মই নাপাওঁ বিচাৰি।
তুলসীৰ মালাধাৰি তাতেই থাকিল পৰি
আই আজি অহা নাই গুৰুসেৱালই ;
শেৱালি গালত আজি এটুপি চকুৰ পানী,—
পূজাৰিণী অহা নাই তুলি নিবলই।
আজিও তাতেই আছে নামঘোষা, ভাগৱত,
আজিও জ্বলিছে দীপ হৰি-মন্দিৰত ;
আকাশত কাণপাতি এতিয়াও শুনো যেন,
হৰিনাম যোগাসীনা জননী মুখত।
শঙ্খ নাবাজে আজি জ্বলা নাই ধূপ-ধূনা,
পৰি আছে পটাখনি জাতি চন্দনৰ ;

অকণি নাতিনীকণে এবাৰ সুধিলে মাথো,—
আইতা আহিব জানো উলটি পুনৰ।
প্ৰতিধ্বনি উঠি কয়,— আইতা আহিব জানো
উলটি আহিব জানো সোণালী অতীত?
উত্তৰত ৰিণি ৰিণি পৰেহি কাণত যেন,
অনন্তত উটি ফুৰা অসীমৰ গীত।
শব্দ যদি নেহেৰায় অসীমতে বৈ যায়,
মন, বুদ্ধি, অহঙ্কাৰ ক'তো নেহেৰায়;
মূৰ্ত্তিমতী সৎক্ৰিয়া, আইতা হেৰাব ক'ত?
অমৰণ, অভগণ আহিব ঘুৰাই।
আইতা আছিল মোৰ থহি পৰা তৰা এটি,
জন্মান্তৰ সোঁৱৰণী আছিল লগত;
সিপাৰৰ কথাবোৰ ইপাৰতে কই গ'ল,
কোনোবা কালতে এৰি মায়াৰ জগত।
বনৰ কুসুমপাহি বনতে মৰহি গল,
বননিতে সৌৰভৰ মাধুৰী বিলাই;
অসীমৰ হিয়া ভেদি হুমুনিয়া এটি মাথো,
বৈ গল জগতত যুগমীয়া হই।
নোটোকো চকুৰ পানী নধৰো বিননি সুৰ
আই মোৰ আছেগই তৰাৰ শাৰীত;
আজি আই চৰণত এপাহি কুসুম মোৰ,
ভকতি আঁজলি এই সোঁৱৰণী গীত।
মুক্তিত নিস্পৃহ তুমি সপোনত দেখা দিবা
লই যাবা আত্মাৰত পথ দেখুৱাই;
যেতিয়া সন্ধিয়া হব ৰঙা বেলি মাৰ যাব,
সিপাৰৰ নাওখনি ধৰিবা চপাই।

১

কোন অতীতৰ অসম-কিশোৰী
কোনে থলে নাম কণকলতা ;
কোন দেৱতাৰ হোমৰ কাষত
মোৰ জননীৰ আসন পতা ?
কাৰ মন্দিৰত বন্তি জ্বলাই,
আদৰি আনিলে লখিমী চপাই ;
নতুন জগতে পাহৰি পেলালে
জননীৰ নাম কণকলতা।

২

সিদিনাৰেপৰা অচলা লক্ষ্মী,
মোৰেই কুলৰ লখিমী হই,
দুখীয়া পঁজাত বন্তি জ্বলালে
সবাৰে আশীষ শিৰত লই।
অটল বিশ্বাস,—আছে ভগৱান,
পাহৰি পেলালে মান-অভিমান ;
পাহৰি পেলালে জনমৰ থান,
তেওঁৰ যে কুলত কোনোৱে নাই।

৩

কত জনমৰ ভাগ্যৰ ফলত
সিদিনাও মোৰ আছিলে আই,
শিক্ষা, দীক্ষা, জনমদায়িতা,
সৰগতো যাৰ তুলনা নাই।

এতিয়াও মোৰ শত অভিমান,
নীৰবে সহিলে ধৰণী সমান;
এতিয়াও মোক কতনো বুজালে
গীতা-পুৰাণৰ কাহিনী গাই।

৪

'বিপথে নাযাবা, সিবোৰ নাখাবা,
তাত তুমি আৰু নিদিবা ভৰি;
কাৰো অন্তৰত নিদিবা আঘাত,
সবাৰে হিয়াত বিৰাজে হৰি।
সত্য পথত থাকিবা অটল,
মোৰ আশীৰ্ব্বাদ, পাবা মনোবল;
অহঙ্কাৰ বাণী নানিবা মুখত,
আছে দৰ্পহাৰী জগত জুৰি'।

৫

'ফলাফল একো নকৰি বিচাৰ,
কৰ্ত্তব্য তোমাৰ কৰিবা সাৰ
কৰ্ম্মযোগীৰ সেয়েই ধৰ্ম্ম,
অন্তিমত সেয়ে কৰিব পাৰ।
কাকো নুশুনাবা কঠুৱা বচন,
দূৰতে এৰিবা নীচ প্ৰলোভন;
অদৃশ্য দেৱতা আছে হৃদয়ত,
অসৎজনৰ নসহে ভাৰ।

৬

পৰিবৰ্ত্তনৰ প্ৰবল সোঁতত
আই মোৰ আছিল অচলা হই;
সাবতি ধৰিলে নতুন জগত,
নিয়তি বিধান শিৰত লই।
অতীতৰ সেই সমাজ-বান্ধোন,
জননী চকুত নিশাৰ সপোন;
পুৰণিত সানি নতুন ৰহণ,
আমাকো গঢ়িলে নতুনকই।

৭

জননীয়ে কয়—'আহিছে নতুন,
নালাগে থাকিব পুৰণি ধৰি;
কৰিবা স্মৰণ হৃদয়-দেৱতা,
অকস্মাৎ যদি পিচলে ভৰি।
পাহৰি নাযাবা গীতাৰ বচন,
কৰ্ম্মফল কাৰো নাযায় খণ্ডন;
সেয়ে মাথো যাব সবাৰে লগত,
ঐশ্বৰ্য্য-বিভূতি থাকিব পৰি।'

৮

কতনো বুজালে, কতনো শুনালে,
মৰু-প্ৰদেশত ঢালিলে পানী;
পাৰিলোনে আই পালিব আদেশ,
হলনে সফল আশীষবাণী ?

ছিগা নাই মোৰ মায়াৰ বান্ধোন,
ভগা নাই মোৰ আশাৰ সপোন ;
নোৱাৰো চিনিব নিজকে নিজেই,
এতিয়াও দিবা আদেশবাণী।

৯

শৈশৱৰ সেই জননী চেনেহ
কোনোবা কালতে পুৰণি হল।
ভাব-ভাষা তাৰ সকলো হেৰাল,
সাঁচ মাথো মোৰ বুকুতে ৰল।
এতিয়া জননী বিদায় পৰত,
সপোনৰ কথা পৰিছে মনত—
মাতৃহাৰা আজি বিচাৰি ফুৰিছো
হেৰোৱা সপোন কেনিবা গল।

১০

আদৰ্শ নাৰীৰ ধৰম প্ৰচাৰি
শাপমুক্তা মোৰ চেনেহী আই,
কোন সৰগৰ নন্দন বনত
দেৱতা শাৰীত লভিলা ঠাই ?
ইপাৰৰ কথা পৰিলে মনত,
দেখা দিবা মোক সন্ধিয়া পৰত ;
তেনেদৰে আই লবাহি কোলাত,
মোৰ যে সম্বল একোৱে নাই।

শ্ৰীশৈল।

---

# পৰিশিষ্ট

দুবছৰৰ পূৰ্ব্বেই লিখি শেষ কৰি থোৱা 'অতীতৰ সোঁৱৰণী' এতিয়াও ছপাই উলিয়াব পৰা নাই কাৰণে জীৱনৰ শেষ কালৰ মোৰ নিমিত্তে দুআষাৰ বহুমূলীয়া কথা প্ৰকাশ কৰিবলৈ সুবিধা পালো।

অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন যোৱাবাৰ ডিব্ৰুগড়তে পাতিছিল। ইং ৩০।১২।১৯৬৬ তাৰিখে অধিবেশন আৰম্ভ হোৱা দিনা অসম সাহিত্য সভাই মোক কবি আৰু নাট্যকাৰ বুলি ৰাজহুৱাভাবে সম্বৰ্দ্ধনা জনাই অসম সাহিত্য সভাই প্ৰকাশ কৰা তেত্ৰিশখন বহুমূলীয়া গ্ৰন্থ, মোৰ নাম লিখা এখনি পিতলৰ শৰাই আৰু এখনি ফুলাম গামোছাৰে সৈতে অভিনন্দন পত্ৰ দি আশীৰ্ব্বাদ দিলে। সেইদিনা অসমৰ বিখ্যাত মহিলা কবি পদ্মশ্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়েও মোৰ উদ্দেশ্যে স্বৰচিত কবিতা এটি সেই সম্বৰ্দ্ধনা সভাত পাঠ কৰি সেই কবিতাটি মোক উপহাৰ দি আশীৰ্ব্বাদ দিলে।

সাহিত্য চৰ্চ্চাত মোৰ ৰাপ আছিল যদিও সাহিত্য ক্ষেত্ৰত মই বিশেষ একো কৰিব নোৱাৰিলো বুলি সকলোৱেই জানে। মুঠতে দুখন নাটক আৰু এখন কবিতা পুথিহে ছপাই উলিয়াব পাৰিলো। দেৱতাৰ চৰণত ভক্তিভাবে দুবৰি এডাল দিলেও দেৱতা সন্তুষ্ট হোৱাৰ নিচিনাকৈ অসম সাহিত্য সভাই আৰু পদ্মশ্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে মোৰপৰা সিমানকে পাই সন্তুষ্ট হৈ মোক যি অমূল্য উপহাৰ দিলে, তাৰ বিনিময়ত লাখ লাখ টকাৰ ধন-সম্পত্তিও মোৰ নিমিত্তে অতি তুচ্ছ। কাৰণ মানুহেই সুন্দৰ; মানুহ চিৰ-

সুন্দৰৰ অংশ। মানুহৰ সমাজক সন্তুষ্ট কৰিব পাৰিলে ভগবানো সন্তুষ্ট হয়। সেইকাৰণে অসম সাহিত্য সভাই আৰু পদ্মশ্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে দিয়া এই উপহাৰ জীৱনৰ সন্ধিয়া পৰত মোৰ শিৰত ভগবানৰ আশীৰ্ব্বাদ নিৰ্ম্মালি বুলিয়েই শিৰ পাতি গ্ৰহণ কৰি অসম সাহিত্য সভাৰ সভ্যসকলক, পদ্মশ্ৰী শ্ৰীযুতা নলিনীবালা দেৱীক আৰু সেই সম্বৰ্দ্ধনা সভাত উপস্থিত সমূহ ৰাইজক আন্তৰিক কৃতজ্ঞতাৰে সৈতে অশেষ ধন্যবাদ জনালো। এসময়ত মোৰেই কোনোবা এটা কবিতাত লিখিছিলো,—

মানুহক ভাল পাবলই এইবাৰ শিকি লবি সোণ
চিনি লবি মানুহৰ হিয়া;
মানুহৰ অকণি হিয়াৰ পাৱ যদি অকণি চেনেহ
সেয়ে তোৰ জীৱন-অমিয়া।

অসম সাহিত্য সভাই দিয়া অভিনন্দন পত্ৰখনি আৰু পদ্মশ্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে দিয়া কৱিতাটি লগত প্ৰকাশ কৰিলো।

ইং ১।১।১৯৬৭ তাৰিখে সেই অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনৰ কবি সম্মিলনত যোগ দি মই নিজে লিখা কবিতা এটি আবৃত্তি কৰিছিলো। এই কবিতাটি লিখিছিলো ইং ৩০।১১।৬৬ তাৰিখে। 'সুন্দৰৰ সমাধি' শিতানৰ এই কৱিতাটিয়েই মোৰ শেষ কবিতা। এই কবিতাটিও ইয়াত প্ৰকাশ কৰিলো।

# প্ৰবীণ সাহিত্যিক 'নিজৰা'ৰ কবি শ্ৰীশৈলধৰ ৰাজখোৱা ডাঙৰীয়ালৈ অভিনন্দন

পৰম শ্ৰদ্ধাভাজনেষু,

অসমীয়া সাহিত্যৰ বুকুলৈ সুধাকণ্ঠী, অমৃতবৰ্ষী সুৰৰ যিটি কাব্য নিজৰাৰ সোঁত বোৱাই আনিলে, যিখিনি নাট্য সম্ভাৰেৰে আপুনি অসমীয়া নাটঘৰ আৰু নাট্য সাহিত্যৰ ভঁৰাল চহকী কৰিলে,—সেই অমূল্য কাব্যধাৰা আৰু নাট্য সম্ভাৰৰ বৰঙণিৰ কথা সুঁৱৰি আজি অসম সাহিত্য সভাই আপোনাক সাদৰ অভিনন্দন জনাইছে।

কাব্য সৃষ্টিৰ বাবে প্ৰয়োজনীয় শান্ত কোমল পৰিবেশৰ বিপৰীতে, কঠোৰ চৰকাৰী কামৰ হেঁচাই শিলাময় কৰা দৈনিক জীৱন-সূচীৰ বুকুৰ মাজতেই লুকাই আছিল—'নিজৰা'ৰ উৎস। ভাৱ আৰু ভাষাত চহকী আপোনাৰ নিজৰাই ধৰি ৰাখিছে "কোমল অনুভূতি আৰু কল্পনাৰ সৌষ্ঠৱ; ভাষাৰ সৌন্দৰ্য্য আৰু সুকুমাৰ গতি।"

প্ৰেম আৰু সৌন্দৰ্য্যৰ গৰাকী অদৃশ্য 'হৃদয় দেৱতা'ক, বিশ্ব জগতৰ সকলোৰে প্ৰত্যেক বস্তুৰ মাজত বিচাৰি কৰা আপোনাৰ অবিৰত মানসিক যাত্ৰাৰ খণ্ড খণ্ড চিত্ৰ আৰু আকুল সুৰ সঞ্জীৱিত হৈ আছে 'নিজৰা'ৰ বুকুত।

জাতীয়তাবাদী লেখক আপুনি। বিদেশী চৰকাৰৰ অধীনত চাকৰি কৰিও, দেশৰ লুপ্তপ্ৰায় অতীত ঐতিহ্যই আপোনাৰ মনত তোলা আলোড়নৰ প্ৰতিধ্বনি ধৰি ৰাখিলে কাব্য আৰু নাট্য সম্ভাৰৰ বুকুৰ মাজত।

হে নীৰৱ সাধক, 'নিজৰা', 'বিদ্যাৱতী' আৰু 'স্বৰ্গদেও প্ৰতাপ সিংহ'ৰ উপৰিও হাতেলিখা অৱস্থাতে অসমৰ মঞ্চজগতত আলোড়ন

তোলা,—'ৰঞ্জিৎ সিংহ', 'দেৱযানী', 'শকুন্তলা' আৰু 'মনৰ মানুহ' প্ৰকাশৰ পোহৰ নেদেখাকৈ লুকাই আছে। তেনেকৈ লুকাই আছে আপোনাৰ কবিতা সংকলন 'উদগণি'; নাটক 'অভিশপ্ত' আৰু 'মাধবী নিশাৰ সপোন'। প্ৰকাশিত আৰু অপ্ৰকাশিত আঠখন নাটক আৰু দুখন কবিতা পুথিৰ উপৰিও অপ্ৰকাশিত হৈ থকা আপোনাৰ 'অতীতৰ সোঁৱৰণী"ৰ মাজতে আপোনাৰ সাহিত্য প্ৰতিভা আৰু ব্যক্তিত্বই কেৱল সোমাই থকা নাই, অসমীয়া সাহিত্যৰ এটি মূল্যবান অধ্যায়ো সোমাই আছে নিশ্চয়।

১৮৯০ চনতে জয়পুৰৰ সম্ভ্ৰান্ত পৰিয়ালত জন্মগ্ৰহণ কৰি ৭৬ বছৰৰ দেওনা পাৰ হোৱালৈকে নীৰৱে, অকলে, আপোনমনে অসমীয়া সাহিত্যৰ বেদীলৈ আগবঢ়াই আহিছে মন-কাননৰ পৰা বুটলি অনা পুষ্পাঞ্জলি।

আপুনি আমাৰ পৰম শ্ৰদ্ধা আৰু আদৰৰ পাত্ৰ। আজি আপোনাৰ বাসস্থান ডিবুৰু নগৰীত অসম সাহিত্য সভাৰ ৩৪তম অধিবেশনৰ মহামেলা আৰম্ভ হোৱাৰ আগমুহূৰ্ত্তত, ডিবৰুপৰীয়া 'নিজৰা' কবি আপোনাক সম্বৰ্দ্ধনা জনাবলৈ পাই আমি পৰম গৌৰৱান্বিত হৈছো।

আপোনাৰ 'হৃদয় দেৱতা' মঙ্গলময়ে আপোনাক সুন্দৰ স্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন প্ৰদান কৰক।

ইতি—

বিনীত

অসম সাহিত্য সভাৰ হৈ

শ্ৰীহৰিপ্ৰসাদ নেওগ

প্ৰধান সম্পাদক

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

১৪ পুহ ১৮৮৮ শক।

## নিজৰা কবি শ্ৰীযুত শৈলধৰ ৰাজখোৱাদেৱলৈ শ্ৰদ্ধাঞ্জলি

ৰূপে ৰসে পৃথিৱীৰ ৰূপ চিত্ৰকৰ!
মালাকৰ কবি তুমি! মানুহৰ মানস ফুলৰ
অকলে নিৰলে বহি ছন্দৰ নিজৰা বোৱাই
আঁকা সোণ কল্পনাৰ ছবি চিৰ মনোহৰ।
তোমাৰ প্ৰাণৰ তৃষা নুপুৰায় কবি, পৃথিৱীৰ বাস্তৱতায়
ভাল পোৱা স্নিগ্ধ শান্ত প্ৰকৃতিৰ ৰূপ ছবি চায়
জ্বলে য'ত ৰামধেনু সাতৰঙে জাতিষ্কাৰ হৈ
অপাৰ অনন্ত সীমাহীন নীলিমা শুৱায়।
কবি শুনা তুমি! যুগৰ সাঁথৰ সাগৰৰ ঢৌ দোলনিত
তোমাৰ প্ৰাণত জাগে সৃষ্টিৰ অৰূপ সঙ্গীত
জীৱন বাতৰিবোৰে ঘনে ঘনে কয় কথা
কবিৰ কল্পনা ৰূপ অভিনৱ সুৰে ৰূপায়িত।
কোনোবা সন্ধিয়া বেলা কৰ্ম্মৰত কবি তুমি!
শুনিছিলা বহি সাধু 'মানাহ' পাৰত
'ফুলৰা' 'চতলা' গন্ধৰ্ব্ব কুঁৱৰীৰ প্ৰেমৰ কাহিনী
শেলুৱৈয়ে ঢকা দুটি শিলৰ মাজত।
সেইদিনা দুটি নাৰী প্ৰাণে অন্তিমৰ মূহুৰ্ত্ত নগণি
সঁপি দিলে নিজপ্ৰাণ বীৰৰ পদত
বুকুত সাৱটি লৈ প্ৰেমৰ সপোন ছবি—
শীলা হৈ দিন গণি আছে লুইতৰ নিজান পাৰত।

'সন্ধিয়াৰ সুৰ' শুনি গাইছিলা তুমি কবি!
পৰাণ পৰশা যিটি গীত
অতুলন সেই সুৰ আজিও বাজিছে এই
সুৰমুগ্ধ কবিৰ স্মৃতিত।
কবিৰ সৃজনী মনে জিৰণি পায় জানো?
কবিয়ে ৰচিব গীত স্থান কাল পাহৰি পাহৰি
সৃজন প্ৰেৰণাময় সুদীৰ্ঘ জীৱন কামনা কৰিলো কবি!
কল্পনা নিজৰাৰ ধাৰ বৈ যাওক নিজৰি নিজৰি॥

শ্ৰীনলিনীবালা দেৱী

## সুন্দৰৰ সমাধি

শুই থাকা মনোৰমা।
শুই থাকা নিজানে নিৰলে। সুন্দৰৰ
ছবি আৰু নালাগে আঁকিব, নালাগে
শুনাব আৰু জীৱনৰ গীত।
নিপীড়িতা ধৰণীৰ হাহাকাৰ শুনি,
যোগনিদ্ৰা পৰিহৰি, মহাকালে
মেলিছে নয়ন,—আহিছে ধুমুহা,
নাচিছে বিজুলীলতা কলিয়া মেঘত।
আবৰিব অন্ধকাৰে অনন্ত সুন্দৰ
বিশ্বৰূপ বিশ্ব নিয়ন্তাৰ। এতিয়া
তোমাৰ গীত মদোন্মত্ত দানৱৰ
নপশে কাণত।

অনাদৃতা লাঞ্ছিতা মানসী !
আজি তুমি বিবসনা হৈ, নালাগে
শুনাব মোক তালকটা সঙ্গীতৰ
সুৰ। অহল্যা পাষাণী হৈ, সুন্দৰৰ
সমাধি কাষত, শুই থাকা যুগ-যুগান্তৰ।

তৃতীয় নয়ন মেলি,
বৰষিব অগ্নিশিখা মহাপ্রলয়ৰ,
মহাকালে দহিব দানব-শক্তি,
ধৰণীৰ মহাভাৰ কৰিব হৰণ।
নাথাকিব ধৰণীত দানবৰ সঁচ।

ব্রহ্ম অস্ত্র পাশুপাত, দর্শন, বিজ্ঞান,
লুপ্ত হব কালৰ গর্ভত, লুপ্ত হব
হিংসাবাদী দানব-সভ্যতা। যুগান্তত
মহাকালে ইয়াতেই সভ্যতাৰ
পাতিব শ্মশান। নগৰ অৰণ্য হব,—
দানব উলটি আহি অৰণ্যৰ হিংস্র
পশু হৈ, ইয়াতেই চৰিব পুনৰ।

সেইদিনা গুহাবাসী
উলঙ্গ মানবে অন্ধকাৰ ভেদ কৰি,
আগুৱাব ধীৰে ধীৰে সহস্র বছৰ।
যেতিয়া দুচকু মেলি দেখা পাব
সভ্যতাৰ নতুন পোহৰ, যেতিয়া
শুনিব কাণপাতি অসীমৰ গীত,
সেইদিনা সত্যযুগ আহিব উলটি।

সিদিনা মানসী তুমি,
অহল্যা পাষাণী যেন সুন্দৰৰ

পদ-পৰশত, দুধাৰি চকুলো মছি,
অনন্ত যৌবন লৈ উঠিবা পুনৰ।
সুন্দৰৰ ছবি আঁকি, অকণি অকণি কৈ
বিশ্বৰূপ লৈ সৌন্দৰ্য্যৰ
মালা গাথি, সুন্দৰৰ পূজাৰীৰ
পিন্ধাবা গলত। এতিয়া সন্ধিয়া হ'ল,—
বিদায় পৰত এপাহি খোপাৰ ফুল
দিয়া মোক শেষ উপহাৰ।
যিদিনা উঠিবা তুমি দুচকু মোহাৰি,
মই হম অনন্তত লীন। সেইদিনা
তুমি মোক কৰিবা স্মৰণ। অসীমত
উটি ফুৰা সঙ্গীতে তোমাৰ কৰে যদি
আকৰ্ষণ, আহো যদি উলটি পুনৰ,
মনোৰমা! তুমি মোক নাযাবা পাহৰি।

শ্ৰীশৈলধৰ ৰাজখোৱা

শেষ